**"Ujjibita Chetana"**, *Some selected articles in Assamese and English based on Socio-Cultural values written by Khanindra Chandra Das, K K Bhatta Road, Chenikuthi, Guwahati - 3*
*First edition - July 2010* *Price Rs 100 00 only*

---

**প্ৰকাশক** : **শ্ৰীলক্ষ্মী দাস, "দ্ৰৌপদী গৃহ" নং- ৫**
চেনীকুঠি, গুৱাহাটী - ৩
দূৰভাষ - ০৩৬১-২১৩৩২৪১
মোবাইল ঃ ৯৪৩৫১-১০০৭৬

**প্ৰথম প্ৰকাশ - ১৪ জুলাই, ২০১০ চন**

বেটুপাতৰ শিল্পী : স্বৰ্ভানু ঘটক

মূল্য : ১০০ ০০ টকা

পুথিভৰাল সংৰক্ষণ : ১৩৫ ০০ টকা

মুদ্ৰণ : **ব্ৰহ্মপুত্ৰ অফচেট**
এম চি ৰোড, গুৱাহাটী - ৩
ফোন ঃ ২৬৬৩৬৩৭

# উৎসৰ্গা

সুহৃদ পাঠক-পাঠিকা

আৰু

মৰমৰ ছাত্ৰ-ছাত্ৰীলৈ

"উজ্জীৱিত চেতনা"

গ্ৰন্থখনি

উৎসৰ্গা কৰিলোঁ।

খনীন্দ্ৰ চন্দ্ৰ দাস

১৪-০৭-২০১০

# মুখবন্ধ .....

সুদীৰ্ঘ চাৰিটা দশকজুৰি লিখা আৰু অসমৰ জনপ্ৰিয় ভিন ভিন দৈনিক/ সাপ্তাহিক বাতৰি কাতত যেনে দৈনিক অসম, আজিৰ অসম, দৈনিক অগ্ৰদূত, অসমীয়া প্ৰতিদিন, আজি, সাদিন, নতুন দৈনিক, অসমীয়া বাতৰি, দি নৰ্থ ইষ্ট টাইমচ আদি কাকতত ইতিপূৰ্বে প্ৰকাশিত মোৰ কিছুমান নিৰ্বাচিত প্ৰবন্ধ বাতৰি কাকতৰ পৃষ্ঠাতে হেৰাই যাবলৈ নিদি কিতাপ আকাৰে সংৰক্ষিত কৰি ৰখাৰ প্ৰয়াস মনতে কৰিছিলো। তাকেই বাস্তৱৰূপ দিযাৰ এই প্ৰচেষ্টা। এই দিশত মোৰ পৰিয়ালৰ প্ৰতিগৰাকী ব্যক্তিৰ অহৰহ তাগিদাক বাৰু কেনেকৈ পাহৰিম? তাৰ উপৰি মোৰ শুভাকাংশী বন্ধু-বান্ধৱৰ কথাও জড়িত হৈ আছে, এই চেগতে সকলোৰে প্ৰতি মোৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

মোৰ মৰমৰ অনুজ ভাতৃপ্ৰতীম কবি, সাহিত্যিক, গীতিকাৰ শ্ৰীবিমল কুমাৰ হাজৰিকাই কিতাপখনৰ "নামটো" নান্দনিক অৰ্থৰে নিৰ্দ্ধাৰণ কৰি দিযাত নথৈ আনন্দিত হলোঁ, তাৰ বাবে তেওঁৰ প্ৰতি হিযাভৰা শলাগ যাচিলোঁ।

ইতিমধ্যে মোৰ প্ৰকাশিত আন আন গ্ৰন্থ কেইখনে সুহৃদ ৰাইজৰ পৰা যিধৰণৰ সহাঁৰি লাভ কৰিছে সেই একেধৰণে সদ্য প্ৰকাশিত "উজ্জীবিত চেতনা" গ্ৰন্থখনেও যদি পাঠক-পাঠিকাৰ পৰা আশীৰ্বাদ আৰু সঁহাৰি পায তাকেই আশা কৰিছোঁ। লেখকৰ বাবে পাঠকসকলেই প্ৰেৰণা।

শেষত ব্ৰহ্মপুত্ৰ অফচেটৰ কৰ্মীবৃন্দ আৰু স্বত্বাধিকাৰী ভাতৃপ্ৰতীম শ্ৰীমান দীনেশ চক্ৰৱৰ্তীযে সমযমতে কিতাপখন ছপাই দিযাৰ দাযিত্ব লোৱাত মই নথৈ কৃতজ্ঞ। অনিচ্ছাকৃতভাবে কৰোবাত বৈ যোৱা ভুল-ভ্ৰান্তিৰ বাবে ক্ষমা বিচাৰিছোঁ।

পহিলা জুলাই
২০১০ চন

**খনীন্দ্ৰ চন্দ্ৰ দাস**
চেনিকুঠী, গুৱাহাটী

**দেৱ প্ৰসাদ বৰুৱা**
**Prof (Dr) D P BAROOAH,**
M A LLB D Phil
Former
Professor & Head Deptt of Political Science
Dean Faculty of Arts & Vice Chancellor GAUHATI UNIVERSITY
UGC Emeritus Fellow Senior Associate
National Institute of Advanced Studies (Bangalore)
Hony Visiting Professor Banaras Hindu University
Member Syndicate Tripura University
Life Patron North East India Political Science Association
Member BHU Court

Phone (Res) 0361-2608577
Kharghuli
Guwahati - 781 004
Assam, India

# আগকথা

এই কিতাপখনৰ লেখক শ্ৰীখনীন্দ্ৰ চন্দ্ৰ দাস অসমৰ সচেতন নাগৰিক সমাজ তথা বৌদ্ধিক সমাজত এটা সুপৰিচিত নাম। বৃত্তিগত জীৱনৰ লগতে মেহনতী মানুহৰ জীৱনধাৰা আৰু শ্ৰমিকসমাজৰ কৰ্মজীৱনক উন্নত কৰাৰ প্ৰয়াসসমূহত তেওঁ সামাজিক দায়বদ্ধতা জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিছিল। ঐতিহাসিক অসম আন্দোলনৰো তেওঁ সক্ৰিয় অংশীদাৰ আছিল। অৱসৰকালীন জীৱনতো শ্ৰীদাসৰ সামাজিক দায়বদ্ধতাত যতি পৰা দেখা নাযায়। বুজন পৰিমাণৰ এক অধ্যয়নপুষ্ট মনেৰে সমৃদ্ধ হৈ তেওঁ ব্যৱহাৰিক জীৱনৰ অভিজ্ঞতা লব্ধ মানসিকতাৰে নানা বিষয়ৰ ওপৰত প্ৰায় নিয়মীয়াভাৱে লেখা-মেলাও কৰি আহিছে, সিবিলাকে একাধিক প্ৰকাশনৰ মুখো দেখিছে। বৰ্তমানৰ গ্ৰন্থখনো তেনে প্ৰচেষ্টাৰেই এক ফলশ্ৰুতি। ভিন ভিন ঠাইত ইতিমধ্যেই প্ৰকাশিত হৈ যোৱা এলানি নিৰ্বাচিত প্ৰবন্ধ থুপ খোৱাই এই সংকলনটো লেখকে পঢ়ুৱৈ সমাজলৈ আগ বঢ়াইছে।

সংকলনটোত ৪৫ টা নিবন্ধই ঠাই পাইছে, ইয়াৰে তিনিটা ইংৰাজীত লিখিত। নিবন্ধকেইটাক সাধাৰণভাৱে শ্ৰেণী বিভাজিত কৰিলে সংশ্লিষ্ট খণ্ডসমূহৰ উপ-শিৰোনামাবোৰ হয়তো এনেধৰণৰ হ'ব পাৰে, অসম আন্দোলন আৰু আঞ্চলিকতাবাদ, অসমৰ সমস্যাৱলী, আৰ্থ-সামাজিক আৰু ৰাজনৈতিক, শ্ৰমিকসমাজ আৰু বিশ্বায়ন, সাহিত্য-সংস্কৃতি, সংবাদ মাধ্যম, স্মৃতি ৰোমন্থন আৰু সময়ৰ অনুভৱ ইত্যাদি। কিতাপখনত ভিন-ভিন বিষয়-ভিত্তিক ৰচনা থাকিলেও সুস্থ আঞ্চলিকতাবাদ, সুষম জাতীয়তাবাদ আৰু অসম আন্দোলনৰ ইতিহাসৰ দিশ কেইটামান লেখকৰ দৃষ্টিৰে দাঙি ধৰিছে।

সংকলনটোৰ প্ৰথমটো নিবন্ধৰ এঠাইত তেওঁ লিখনিটো লেখাৰ সময়ৰ হিচাপত লিখিছিল, "অসম আন্দোলনৰ স্থায়ী মূল্যাংকন আজি ২১ বছৰেও নহ'ল। লেখকৰ অনুভৱক কদৰ কৰিও কব লাগিব যে ডাঙৰ-সৰু সকলো দেশৰ বিপ্লৱ, স্বাধীনতা সংগ্ৰাম আৰু গণ আন্দোলনৰ 'স্থায়ী মূল্যাংকন' কেতিয়াও হব নোৱাৰে, কিয়নো নতুন নতুন তথ্যপাতিৰ ভিত্তিত নতুন নতুন গৱেষণাও হব পাৰে। সি যি কি নহওক, গণ আন্দোলনৰ আৰু আত্ম নিয়ন্ত্ৰণৰ ওপৰত দেশ-বিদেশৰ বহুতো বিশ্ববিদ্যালয়ত গৱেষণা হৈছে। নিৰ্দিষ্টভাৱে অসম আন্দোলনৰ ওপৰতো ইয়াত আৰু বাহিৰত গৱেষণা হৈছিল আৰু এতিয়াও চলি আছে। ভাৰতৰ একাধিক বিশ্ববিদ্যালয় আৰু বিদেশৰো দুখনমান দেশৰ গৱেষকে আমাৰ লগত এই বিষয়ে যোগাযোগ কৰিছিল।

সি যি কি নহওক, অসম আন্দোলনটোৰ স্ব-বিঘোষিত বিৰোধীসকলে তেতিয়াও আৰু এতিয়াও অসম আন্দোলনটোক ফেচিবাদী আৰু গণতন্ত্ৰবিৰোধী বুলি আখ্যা দিয়াৰ অপচেষ্টা কৰে। স্বাধীনতাৰ পাছত তেল শোধনাগাৰ আন্দোলনৰ স্মৃতি গৌৰৱেৰে মনত পেলায়ে কব লাগিব যে অসম আন্দোলনটো আছিল অসমৰ সকলো অংশৰ জনসাধাৰণে অংশ গ্ৰহণ কৰা বৃহত্তম গণ আন্দোলন, তৰ্কাতীতভাৱে। আন্দোলনটোৰ ইতিবাচক দিশ সৰহ আছিল, কিছুমান নেতিবাচক দিশো আছিল। তলৰ স্তৰত হিংসা-প্ৰতিহিংসাৰ ঘটনা ঘটিছিল - এনেবিলাক দুৰ্ঘটনা আৰু বেদনাদায়ক ঘটনাক অসম আন্দোলনৰ নেতৃবৰ্গই নিন্দা কৰিছিল। কিন্তু বিৰোধীসকলে কেতিয়াও এইটো উল্লেখ নকৰে যে ৰাষ্ট্ৰসন্ত্ৰাস আৰু সংশ্লিষ্ট সন্ত্ৰাসৰ বলি হৈ ঐতিহাসিক অসম আন্দোলনটোৰ শ্বহীদৰ সংখ্যা হৈছে ৮৫৫ গৰাকী। বোধহয় এনে পটভূমিতে এই কিতাপখনৰ লেখকে আক্ষেপ কৰি অসম আন্দোলনৰ বস্তুনিষ্ঠ মূল্যায়নৰ প্ৰসংগটো উনুকিয়াইছিল। আমাৰ মতে বিদ্যায়তনিক গৱেষণাত উদ্দেশ্য প্ৰনোদিত তথাকথিত বিশ্লেষণৰ দাম্ভিকতাৰ ঠাই থাকিব নোৱাৰে, কিয়নো ই চৰ্চা-গৱেষণাৰ মূলোচ্ছেদ কৰি আলোচনাৰ পৰিৱেশ কলুষিত কৰাৰ মাধ্যমেৰে বস্তুনিষ্ঠ আলোচনাৰো ভিকাহুন ভাঙে।

শ্ৰীদাসৰ কিতাপখনত কেইবাখনো সুখপাঠ্য ৰচনা আছে। সামগ্ৰিকভাৱে এইখন কিতাপক সমকালিন অসমৰ এক দস্তাবেজ বুলি ধৰিব পাৰি, মন্তব্য সহকাৰে। পঢ়ুৱৈসমাজে কিতাপখন আদৰি ল'ব বুলি মই আশাবাদী।

২৭/৫/২০১০

**দেৱ প্ৰসাদ বৰুৱা**

# সূচীপত্ৰ

# অসম আন্দোলনৰ ইতিহাস এক সজল স্মৃতি

অসমৰ জাতীয় জীৱনত বিগত ছয়বছৰীয়া অসম আন্দোলনটিৰ প্ৰাসঙ্গিকতা আছিল নে নাই বুলি যদি কোনোবাই প্ৰশ্ন তোলে আমিও নিৰপেক্ষ দৃষ্টিভঙ্গীৰে উত্তৰ দিম, বিশ্ব বিখ্যাত অসম আন্দোলনৰ প্ৰাসঙ্গিকতা সেই সময়ত অপৰিহাৰ্য্য আছিল, বৰ্ত্তমানো আছে আৰু অদূৰ ভৱিষ্যতেও প্ৰাসঙ্গিক হৈয়ে থাকিব। তাত কোনো ধৰণৰ সন্দেহ থাকিব নোৱাৰে। অসম আন্দোলনৰ প্ৰয়োজন কিয় আছিল সেই তথ্যৰো কিছু ব্যাখ্যাৰ প্ৰয়োজন আছে। বৰ্ত্তমান গোটেই বিষয়টোৰ ওপৰত এক বিস্তৃত গৱেষণা হোৱা উচিত। কাৰণ আন্দোলনবোৰত কিছু পৰিমাণে আবেগ অনুভূতি থাকিলেও, উপযুক্ত যুক্তিৰে বিচাৰ বিবেচনা কৰি চোৱা উচিত। সেই ক্ষেত্ৰত অসম আন্দোলনত আবেগতকৈ তথ্য ভিত্তিক যুক্তিৰ পৰিমাণ বেছি। মূল কথা অসমৰ শোচনীয় অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক সমস্যাৰ বাবেই অসম আন্দোলনৰ যোগেৰে অসমৰ নিস্পেষিত জনসাধাৰণে ভয়, শংকা, দুখ-দৈন্য, কষ্ট আৰু অন্যায়ৰ পৰা মুক্তিৰ সন্ধান বিচাৰি আন্দোলনৰ পথ গ্ৰহণ কৰিছিল। আন্দোলনটোৰ ব্যাপকতাই জনগণৰ মন হৃদয় স্পৰ্শ কৰিছিল, দেশ বিদেশৰ জনসাধাৰণকো নীতিগতভাৱে স্পৰ্শ কৰিব পাৰিছিল। এই বিশাল আন্দোলনৰ প্ৰকৃত কাৰণ কি? সামাজিক অৰ্থনৈতিক সমস্যাবোৰৰ আৰত সদায় একোটা ৰাজনৈতিক উদ্দেশ্য থকা দেখা যায়। অবৈধ বিদেশী নাগৰিক অসমৰ পৰা বিতাৰণ কৰাৰ উদ্দেশ্যত অসম আন্দোলনৰ আৰম্ভণি।

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পূৰ্বৰে পৰা অসমলৈ পূৰ্ববঙ্গৰ জন-প্ৰব্ৰজন আৰম্ভ হয়। এক সুদূৰ প্ৰসাৰী পৰিকল্পনাৰে বিশেষ ৰাজনৈতিক ষডযন্ত্ৰই অতি গোপনে কিছু কাম কৰি আছিল। সহজ সৰল অসমীয়া মানুহে কথাবোৰ বুজি পোৱা নাছিল বা ভবাৰ অৱকাশো নাছিল। অসমক পূৰ্ববঙ্গৰ সৈতে সাঙুৰি এখন যুটীয়া প্ৰদেশ আখ্যা দি প্ৰথমতে পূৰ্ববঙ্গৰ মৈমনসিং জিলাৰ পৰা সাধাৰণ খেতিয়ক আমদানি কৰাৰ কাম আৰম্ভ হয়। অসমৰ অধিক মাটিত খেতি কৰাৰ সলনি, চনপৰি থকাৰ

অজুহাতত মুছ্লীম লীগৰ ছাৰ ছাদুল্লাৰ শাসন কালত ৰাজ্যখনত সৰহ শস্য উৎপাদন কৰাৰ গইনা লৈ "লাইন প্ৰথা" প্ৰৱৰ্ত্তন কৰি হেজাৰ হেজাৰ পূৰ্ববঙ্গৰ খেতিয়কক অসমৰ মাটিত সংস্থাপিত কৰিবলৈ ধৰে। সেইজন প্ৰব্ৰজনৰ সোঁত দিনে দিনে বৃদ্ধি পাবলৈ ধৰে। স্বাধীনতাৰ পিচতো এই ভয়াবহ প্ৰব্ৰজনৰ গতি অব্যাহত ৰল। ছাদুল্লাৰ গোপন পৰিকল্পনাৰ মতেই অসম বিৰোধী চক্ৰ এটাই অসমক পূৱ পাকিস্থানৰ লগত সাঙুৰি ছিলেট জিলাৰ লগতে একত্ৰিত কৰি অসমক "চি-গ্ৰুপত" ৰখাৰ কথাটোত অসমৰ জনপ্ৰিয় নেতা গোপীনাথ বৰদলৈৰ নেতৃত্বত এটি সজাতি দলে তীব্ৰ প্ৰতিবাদ জনোৱাৰ ফলত ষড়যন্ত্ৰ বন্ধ হৈছিল। অসমৰ জনগনৰ মনৰ বেদনা উপলব্ধি কৰিয়েই মহামানৱ মহাত্মা গান্ধীযে কৈছিল যে "প্ৰযোজন হলে অসমৰ জনগনে ৰাষ্ট্ৰীয় কংগ্ৰেছৰ বিৰুদ্ধে গৈয়ো নিজৰ ভাগ্যৰ সপক্ষে সিদ্ধান্ত লোৱা উচিত হ'ব।" এই কথাষাৰে অসমীয়া ৰাইজক উৎসাহিত কৰিছিল কিন্তু সময়ৰ গতিত আজি ভয়াবহ প্ৰব্ৰজনৰ ফলত অসমীযা থলুৱা ভাষা-কৃষ্টি-সংস্কৃতি বিলোপ হোৱাৰ পথত অগ্ৰসৰ হৈছে। ত্ৰিপুৰাবাসীৰ অৱস্থাৰ লেখিয়া আজি অসমবাসীৰো হৈছে। সেযেহে থলুৱা লোকৰ মনত উমি-উমি থকা জুইকুৰাই অসম আন্দোলনৰ মাজেৰে জ্বলি উঠিছিল। সদৌ অসম ছাত্ৰ সন্থাৰ একৈশ দফীয়া দাবী চনদৰ ভিতৰতে বিদেশী নাগৰিক বহিস্কাৰ দাবীটো মুখ্য দাবী হিচাপে ১৯৭৯ চনৰ ৮ জুন তাৰিখৰ পৰা অসম আন্দোলনৰ পাতনি মেলা হয। সম্পূৰ্ণ অহিংসা পন্থাৰে অনশন, সত্যাগ্ৰহ, ধৰ্ণা আদি কাৰ্য্যসূচীৰে সমস্যা সম্পৰ্কে চৰকাৰৰ দৃষ্টিগোচৰ কৰা হয। অসমৰ ভোটাৰ তালিকাত লাখ লাখ অবৈধ বিদেশী নাগৰিকৰ নাম সন্নিবিষ্ট হোৱা দৃষ্টান্ত ওলাই পৰিল মঙ্গলদৈ সমষ্টিত হীৰালাল পাটোৱাৰীৰ মৃত্যুত হ'বলগীযা উপ-নিৰ্বাচনৰ ক্ষেত্ৰত কৰা ভোটাৰ তালিকা সংশোধনী প্ৰক্ৰিযাত ওলাই পৰিল ৪৬ হেজাৰ অবৈধ ভোটাৰৰ নাম। ৰাজনৈতিক দলবোৰৰ মাজত হাহাকাৰ লাগিল। গোলাপ বৰবৰাৰ চৰকাৰৰ দিনতে তথ্য প্ৰকাশ পালে আৰু প্ৰাৰম্ভিক ব্যৱস্থা লোৱাৰ লগে লগে চৰকাৰখনেই ভাঙি গ'ল কিন্তু অসম আন্দোলনে পৰ্যায়ক্ৰমে শক্তিশালী ৰূপত আগবাঢ়িল। সমগ্ৰ অসমৰ জনগণক একত্ৰিত কৰি সদৌ অসম ছাত্ৰ সন্থাই সদৌ অসম গণ সংগ্ৰাম পৰিষদ গঠন কৰি ললে, আন্দোলনটো সুচাৰুৰূপে চলোৱাৰ মানসেৰে। গণ সংগ্ৰাম পৰিযদৰ অংশীদাৰ গোট আছিল মুঠ ৯ টা। বিশেষকৈ অসম সাহিত্য সভা, অসম জাতীযতাবাদী দল, পূৰ্বাঞ্চলীয় লোক পৰিষদ (দুয়োটা আঞ্চলিক ৰাজনৈতিক দল) অসম জাতীযতাবাদী যুৱ ছাত্ৰ পৰিষদ, অসম যুৱক সমাজ, লযাৰ্হ্ন ফোৰামক লৈ আৰু তিনিটা সংগঠন।

আনহাতে জনগণৰ মাজৰে এক বৃহৎ শক্তিশালী ৰূপৰ দুটা অংশীদাৰ গোট আছিল অসমৰ শ্ৰমিক কৰ্মচাৰী আৰু মহিলাসকল। এই দুয়ো ফৈদে কিন্তু গণ সংগ্ৰাম পৰিষদৰ অংশীদাৰ গোট হোৱা নাছিল যদিও আন্দোলনৰ মূল চালিকা শক্তি আছিল বুলি কব পাৰি। কৰ্মচাৰী পৰিষদসমূহে নীতিগতভাবে গণ সংগ্ৰাম পৰিষদৰ অংশীদাৰ হোৱা নাছিল এটা কাৰণত যিহেতু গণ সংগ্ৰাম পৰিষদৰ ভিতৰত দুটা আঞ্চলিক ৰাজনৈতিক দল অন্তৰ্ভুক্ত হৈছিল আৰু কৰ্মচাৰী পৰিষদ হ'ল অৰাজনৈতিক সংগঠন, প্ৰত্যক্ষ ৰাজনীতিৰ বাহিৰত থাকিহে আন্দোলনটোক সমৰ্থন কৰিছিল দেশৰ অখণ্ডতা ৰক্ষাৰ ক্ষেত্ৰত চৰকাৰী হৈয়ো নৈতিক দায়িত্ব পালনৰ বাবে চৰকাৰে অন্যায় নীতিৰ বিৰুদ্ধে গণতান্ত্ৰিকভাবে প্ৰতিবাদ কৰাৰ অধিকাৰ আছে। কবলৈ গলে সেযা সংবিধান প্ৰদত্ব মৌলিক অধিকাৰ। এগৰাকী স্বাধীন ভাৰতৰ নাগৰিক হিচাবে অসমৰ প্ৰতিগৰাকী শ্ৰমিক কৰ্মচাৰীয়ে অনুভৱ আৰু উপলব্ধি কৰিহে নিজ কৰ্ত্তব্য পালন কৰিছিল। অহিংস গণতান্ত্ৰিক আন্দোলনটোৰ সকলোবোৰ কাৰ্য্যসূচী মহামানৱ মহাত্মা গান্ধীৰ অহিংস নীতি আৰু আদৰ্শৰ ভিত্তিতহে যুগুটাই উলিওৱা হৈছিল। সেইবোৰ আছিল - অনশন, পিকেটিং, ধৰ্ণা, গণ অৱস্থান, অৱস্থান ধৰ্মঘট, সত্যাগ্ৰহ, মৌন সমদল, স্মাৰক পত্ৰ প্ৰদান, সভা, সমিতি, যোৰলৈ সমদল, চাইকেল শোভাযাত্ৰা, জনতা সান্ধ্য আইন, আইন অমান্য, জেলভৰো, পষ্টাৰিং, ঘেৰাও কাৰ্য্যসূচী, স্বাক্ষৰ অভিযান, তেল অৱৰোধ, পথবন্ধ ৰেল ৰকো, অসম বন্ধ, অসহযোগ, সামাজিক বৰ্জন আদিৰ দৰে কাৰ্য্যসূচী হাতত লৈ সমগ্ৰ পুৰুষ-মহিলা, ছাত্ৰ-ছাত্ৰী, শ্ৰমিক কৰ্মচাৰী বিষযাই স্বতঃস্ফুৰ্তভাবে অংশ গ্ৰহণ কৰি আন্দোলনটো চলাই নিছিল। জনগণৰ অভূতপূৰ্ব সহঁাৰিযে অসমত থকা সৰ্ব্বভাৰতীয় ৰাজনৈতিক দলবোৰে অসমত অপ্ৰাসঙ্গিক হৈ পৰিছিল। কেবাবাৰো অসমত ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্তন কৰিবলগীযা হৈছিল। ফলস্বৰূপে জনসাধাৰণৰ ওপৰতো চৰকাৰী অত্যাচাৰ আৰু সন্ত্ৰাস চলিবলৈ আৰম্ভ কৰিলে। আন্দোলনটোক যিকোনো প্ৰকাৰে দমন কৰি মযিমূৰ কৰিবলৈ প্ৰশাসন যন্ত্ৰটো উঠি পৰি লাগিল। জনবিৰোধী ভালেমান কলা আইন সৰ্ব্বসাধাৰণ ৰাইজৰ ওপৰত জাটি দি চৰকাৰে ৰং চাইছিল। এযা আছিল দীৰ্ঘদিন শাসনৰ চকীত বহি থকা কংগ্ৰেছ চৰকাৰৰ আক্ৰোশমূলক নীতি কিন্তু জনগণৰ বিশাল শক্তিৰ ওচৰত হাৰ মানিবলৈ বাধ্য হৈছিল। আন্দোলনৰ সমগ্ৰ কালচোৱাত অসমৰ সকলো গোট সম্প্ৰদায়ৰ মাজৰ পৰা জাতীয় সমস্যাটোৰ স্বাৰ্থত অসমৰ থলুৱা লোকৰ ৮৫৫ গৰাকী ব্যক্তি মৃত্যু মুখত পৰি "জাতীয শ্বহীদ" আখ্যা পালে কিন্তু সুক্ষ্মভাবে বিশ্লেষণ কৰিলে দেখা যায় শ্বহীদ পৰিয়ালৰ অধিকাংশ লোকেই নিম্ন আৰু মধ্যবিত্ত

শ্ৰেণীৰ পৰা অহা লোক। যিসকলৰ আৰ্থিক অৱস্থা সুচল নহয়। অথচ সামগ্ৰিকভাৱে আন্দোলনটোক সমৰ্থন কৰি গৈছিল। বিভিন্ন কাৰ্য্যসূচীৰ মাজতে আহি পৰিল নিৰ্বাচন বৰ্জন কাৰ্য্যসূচী। আন্দোলনৰ নেতৃবৰ্গই সকলোবোৰ ৰাজনৈতিক দলৰ প্ৰাৰ্থীকে নিৰ্বাচন বৰ্জন কৰিবলৈ আহ্বান জনাইছিল। কিছুমান ৰাজনৈতিক দলে সহাঁৰি জনাইছিল কিন্তু ৰাষ্ট্ৰীয় কংগ্ৰেছৰ নেতা অসমৰ ফকৰুদ্দিন আলী আহমেদৰ পত্নী কংগ্ৰেছ প্ৰাৰ্থী শ্ৰীমতী আবিদা আহমেদে বৰপেটা লোকসভা সমষ্টিৰ বাবে মনোনয়ন পত্ৰ দাখিল কৰিবলৈ যোৱাৰ পথত বৰপেটাৰ ভৱানীপুৰৰ উজান বৰবৰী গাঁৱৰ সন্তান সংগ্ৰামী ছাত্ৰ খৰ্গেশ্বৰ তালুকদাৰে সত্যাগ্ৰহ কৰি আবিদা আহমেদক বাধা দিযাত ১৯৭৯ চনৰ ১০ ডিচেম্বৰ তাৰিখে আই পি এচ অত্যাচাৰী পুলিচ বিষযা ডি আই জি শ্ৰীকে পি এচ গীলৰ হাতত অতি নিৰ্মমভাৱে খৰ্গেশ্বৰে মৃত্যু বৰণ কৰে। অসম আন্দোলনৰ প্ৰথম শ্বহীদ হিচাবে জনগণক কন্দুৱাই থৈ যায়। আনহাতে বৰপেটাৰ ই এ চি শ্ৰীপ্ৰফুল্ল শৰ্মাই আবিদা আহমেদৰ মনোনযন পত্ৰখন ত্ৰুটিপূৰ্ণ বুলি ঘোষণা কৰি কঠোৰ সিদ্ধান্তৰে আৰু সাহসেৰে নাকচ কৰে। সাংবিধানিক যুঁজখনত ৰাইজৰ পক্ষৰ জয় হয। তেতিযাৰে পৰা অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামৰ শক্তি আৰু মনোবল দিনে দিনে বাঢ়ি গ'ল। সমগ্ৰ বিশ্বৰ বিভিন্ন প্ৰান্তৰ পৰা নামী দামী সংবাদদাতা, ভিন্ন-ভিন্ন চেনেলৰ সংবাদ মাধ্যম, টেলিভিচন, অনাতাঁৰ সেৱাঁ, ৰাষ্ট্ৰীয় বাতৰি কাকতৰ সংবাদসেৱী আহি অসমত ভৰি পৰে। গতিকে অসমৰ অহিংস আন্দোলনৰ বাতৰি প্ৰচাৰ আৰু প্ৰকাশ বিশ্বজুৰি বিযপী পৰিল। প্ৰখ্যাত সাংবদিক কুলদীপ নাযাৰ, অৰুণ শ্বোৰী, এম জি কামাথ আদিযে সত্যনিষ্ঠ বাতৰি পৰিবেশন কৰি আন্দোলনৰ গুৰুত্ব বৃদ্ধি কৰিছিল। অসমীযা এটি ক্ষুদ্ৰ জাতিসত্বা হলেও আদৰ্শ আৰু মনোবলত যেন এক শক্তিশালী মহান জাতিসত্বাত পৰিণত হ'ল তেনে আত্মপ্ৰত্যয মনলৈ আহিল। আন্দোলনৰ গইনা লৈ কিছু কিছু বিভেদকামী শক্তি আনহাতে অসম বিৰোধী যডযন্ত্ৰকাৰীযে মিছা অবান্তৰ কথাৰে আন্দোলনটোক বিপথগামী কৰাৰো প্ৰচেষ্টা চলায। বিশেষকৈ পশ্চিমবঙ্গৰ কলিকতা কেন্দ্ৰীক কিছুসংখ্যক বাতৰি কাকতে আৰম্ভণিৰে পৰা আন্দোলনটোৰ বিৰোধিতা কৰিছিল। 'আজকাল' কাকতখনে সত্য কথাকো বিকৃত ৰূপত প্ৰকাশ কৰি অসমৰ ক্ষতি সাধন কৰিছিল। বিশেষকৈ অসমৰে এগৰাকী বিশিষ্ট সাংবাদিকে একপক্ষীযভাৱে মিছা সংবাদ পৰিৱেশন কৰিও "আজকাল কাকতখনক" বিতৰ্কৰ মাজলৈ ঠেলি দিছিল। অতি দুখৰ বিষয পশ্চিমবঙ্গৰ মুখ্যমন্ত্ৰী জ্যোতি বসু ডাঙৰীযাই বৰ তুলুঙা মন্তব্যৰে অসম আন্দোলনক "পিকনিক" আখ্যা দি অসমবাসীৰ গৰিহণা খাইছিল। আজি কিন্তু সেই অসম আন্দোলনৰ বিদেশী

নাগৰিকৰ সমস্যাই একেদৰে পশ্চিমবঙ্গকো বিপদত পেলাইছে। এনে তুলুঙা মন্তব্য অসমৰ ৰাষ্ট্ৰপতিৰ শাসনকালত ৰাজ্যপালৰ মুখ্য উপদেষ্টা "এইচ চি ছাৰিনেও" বহুবাৰ কৰিছিল। যিবোৰ মন্তব্যই অসমবাসীক অনাহকত উত্তেজিত কৰি তুলিছিল। অসমবাসীৰ সৰলতাৰ সুযোগ লৈ সমগ্ৰ ভাৰমূৰ্তিকে ভাৰতবাসীৰ চকুত হেয় প্ৰতিপন্ন কৰি তুলিছিল। এনে বহু সৰু-সুৰা ঘটনা ঘটাইছিল, যাৰ বাবে আন্দোলনৰ সামগ্ৰীকভাবে ক্ষতি হৈছিল।

অসম আন্দোলনে অসমৰ গৰিষ্ঠ সংখ্যক জন সমৰ্থন আদায কৰিব পাৰিছিল বুলিযেই পোন প্ৰথমবাৰৰ বাবে সদৌ অসম ছাত্ৰ সন্থাই ভাৰতৰ প্ৰধানমন্ত্ৰী প্ৰযাত ইন্দিৰা গান্ধীৰ হাতত ১৯৮০ চনৰ ২ ফেব্ৰুৰাৰী তাৰিখে এখন তথ্যপূৰ্ণ স্মাৰকপত্ৰ প্ৰদান কৰি আন্দোলনক স্বীকৃতি দি আলোচনাৰ দুৱাৰ মুকলি কৰা বুলি ক'ব পাৰি। আন্দোলনৰ ক্ষেত্ৰত এয়া আছিল যৌগাত্মক দিশ। তাৰ পিচৰ পৰাই কেন্দ্ৰীয চৰকাৰে আন্দোলনকাৰী নেতৃবৃন্দৰ সতে যোল্ল লানি আলোচনা কৰাৰ পিচতো কিছু কিছু ক্ষেত্ৰত সমাধানৰ সূত্ৰৰ কাষ চাপিলেও চৰকাৰৰ ৰাজনৈতিক পাশাখেল আৰু আকোৰগোজ মনোবৃত্তিৰ কাৰণেই আন্দোলনটি অস্বাভাৱিকভাবেই দীঘলীযা হৈ পৰিছিল। সমস্যাৰ অন্তত সমাধানৰ স্বাৰ্থতেই কৌশলগত ভাবেই আলোচনা আৰু আন্দোলনৰ কাৰ্য্যসূচী সমানেই চলি থাকিল। বিদেশী নাগৰিকৰ চিনাক্তকৰণৰ ক্ষেত্ৰত, ছাত্ৰ সন্থা আৰু গণ সংগ্ৰাম পৰিষদে প্ৰথমে দাবী কৰিছিল। প্ৰযাত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীযে ১৯৭১ চনক (বাংলাদেশ স্বাধীন হোৱা বৰ্ষ) ভিত্তি বছৰ হিচাপে লবলৈ পৰামৰ্শ আগবঢাইছিল কিন্তু আলোচনা কালত ১৯৬১ চনলৈ নামি অহাৰো ইচ্ছা প্ৰকাশ কৰিছিল আনহাতে তেতিয়াৰ অসমৰ ৰাজ্যপাল লালন প্ৰসাদ সিঙে দিযা প্ৰস্তাৱ আৰু আনটো হ'ল ৰাজ্যসভাত গৃহমন্ত্ৰী জেইল সিঙে দিযা প্ৰস্তাৱ আছিল এনে ধৰণৰ ১৯৬৭ চনৰ ভোটাৰ তালিকাৰ ভিত্তিত বিদেশী নাগৰিক নিৰ্ণয হ'ব লাগে। ৰাজ্যপালেই বিষযটোৰ সন্দৰ্ভত প্ৰধানমন্ত্ৰীক সৈমান কৰাৰ দাযিত্ব লৈছিল বুলি আমাক অসমৰ সাংসদ ˇঅজিত কুমাৰ শৰ্মা আৰু ˇদীনেশ গোস্বামী ডাঙৰীযাই নিজে কৈছিল আৰু এই ক্ষেত্ৰত তেওঁলোক দুযোগৰাকীযেই চৰকাৰৰ লগত যোগাযোগ কৰাত সহায সহযোগ আগবঢাইছিল। এইবোৰ পৰামৰ্শ ভিন ভিন বাতৰি কাকতত প্ৰকাশ পাইছিল কিন্তু আন্দোলনৰ নেতৃবৰ্গৰ পৰা সঁহাৰি নাপাই উক্ত পৰামৰ্শ কাৰ্যকৰী হৈ নুঠিল যাৰ বাবে আমাৰহে ক্ষতি হ'ল। এই সুযোগতে চতুৰ প্ৰধান মন্ত্ৰী ˇইন্দিৰা গান্ধীযে নিজৰ মতত অলৰ-অচৰ হৈ ১৯৭১ চনকে ভিত্তি বছৰ কথাত আকোৰগোজ স্থিতি ললে। কেন্দ্ৰীয় চৰকাৰৰ মনোবৃত্তি

সলনি কৰিবলৈ বাধ্য কৰোৱাত আন্দোলন কাৰীযে কিছু কিছু কঠোৰ কাৰ্য্যসূচীযো লবলগীয়া হৈছিল। সেইসূত্ৰে চৰকাৰক শলঠেকত পেলাবলৈ অসমৰ পৰা বাহিৰলৈ খাৰুৱা তেলৰ সৰবৰহ বন্ধ কৰিবলে পিকেটিংৰ জৰিয়তে ১৯৮০ চনৰ ৮ জানুৱাৰী তাৰিখৰ পৰা "তেল অৱৰোধ" কাৰ্য্যসূচী আৰম্ভ কৰা হয়। ১৮ জানুৱাৰী তাৰিখে তৈল প্ৰতিষ্ঠানৰ মুখ্য কাৰ্য্যালয় দুলীয়াজানত সমবেত হোৱা হেজাৰ বিজাৰ পিকেটিংকাৰী জনতাৰ ওপৰত অপ্ৰৰোচিতভাবে পুলিচ, চি আৰ. পিযে জপিয়াই পৰি বৰ্বৰ আক্ৰমণেৰে গুলী চলাই অজিত নেওগ, নগেন ডেকা, নৃপেন বৰা, কুমুদ গগৈক হত্যা কৰি ট্ৰিপালেৰে ঢাকি ৰাখিছিল। জনতাই তেওঁলোকক জাতীয শ্বহীদৰ মৰ্যদা দিয়ে। একেদৰে নাৰেঙ্গীৰ তৈল প্ৰতিষ্ঠানৰ কাৰ্য্যালয়ত চলোৱা পিকেটিং কাৰ্য্যসূচী বন্ধ কৰিবলৈ চৰকাৰে ঘোষণা কৰা "সান্ধ্য আইনক" অতৰ্কিতে গুৱাহাটী মহানগৰীৰ চৌদিশৰ পৰা ওলাই অহা পাঁচলাখ জনতাই "সান্ধ্য আইন" ভঙ্গ কৰা কাৰ্য্যই চৰকাৰক শোচনীয ভাবে পৰাজিত কৰে আৰু চৰকাৰৰ মনোবল লজ্জাজনক ভাবে ভাঙি পৰে। তেল অৱৰোধ পূৰ্ণমাত্ৰাত চলি থাকিল। আন্দোলনৰ ভিন্ন ভিন্ন কাৰ্য্যসূচীৰ আধাৰত অসমৰ বিদ্যুত কৰ্মী-বিষযাৰ পূৰ্ণ সহযোগত প্ৰতিবাদ কল্পে ৭ মে তাৰিখে এদিন সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলত "অন্ধকাৰ দিৱস" বা "Black Day" সৰ্ব্বাত্মক ৰূপত পালন কৰা হয। এনেভাবে অসম আন্দোলনৰ সকলো কাৰ্য্যসূচী পালন কৰা হয়। আন্দোলনটো দীঘলীযা হোৱাই কেতিযাবা ইযাৰ চোক বৃদ্ধি পায় আৰু কেতিযাবা কেতিযাবা স্থবিৰ হোৱা যেন অনুমান হৈছিল।

অসম আন্দোলনৰ অভূতপূৰ্ব চৰিত্ৰ লক্ষ্য কৰি দেশৰ প্ৰায সকলো ৰাজনৈতিক দলেই চিন্তিত হৈ আলোচনাৰে শান্তিপূৰ্ণ মীমাংসাৰ পোষকতা কৰিছিল। এই দিশত উত্তৰপূৰ্বাঞ্চলৰ নেতৃবৃন্দৰ মেঘালযৰ পি এ চাংমা, নাগালেণ্ডৰ চিংৱাং কনিযাক আৰু অৰুণাচল প্ৰদেশৰ পি কে থুঙ্গন আদিযে আন্দোলন স্থগিত ৰাখি আলোচনা কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। ইযাৰ পিছত মণিপুৰৰ মুখ্যমন্ত্ৰী ৰাজকুমাৰ দৰেন্দ্ৰ সিঙৰ সৈতেও ছাত্ৰ সন্থাৰ নেতৃবৰ্গই গুৱাহাটীত কেবালানি আলোচনাত বহে, আনকি ১৯৮১ চনৰ ১১ আগষ্ট তাৰিখে মণিপুৰৰ ৰাজধানী ইম্ফলতো আন্দোলনৰ নেতৃবৰ্গৰ সৈতে আলোচনা আৰম্ভ হৈছিল। উক্ত আলোচনাত কেন্দ্ৰীয চৰকাৰৰ গৃহ মন্ত্ৰালযৰ যুটীযা সচিব কে এম এল চাৱৰাই মধ্যস্থতা কৰা আৰু আন্দোলনৰ পৰিপ্ৰেক্ষিতত হোৱা চৰকাৰী আতিশয্যা তথা অত্যাচাৰৰ লগতে অন্যান্য শাস্তিমূলক ব্যৱস্থাৰ দিশবোৰৰ কথাও আলোচিত হৈছিল। ১৯৮১ চনৰ ২১ আগষ্টত মেঘালযৰ ৰাজধানী শ্বিলঙতো অসমৰ ৰাজ্যপাল এল পি সিং ৰাজ্যপালৰ মুখ্য উপদেষ্টা এইচ চি চাৰিণ আৰু উপদেষ্টা কে ৰামমূৰ্ত্তিযে আলোচনাত

অংশগ্ৰহণ কৰিছিল, উক্ত আলোচনাত কেন্দ্ৰীয় চৰকাৰৰ ৰাজ্যিক গৃহমন্ত্ৰী যোগেন্দ্ৰ মাকৱনাই কেন্দ্ৰীয় চৰকাৰক প্ৰতিনিধিত্ব কৰিছিল কিন্তু চাৰিণৰ উপস্থিতিক বাধা দিয়া হৈছিল যেহেতু চাৰিণে অসমীয়া মহিলা সমাজক ৰাজহুৱা ভাবে অপমান কৰিছিল বুলি আন্দোলনকাৰীয়ে প্ৰতিবাদ জনাইছিল। চাৰিণ এগৰাকী বিতৰ্কীত ব্যক্তি হিচাপে পৰিচিত হৈছিল। ১৯৮২ চনৰ ১৮ জানুৱাৰী তাৰিখে নতুন দিল্লীত পুনৰ এলানি ত্ৰিপাক্ষিক আলোচনা অনুষ্ঠিত হৈছিল। উক্ত আলোচনাত কেন্দ্ৰীয চৰকাৰ বিৰোধী দলৰ নেতৃবৰ্গ, ছাত্ৰসন্থা আৰু গণ সংগ্ৰাম পৰিষদৰ প্ৰতিনিধিযে অংশ গ্ৰহণ কৰিছিল। বিৰোধী নেতৃবৰ্গৰ ভিতৰত আছিল অটল বিহাৰী বাজপেযী, ইন্দ্ৰজিত গুপ্তা আৰু এইচ কে সুৰজিৎ সিং। ২০ জানুৱাৰী তাৰিখে চৰকাৰে বিদেশী নাগৰিক বহিস্কাৰ কৰাৰ বাবে কিছু নীতি গ্ৰহণ কৰিছিল — সেইবোৰ আছিল সংবিধানে ১৯৫৫ চনৰ নাগৰিকত্ব আইন, ১৯৪৬ চনৰ বিদেশী নাগৰিক আইন, ১৯৬৭ চনৰ পাচপোৰ্ট আইন মানি চলিব ইযাৰ উপৰিও ১৯৫১ চনৰ নাগৰিকৰ তালিকা, ভোটাৰ তালিকা, অসমৰ ভূমি আৰু ৰাজহ আইনৰ আধাৰত থকা ভূমিৰ তথ্য আদিও উল্লেখৰ প্ৰয়োজন হব বুলি কয। কিন্তু অতি পৰিতাপৰ কথা যে ৰাজ্যখনত বসবাস কৰা অবৈধ বিদেশী নাগৰিক সকলক চিনাক্ত কৰাৰ বাবে ২০০৫ চনৰ ৫ মে তাৰিখে সদৌ অসম ছাত্ৰ সন্থাৰ সৈতে অসম চুক্তি ৰূপাযন সম্পৰ্কীয ভাৰতৰ প্ৰধান মন্ত্ৰী পৰ্যাযৰ ত্ৰিপাক্ষিক বৈঠকত ৰাষ্ট্ৰীয নাগৰিক পঞ্জী প্ৰস্তুত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল আৰু এই গুৰুত্বপূৰ্ণ কাম ২০০৭ চনৰ চেপ্তেম্বৰ মাহত সম্পূৰ্ণ কৰা হব বুলিও চৰকাৰী প্ৰতিশ্ৰুতি দিছিল কিন্তু যোৱা ডেৰবছৰে চৰকাৰে একো কামকে নকৰিলে, গতিকে চৰকাৰ এখনৰ বিশ্বাসযোগ্যতা ক'ত থাকিল। ৰাষ্ট্ৰৰ নিৰাপত্তা সুনিশ্চিত নহয। ১৯৮২ চনৰ ২৫ আগষ্ট তাৰিখে ছাত্ৰ সন্থাৰ ৩৪ জনীযা গণ সংগ্ৰাম পৰিষদৰ ১৬ জনীযা প্ৰতিনিধি দলৰ সৈতে চৰকাৰৰ ত্ৰিপাক্ষিক আলোচনা হৈছিল য'ত কেন্দ্ৰীয গৃহমন্ত্ৰীৰ উপৰিও আইন মন্ত্ৰী, বিত্ত মন্ত্ৰী, পেট্ৰলিযাম মন্ত্ৰী আৰু গৃহ ৰাজ্যিক মন্ত্ৰী দুগৰাকীও উপস্থিত আছিল। আনহাতে বিৰোধী ৰাজনৈতিক দলৰ নেতৃবৃন্দ অটল বিহাৰী বাজপেযী, যশবন্ত সিং, এইচ এচ সুৰজিৎ, কে পি উন্নীকৃষ্ণন, ৰবীন্দ্ৰ বাৰ্মা আৰু ইন্দ্ৰজিত গুপ্তাযো আলোচনাত অংশ গ্ৰহণ কৰিছিল। চৰকাৰী, বিৰোধী দল আদিৰ এটাই গোপন উদ্দেশ্য আছিল যেনে তেনে প্ৰকাৰে সংবিধানৰ দোহাই দি অসমত অবৈধভাবে হলেও ১৯৮৩ চনত নিৰ্বাচন পাতিব লাগে। সমস্যা সমাধানৰ কথা পিচত ৰাখিছিল ফলত সমগ্ৰ গণতন্ত্ৰৰ প্ৰতিয়ে ৰাইজৰ আস্থা আৰু বিশ্বাস হেৰাই গৈছিল। এই ক্ষেত্ৰত ভাৰতৰ প্ৰসিদ্ধ আইনজ্ঞ ন্যায়াধীশ তাৰকুণ্ডেৰ সহযোগ আমি সময়ে সমযে পাইছিলো।

অসমৰ বাবে ১৯৮৩ চনটো ইতিহাসৰ কলা অধ্যায় স্বৰূপে চিহ্নিত হৈ ৰ'ব। ১৯৮৩ চনৰ ফেব্ৰুৱাৰী মাহত অনুষ্ঠিত হবলগীয়া নিৰ্ব্বাচন এখন শুদ্ধ ভোটাৰ তালিকাৰ ভিত্তিতহে হব লাগিব বুলি দাবী কৰাৰ পিচতো অবৈধ বিদেশীৰ নাম বাতিল নকৰাকৈয়ে ভাৰতৰ মুখ্য নিৰ্বাচনী আয়ুক্ত এচ. এল. ছাকধৰে নিৰ্বাচন পতাৰ বাবে ৮৩ ৰ জানুৱাৰীতে জাননী দিয়ে আৰু ফেব্ৰুৱাৰী মাহৰ ১৪, ১৭ আৰু ১৮ তাৰিখ নিৰ্বাচনৰ দিন ঘোষণা কৰে। ১২৬ খন বিধান সভাৰ আসন আৰু ১২ খন লোকসভাৰ আসনৰ বাবে নিৰ্বাচন। ইয়াৰে ১৪ তাৰিখে ৬২ খনৰ বাবে, ১৭ তাৰিখে ৩৭ খনৰ বাবে আৰু ১৮ তাৰিখে ২৭ খন আসনৰ বাবে নিৰ্বাচনৰ তাৰিখ স্থিৰ কৰে। লগে লগে অসমত যেনিবা জুইহে জ্বলিল। চাৰিওপিনে অসম বন্ধ, পথবন্ধ, গণ সমাৰেশ, নিষ্প্ৰদীপ, শোভাযাত্ৰা, অনশন, পিকেটিং, জনতা সান্ধ্য আইন, তেল, মৰাপাট, কাঠ-বাহ, প্লাইউদ আদিৰ ক্ষেত্ৰতো অৱৰোধ কাৰ্যসূচী লোৱা হ'ল। এক অৰাজকতাৰ ভয়াৱহ পৰিৱেশ সৃষ্টি হ'ল। চৰকাৰৰ অবৈধ নিৰ্বাচনৰ তীব্ৰ প্ৰতিবাদ স্বৰূপে সমগ্ৰ অসমৰ ৰাজ্য চৰকাৰ, কেন্দ্ৰীয় চৰকাৰ, বেঙ্ক, বিদ্যুৎ নিগমৰ ৯ লাখ শ্ৰমিক কৰ্মচাৰী বিষয়াই "সৰ্ব্বাত্মক অসহযোগ" কাৰ্য্যসূচী লৈ "নিৰ্বাচনক" প্ৰত্যাহ্বান জনায। এযা সমগ্ৰ বিশ্বৰ বাবেই বিৰল ঘটনা। নিৰ্বাচনক কেন্দ্ৰ কৰি নেলী, গহপুৰ, ছমৰীযা আদিত ভীষণ সংঘৰ্ষৰ সুত্ৰপাত হ'ল। নেলীত ভাষিক সংখ্যালঘু সন্দেহজনক বাংলাদেশীক কোনোবাই হত্যা কৰা ঘটনাত সমগ্ৰ দেশতে তোলপাৰ লাগিল। ন্যায়িক তদন্তৰ দাবী আন্তঃৰাষ্ট্ৰীয পৰ্যায পালেগৈ। চৰকাৰৰ সম্পূৰ্ণ ভুল সিদ্ধান্তৰ বাবে এনে অমানুষিক ঘটনাবোৰ হবলৈ পালে। নিৰ্বাচনটো যে এক "প্ৰহসনত" পৰিণত হ'ল সেই কথা জনসাধাৰণেই নহয চৰকাৰেও বুজি পালে। চৰকাৰে সাংবিধানিক দাযবদ্ধতাৰ কথা কৈ মানুহ মাৰি কাটি হলেও নিৰ্বাচন পাতি গণতন্ত্ৰৰ নাম ললে। ২৭ ফেব্ৰুৱাৰী তাৰিখে অসম কংগ্ৰেছ (ই) দলৰ নেতা নিৰ্বাচিত হৈ হিতেশ্বৰ শইকীযাই মুখ্যমন্ত্ৰী হিচাপে শপত গ্ৰহণ কৰে। তথাকথিত নতুন মন্ত্ৰীসভাই কাৰ্য্যভাৰ লোৱাৰ দিনাই ২৪ ঘন্টীযা সৰ্ব্বাত্মক অসহযোগ কাৰ্যসূচী পালন কৰা হয়। উক্ত অবৈধ নিৰ্বাচনৰ লগে লগে অসমৰ সমাজ জীৱনত কোনোদিনে নোহোৱা ভিন্ন ভিন্ন গোষ্ঠীৰ মাজত সম্প্ৰদাযৰ মাজত স্পষ্টৰূপত মেৰু বিভাজন হৈ পৰিল মানুহৰ মাজত আস্থা আৰু বিশ্বাসত ঘুণে ধৰিলে। হত্যা, লুণ্ঠন, হিংসা, বিদ্বেষ বৃদ্ধি পালে। অসমৰ সাতামপুৰুষীয়া সমন্বযৰ ক্ষেত্ৰখনত ফাট মেলিলে। মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই আটাইতকৈ ঘৃণনীয় কামটো কৰিলে সদৌ অসম ছাত্ৰ সন্থাক দুৰ্বল কৰিবলৈ সমান্তৰাল ভাবে সদৌ অসম সংখ্যালঘু ছাত্ৰসন্থা গঠনত সম্পূৰ্ণ পৃষ্ঠপোষকতা কৰিলে। যিটো বদনাম

চিৰকাল ৰৈ গ'ল। বিভাজন কাৰ্য্যত শইকীয়া আছিল চতুৰ আৰু সিদ্ধহস্ত পুৰুষ। আনহাতে অসমৰ বিস্তৰ ক্ষতি হ'ল। অসমৰ "সংখ্যালঘুক" ৰক্ষণাবেক্ষণ দিয়াৰ নামত তেওঁৰ মন্ত্রীসভাৰ বিতৰ্কীত মন্ত্রী আব্দুল মুহিব মজুমদাৰে কুখ্যাত আই এম ডি. টি আইনখন প্রস্তুত কৰি অকল অসমৰ ক্ষেত্রতে বাহাল ৰাখিলে। এই আইনখনে অবৈধ বাংলাদেশীক সম্পূর্ণ ৰক্ষণাবেক্ষণ দিয়াৰ ব্যৱস্থা কৰি খিলঞ্জীয়া থলুৱা জনসাধাৰণক সংখ্যালঘু কৰাৰ ষডযন্ত্র নিহীত হৈ আছিল। উক্ত আইনৰ ব্যৱস্থা অনুসৰি লাখে লাখে টকা খৰচ কৰি "ট্রিবিউনেল" গঠন কৰি "অবৈধ বিদেশী নাগৰিকক বিতৰণ কৰাত বাধা আহি পৰিল। চৰকাৰখনে জনগণৰ শত্রুতামূলক আচৰণ কৰি খ্যাতি আৰ্জিলে। শেষত যেনিবা অসম গণ পৰিষদ দলৰ সাংসদ সৰ্বানন্দ সোণোৱালে আন আন কিছু ব্যক্তি / লোকৰ সহায়ত দেশৰ উচ্চতম ন্যায়ালয়ত আইনৰ যুদ্ধৰে আই এম ডি টি আইনখন বাতিল কৰাই এটা অধ্যায়ৰ পতন ঘটালে। তথাপি কেন্দ্রৰ কংগ্রেছী মন্ত্রীমণ্ডলে আই এম ডি টি ৰ বিকল্প আইন এখনৰ কথা চিন্তা-চৰ্চা কৰি আছে। এয়া কৰিলে অসমত পুনৰ সংঘৰ্ষৰ সৃষ্টি হব। কংগ্রেছে বাংলাদেশীৰ স্বাৰ্থত কাম কৰাৰ প্রধান উদ্দেশ্য হ'ল "ভোটবেঙ্ক" নেলীৰ হত্যাকাণ্ড আৰু আন সংঘৰ্ষৰ তথ্য উদঘাটন অৰ্থে চৰকাৰে "টৈৱাৰী কমিচন" গঠন কৰি দিয়ে কিন্তু চৰকাৰৰ তথ্যত জনসাধাৰণে বিশ্বাসত নলৈ অসমৰ জনসাধাৰণৰ স্বাৰ্থত প্রকৃত সত্যনিষ্ঠ তথ্য উলিয়াবলৈ অসম মুক্তি যোদ্ধা সন্মিলনীয় প্রসিদ্ধ সাংবাদিক হৰেন্দ্র নাথ বৰুৱাৰ নেতৃত্বত বেচৰকাৰী ভাৱে "মেহেতো কমিচন" গঠন কৰি দিয়ে। ৰাইজে কিন্তু মেহতা কমিচনকহে সহায় সহযোগ কৰিছিল আৰু অতি ভাৰসাম্য তথ্যভিত্তিক ৰিপোৰ্ট এটা প্রকাশ কৰিছিল।

অসম আন্দোলনৰ সময়ত অসমৰ কেবাখনো জনপ্রিয় বাতৰি কাকত চৰকাৰৰ ৰোষত পৰিছিল। আন্দোলনৰ সমৰ্থক বুলি কেবাবাৰো অসমৰ বাতৰি কাকতৰ ওপৰত "প্রেছ চেনচ্ছোৰ" লগাই বাতৰি কাকতৰ স্বাধীনতা হৰণ কৰিছিল। বিশেষকৈ গুৱাহাটীৰ পৰা প্রকাশ পোৱা দৈনিক অসম, আসাম ট্রিবিউন আৰু যোৰহাটৰ পৰা প্রকাশিত দৈনিক জনমভূমি কাকতৰ ওপৰত চৰকাৰী হাৰাশাস্তি বহুবাৰ কৰাইছিল। দৈনিক অসমৰ বিশিষ্ট সাংবাদিক কীৰ্তিনাথ হাজৰিকাৰ অসম আন্দোলনৰ ক্ষেত্ৰত অৰিহণা সবাতোকৈ বেছি। অসম আন্দোলনৰ ভৰপকত দৈনিক অসমৰ চাৰ্কুলেচন এক লাখৰ দেওনা পাৰ হোৱাটো বিশেষ উল্লেখনীয় দিশ। অসমৰ স্বাৰ্থত আন্দোলনৰ পক্ষত থাকি ৰাইজক সেৱা আগবঢ়োৱা বিশিষ্ট সাংবাদিক হৰেন্দ্র নাথ বৰুৱা, কীৰ্তিনাথ হাজৰিকা, ৰবীন্দ্ৰ নাথ বৰুৱা, ধীৰেন্দ্ৰ নাথ বেজবৰুৱা,

ৰাধিকা মোহন ভাগৱতী, প্ৰফুল্ল বৰুৱা, কনকসেন ডেকা, যতীন বৰগোহাঞি আদিৰ নাম লবই লাগিব। আনহাতে অসম আন্দোলনৰ তথ্যভিত্তিক নথি-পত্ৰ সংৰক্ষণৰ উদ্দেশ্যে অসম আন্দোলনৰ আৰম্ভণিৰে পৰা অৰ্থাৎ ১৯৭৯ চনৰ ৮ জুন তাৰিখৰ পৰা ১৯৮৫ চনৰ ১৫ আগষ্ট তাৰিখলৈ দৈনিক অসম আৰু আসাম ট্ৰিবিউনৰ (ছয় বছৰৰ) প্ৰায় ৪৫০০ কপি বাতৰি কাকত নিজাববীয়াকৈ বন্ধাই ৰাখি অসম আন্দোলনৰ অন্যতম শ্ৰমিক কৰ্মচাৰী নেতা খনীন্দ্ৰ চন্দ্ৰ দাসে যোৱা ১৪ জুলাই ২০০৬ তাৰিখে শ্ৰীমন্ত শঙ্কৰদেৱ কলাক্ষেত্ৰত দান দিয়ে ভৱিষ্যতে অসম আন্দোলনৰ ওপৰত সঠিকভাবে মূল্যায়ন কৰি গৱেষণাপত্ৰৰ যোগেৰে নতুন প্ৰজন্মক বাৰ্তা দিবলৈ এই কষ্টকৰ কামফেৰা কৰিছে, দাসে। উক্ত অনুষ্ঠানৰ লগত সঙ্গতি ৰাখি কৰ্মচাৰী পৰিষদ কলাক্ষেত্ৰ আৰু গুৱাহাটী সাহিত্য কাননৰ যুটীযা উদ্যোগত সৰু সৰুকৈ এখনি স্মৰণিকা প্ৰকাশ কৰি দাসক — "সমাজহিতৈষী" উপাধি প্ৰদান কৰে। কলাক্ষেত্ৰত অগণন শুভাকাঙ্খীৰে পূৰ্ণ প্ৰেক্ষাগৃহত বিশিষ্ট সাংবাদিক ধীৰেন্দ্ৰ নাথ চক্ৰৱৰ্ত্তী আৰু ট্ৰিবিউন গোষ্ঠী প্ৰফুল্ল গোবিন্দ বৰুৱাৰ পৌৰহিত্বত উক্ত অনুষ্ঠানটি অনুষ্ঠিত হৈছিল। অসম আন্দোলনৰ স্থায়ী মূল্যাঙ্কন আজি ২৫ বছৰেও নহ'ল। এই গুৰুত্বপূৰ্ণ কথাটো সদৌ অসম ছাত্ৰসন্থা আৰু অসম জাতীযতাবাদী যুৱ ছাত্ৰ পৰিষদে আন্তৰিকতাৰে উপলব্ধি কৰা উচিত বুলি অনুভৱ কৰা হয।

বিশ্বৰ ঐতিহাসিক অসম আন্দোলনটো ছয বছৰ চলোৱাৰ পিচত পৰিসমাপ্তি ঘটিল ১৯৮৫ চনৰ ১৫ আগষ্ট তাৰিখৰ মাজ নিশা "অসম চুক্তি" সম্পাদনাৰ মাজেৰে যদিও চুক্তিখনৰ সকলোবোৰ দফা স্পষ্ট আৰু মনপুত বহুতৰে নহ'ল। চুক্তি ৰূপাযনৰ নিৰ্দ্ধাৰিত সমযসীমা ধৰি দিযা নহ'ল। যাৰ ফলশ্ৰুতিত আজি ২৫ বছৰেও চুক্তিৰ আধাৰত কামবোৰ ৰূপায়িত হোৱা নাই। সদৌ অসম ছাত্ৰ সন্থাই অহৰহ কেন্দ্ৰীয় চৰকাৰৰ লগত এই বিষযটোৰ ওপৰত তীব্ৰ প্ৰতিবাদেৰে আলোচনা কৰি আছে। প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীৰ উপস্থিতিত চহী কৰিছিল সদৌ অসম ছাত্ৰ সন্থাৰ সভাপতি প্ৰফুল্ল কুমাৰ মহন্তই, সাধাৰণ সম্পাদক ভৃগুকুমাৰ ফুকনে আৰু গণসংগ্ৰাম পৰিষদৰ আহ্বাযক বিৰাজ শৰ্মাই। কেন্দ্ৰীয চৰকাৰৰ গৃহ সচিব আৰ ভি প্ৰধান আৰু অসম চৰকাৰৰ মুখ্য সচিব পি পি ত্ৰিবেদীয়ে স্বাক্ষৰ কৰিছিল। অসম আন্দোলনৰ মূল চালিকা শক্তি আছিল জনসাধাৰণ আৰু সক্ৰিয় সাংগঠনিক দিশত সদৌ অসম ছাত্ৰসন্থা অসম জাতীয়তাবাদী যুৱ ছাত্ৰ পৰিষদৰ উপৰিও কৰ্মচাৰী পৰিষদৰ সমন্বযৰক্ষী সমিতি, সদৌ অসম উকীল সন্থা, সদৌ অসম মুক্তি যুজাঁৰু সন্মিলনীৰ লগতে অসমৰ সমগ্ৰ মহিলা সমাজ যথেষ্ট সক্ৰিয় আছিল। বিশেষকৈ

জাগ্রত মহিলা পৰিষদ আৰু মূলাগাভৰু সন্থাৰ অৰিহণাক নুই কৰিব নোৱাৰি। ৰেখা শৰ্মা, আভা বড়া, নিৰু মহন্ত, কুন্তলা ডেকা, কমলিনী গগৈৰ লেখিয়া বহু মহিলাই আন্দোলনৰ ক্ষেত্ৰত যথেষ্ট ত্যাগ স্বীকাৰ কৰিছিল।

অসম আন্দোলন আৰু কৰ্মচাৰী পৰিষদ বুলি কবলৈ হলে আন এটা সুকীয়া অধ্যায় মনলৈ আহে সেয়েহে আন্দোলনৰ পৰিপ্ৰেক্ষিতত কৰ্মচাৰী পৰিষদ সমূহৰ গঠন আৰু আন্দোলনত পালন কৰা ভূমিকা সম্পৰ্কে কিছুমান মুল কথা সন্নিবিষ্ট কৰা নহ'লে এই অভূতপূৰ্ব বৃহৎ আন্দোলনৰ স্বাৰ্থত কৰ্মচাৰীসকলৰ ভূমিকা সম্পৰ্কে হয়তো চিৰকালেই গৌণ হৈ ৰব। অসম আন্দোলনৰ কাৰ্য্যসূচীবোৰ যুগুত কৰোতে বহুতো দিশ কৌশলগত ভাবে চিন্তা চৰ্চ্চা কৰিবলগীয়া হৈছিল, কাৰণ ছাত্ৰ-ছাত্ৰী, কৃষক, মহিলা বা সৰ্বসাধাৰণ ৰাইজে যিকোনো কাৰ্য্যসূচীতে যোগ দিয়াত বাধা নাছিল কিন্তু শ্ৰমিক কৰ্মচাৰী বিষযাই আনৰ দৰে আন্দোলন কৰিব নোৱাৰে, আইনমতেই বাধা আছে। ট্ৰেডইউনিযনৰ কথা সুকীযা। কৰ্মচাৰী এগৰাকীযে অকলে আন্দোলনত নামিব নোৱাৰে নিজৰ বিভাগীয় কৰ্মী ইউনিয়নৰ নিৰ্দ্দেশতহে আন্দোলনৰ কাৰ্য্যসূচী সমূহীয়াভাবে লব পাৰে। সমস্যা এইখিনিতেই শ্ৰমিক কৰ্মী সন্থাবোৰৰ বেছিভাগেই সৰ্বভাৰতীয বাওঁপন্থী মতবাদৰ দ্বাৰা স্বীকৃতিপ্ৰাপ্ত। সেযেহে অসম আন্দোলনক উক্ত সংগঠনবোৰ আৰম্ভণীৰে পৰা বিৰোধিতা কৰি আহিছে। নিৰ্যাতিতা শ্ৰমিক কৰ্মচাৰীৰ নিৰাপত্তাৰ প্ৰশ্ন আহি পৰিল। এই সমস্যাৰ জোৰা মাৰিবলৈকেই আমাক কিছু সংখ্যক সৰ্বভাৰতীয অথচ আঞ্চলিক চিন্তাধাৰাৰ কৰ্মচাৰী নেতৃবৃন্দই আন্দোলনটোৰ স্বাৰ্থত অসম ভিত্তিত এক সুকীযা শ্ৰমিক সংগঠন গঢ় দিয়াৰ প্ৰকল্প লয়। বিভাগবোৰৰ নিজা কৰ্মীসন্থা থকা স্বত্বেও নিজৰ স্বকীয় বৈশিষ্ট অটুত ৰাখি একোখন সমূহীয়া মঞ্চ গঠন কৰাৰ প্ৰক্ৰিয়া চলিল। এই মহান উদ্দেশ্য লৈযে ৰাজ্যিক, কেন্দ্ৰীয অৰ্দ্ধকেন্দ্ৰীয বেঙ্ক, বিদ্যুত, নিগম, প্ৰতিষ্ঠান আৰু বেচৰকাৰী শ্ৰমিক কৰ্মীৰ একোখনকৈ ৰাজ্যিক মঞ্চ গঠন হ'ল। ১৯৭৯ চনৰ ডিচেম্বৰ মাহত তেজপুৰত মিলিত হৈ সদৌ অসম কৰ্মচাৰী পৰিষদ (ৰাজ্যিক) গঠন হ'ল। সদৌ অসম কেন্দ্ৰীয অৰ্দ্ধকেন্দ্ৰীয় কৰ্মচাৰী পৰিষদ ১৯৮০ চনৰ ২৫ জানুৱাৰী তাৰিখে গুৱাহাটীত গঠন হ'ল। সেইদৰে ১৯৮০ চনৰ ১০ জানুৱাৰী তাৰিখে সদৌ অসম বিদ্যুৎ কৰ্মী কল্যাণ পৰিষদ, ১৯৮০ চনৰ জুন মাহত সদৌ অসম বেঙ্ক কৰ্মচাৰী পৰিষদ, সদৌ অসম বেচৰকাৰী শ্ৰমিক কৰ্মচাৰী পৰিষদ আৰু শেষত সদৌ অসম নিগম আৰু প্ৰতিষ্ঠান কৰ্মীসন্থা নতুন নামেৰে গঠন হয। মুঠ ছয়খন পৰিষদত ৯ লাখ শ্ৰমিক কৰ্মচাৰী সঙ্গবদ্ধ হ'ল। অসম আন্দোলনৰ সমৰ্থনত এক বৃহৎ শক্তিৰ সুচনা হ'ল। ইতিমধ্যে আন্দোলনক ভেটা দিবলৈ কেন্দ্ৰীয চৰকাৰে যেতিয়া অসমত

"অসম অশান্ত অঞ্চল আইনখন" বলবৎ কৰে, এক মুহূৰ্ত পলম নকৰি ১৯৮০ চনৰ ৬ এপ্ৰিল তাৰিখে ৰাজ্যিক কেন্দ্ৰীয় অৰ্দ্ধকেন্দ্ৰীয় আৰু বিদ্যুৎ পৰিষদ লগ লাগি "সদৌ অসম কৰ্মচাৰী পৰিষদ সমূহৰ সমন্বয়ৰক্ষী সমিতি" গঠন কৰা হয়, পিছত বাকী তিনিখন পৰিষদেও সমন্বয়ৰক্ষী সমিতিৰ নিৰ্দেশতে আছু গণ সংগ্ৰাম পৰিষদৰ যৌথ কাৰ্য্যসূচীবোৰত সহযোগ কৰি গ'ল। কৰ্মচাৰী দিশৰ সমন্বয়ৰক্ষী সমিতিক, গণ সংগ্ৰাম পৰিষদৰ অংশীদাৰ গোট হিচাপে লবলৈ আছুই প্ৰস্তাৱ দিছিল যদিও পৰিষদত দুটা ৰাজনৈতিক দল থকা বাবে পোনপতীয়া অংশীদাৰ নহৈ সমন্বয়ৰক্ষী সমিতিয়ে সহযোগী গোট হিচাবে কাম কৰাৰ সিদ্ধান্ত লোৱা হয। এয়া আছিল কৰ্মচাৰী পৰিষদৰ এক পুৰঠ আৰু কৌশলগত সিদ্ধান্ত। ইয়াৰ ফলত চৰকাৰেও প্ৰত্যক্ষভাবে কৰ্মচাৰী পৰিষদক আইনৰ গণ্ডীত দোষী কৰিব নোৱাৰা হ'ল। বাওপন্থী দল আৰু সংগঠনৰ অসম আন্দোলনৰ বিৰোধীতা কৰাৰ যোগ্য প্ৰত্যুত্তৰ দিলে কৰ্মচাৰী পৰিষদে। ভাৰতৰ ভিতৰত প্ৰথমে অসমতে "এন এচ এ কলা আইন" বলবৎ কৰি সমন্বযৰক্ষী সমিতিৰ দুগৰাকী আহ্বায়ক কমল নাযক আৰু ভৈৰৱ প্ৰসাদ দাসক গ্ৰেপ্তাৰ কৰি কৰ্মচাৰীৰ মনোবল দুৰ্বল কৰিব বিচাৰিছিল কিন্তু নোৱাৰিলে। আন্দোলন যেতিযা একেবাৰে তুঙ্গত আছিল ৰাজ্য চৰকাৰৰ ৰাজধানী দিশপুৰ সচিবালয চৌহদত ১৯৮০ চনৰ ১ নবেম্বৰ তাৰিখে কৰ্মৰত অৱস্থাত দিলীপ চক্ৰৱৰ্ত্তীক পুলিচে গুলীযাই হত্যা কৰাৰ প্ৰতিবাদত সমন্বযৰক্ষী সমিতিয়ে ঘোষণা কৰা ৪ নবেম্বৰৰ পৰা ১০ ডিচেম্বৰলৈ সমগ্ৰ অসমত শ্ৰমিক-কৰ্মচাৰী বিষয়াৰ সোতৰদিনীয়া অসহযোগ কাৰ্যসূচী আছিল এক বিৰল দৃষ্টান্ত। অকল সেইটোৱে নহয কৰ্মচাৰীৰ বিৰুদ্ধে "অত্যাৱশ্যকীযা সেৱা আইনৰ" দৰে কলা আইন চৰকাৰে প্ৰযোগ কৰাত ১৯৮০ চনৰ ২৪ জুলাই তাৰিখৰ পৰা "নিৰ্য্যাতন বিৰোধী দিৱস" পালন কৰা হৈছিল। ১৯৮৩ চনতো ৫ তাৰিখৰ পৰা ২২ ফেব্ৰুৱাৰী তাৰিখলৈ অবৈধ নিৰ্বাচনৰ প্ৰতিবাদ কল্পে সৰ্ব্বাত্মক অসহযোগ কাৰ্য্যসূচী পালন কৰা হৈছিল। খাৰুৱা তেল অৱৰোধ কাৰ্যত তৈলকৰ্মীৰ সাহসীকতাই এক নজিৰ ৰাখি থৈছে। আন্দোলনৰ সমযচোৱাত সমূহ কৰ্মচাৰীৰ দৰমহা কৰ্ত্তন, চাকৰিৰ ধাৰাবাহিকতা ছেদ, নিলম্বীত বদলিকৰণ, বৰ্খাস্ত, জেল, জৰিমনা, হত্যা কোনো এবিধ নিৰ্যাতনেই বাদ পৰা নাছিল। আন্দোলনৰ ফলশ্ৰুতিত ৰাইজ আৰু কৰ্মচাৰীৰ দান বৰঙণিৰ সাক্ষীস্বৰূপে আজি স্থাযী ভিত্তিত গঢ়ি উঠিল "শ্বহীদ আৰু নিৰ্যাতিত ন্যাস পুজি" গণ সংগ্ৰাম পৰিষদৰ ভূমিকাৰ তুলনাত কৰ্মচাৰী পৰিষদ সমূহৰ ভূমিকাক লঘু কৰি দেখুৱালে এক সাংঘাটিক অন্যায কৰা হ'ব। ১৯৮৫ চনৰ ১৫ আগষ্ট তাৰিখে আন্দোলনৰ সমাপ্তি ঘটি অসম চুক্তি হ'ল। ৰাজ্যিক কৰ্মচাৰীৰ নিৰ্যাতন

লগে লগে উঠি গ'ল। ৰাজ্যিক কৰ্মচাৰী পৰিষদ সমন্বয়ৰ পৰা আঁতৰি গ'ল। আছুৰ সহযোগত পাচ বছৰৰ মূৰত কেন্দ্ৰীয় অৰ্দ্ধকেন্দ্ৰীয় আৰু বেঙ্কৰ কৰ্মীৰ নিৰ্য্যাতন কেন্দ্ৰীয় চৰকাৰে তুলি দিবলৈ বাধ্য হ'ল। এয়া সমন্বয়ৰক্ষী সমিটিৰে সাফল্য। কৰ্মচাৰী পৰিষদৰ ভূমিকাৰ অন্ত নাই যদিও কিছু কিছু উদাহৰণ হে দিয়া হ'ল। ই সম্পূৰ্ণ বুলি কব নোৱাৰি।

অসম চুক্তিৰ পিছত ১৯৮৫ চনৰ ১৪ নবেম্বৰ তাৰিখে গোলাঘাটত আন্দোলনকাৰীৰ দ্বাৰাই শক্তিশালী আঞ্চলিক দল অসম গণ পৰিষদৰ জন্ম হয়। ৰাইজে অন্তকৰণেৰে বিশ্বাস কৰিছিল যে, বিদেশী নাগৰিকৰ সমস্যাৰ সমাধান হ'ব কিন্তু প্ৰফুল্ল মহন্তৰ চৰকাৰখনে দহ বছৰ ৰাজ্য শাসনৰ দাযিত্বত থাকিও আৰু পাঁচ বছৰ বিৰোধী পক্ষত বহিযো একো কৰিব নোৱাৰিলে ৰাইজক চূড়ান্ত প্ৰতাৰণা কৰিলে। দুৰ্নীতিত পোট খাই পৰিল। বিশ্বাসঘাটকৰ ৰূপত ৰাজনীতিৰ পথাৰখনক কলুষিত কৰি তুলিলে। আজি ৰাজ্যখনত আস্থা আৰু বিশ্বাসৰ অভাৱ খুব বেয়াধৰণে উপলব্ধি হৈছে। এই কথা কিন্তু নেতাসকলে পাহৰি গ'ল। যাৰ ফলত অকল নিজৰেই ক্ষতি হোৱা নাই, অসমৰ বিস্তৰ ক্ষতি হ'ল।

অসম আন্দোলনৰ পিচৰ পৰা সকলো সৰু বৰ জনগোষ্ঠীয়ে নিজা নিজা স্থিতি সবল কৰাত ব্যস্ত হৈ পৰিছে ফলত দেখ দেখকৈ বিভাজন আহি পৰিছে জাতীয় অনুষ্ঠান হিচাবে অসম সাহিত্য সভা, সদৌ অসম ছাত্ৰ সন্থা, অসম জাতীয়তাবাদী যুৱ ছাত্ৰ পৰিষদ, সদৌ অসম কৰ্মচাৰী পৰিষদ আদিতো কিছু স্বাৰ্থন্বেষী লোকে সুবিধাৰ বাবে এনে গৰ্হিত কামবোৰ কৰি আছে অসম চুক্তিৰ দফাবোৰ কাৰ্য্যকৰী হোৱা নাই। সীমান্ত মুক্ত হৈ আছে। মৌলবাদী শক্তি, উগ্ৰবাদীৰ সমস্যা দিনে দিনে বৃদ্ধি পাই আহিছে। ৰাজনৈতিক দলবোৰৰ নীতি আৰু আদৰ্শ নোহোৱা হৈ পৰিছে। ৰাইজে এতিয়া কাক বিশ্বাস কৰিব সেইটোৱে ডাঙৰ প্ৰশ্ন। মুঠতে ৰাইজ সঁচা অৰ্থত সচেতন হব লাগিব। দেশপ্ৰেম থাকিলেহে দেশ থাকিব অন্যথা সকলো মিছা, ফুটুকাৰ ফেন হৈ ৰব কিন্তু আন্দোলনটোৱে অসমীয়া যুৱক-যুৱতীক বহু দিশৰ সন্ধান দিছে, সাহসী কৰাইছে কেৱল শুদ্ধ পথৰ কৰ্মসংস্কৃতিৰহে অধিক প্ৰযোজন।



# অসমৰ সমাজ জীৱনৰ পটভূমিত কটন কলেজ

অসম আৰু সমগ্ৰ উত্তৰ-পূৰ্ব ভাৰতৰ শিক্ষা-সংস্কৃতিৰ দিশটোৰ কথা আমাৰ মনলৈ আহিলেই কটন কলেজৰ এক দীঘলীয়া আৰু স্মৰণীয় ইতিহাস খুব সূক্ষ্মভাৱে ৰোমন্থন কৰাৰ প্ৰয়োজন আছে বুলি ভাবোঁ। শিক্ষা অবিহনে কোনো এটা জাতি বা কোনো এখন দেশেই সভ্যতাৰ বিকাশ সাধন ঘটাব নোৱাৰে। সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক, ৰাজনৈতিক বিকাশৰ ক্ষেত্ৰত মূল আধাৰ হৈছে শিক্ষা। এই ক্ষেত্ৰত অসমৰ পটভূমিত কটন কলেজৰ ঐতিহ্য আৰু আদৰ্শই আমাৰ জাতীয় জীৱনৰ প্ৰতিটো স্তৰতে চুই গৈছে। সেয়েহে আজি কটন কলেজক উত্তৰ-পূৰ ভাৰত তথা অসমৰ উচ্চ শিক্ষাৰ বাটকটীয়া বুলি আখ্যা দিয়া হয়। এয়া আমাৰ বাবে এক স্মৃতিমধুৰ সুকীয়া অনুভৱ।

পৰাধীন ভাৰতবৰ্ষৰ উত্তৰ-পূৰৰ এই বৃহৎ অঞ্চলটোত শিক্ষাৰ প্ৰসাৰতা তেনেদৰে নাছিল বুলিবই পাৰি। এই অসমৰ ভূখণ্ডত পূৰ্বতে কামৰূপ, প্ৰাগজ্যোতিষপুৰ আদি নামকৰণেৰে ৰজা ভাস্কৰবৰ্মা, হৰ্ষবৰ্ধন আদিয়ে কিছু কাল ৰাজত্ব কৰি পিছলৈ ছয়শ বছৰীয়া আহোম ৰজাৰ ৰাজত্ব চলে। তাৰ মাজতে মানৰ আক্ৰমণ আদিৰ কথাও অসম বুৰঞ্জীয়ে নানা তথ্যৰে লিপিবদ্ধ কৰিছে। প্ৰকৃততে ১৮২৮ খ্ৰীষ্টাব্দৰ ২৮ মাৰ্চত ইংৰাজে মানৰ হাতৰ পৰা গুৱাহাটীক উদ্ধাৰ কৰে আৰু তেতিয়াৰে পৰা নামনি অসমক আনুষ্ঠানিক ৰূপত ইংৰাজ শাসনৰ অন্তৰ্ভুক্ত কৰি লয় আৰু গুৱাহাটীক সদৰ হিচাপে গণ্য কৰি বৃটিছ কেপ্টেইন ৰবাৰ্ট স্কটক প্ৰথম কমিছনাৰ ৰূপে নিযুক্তি দি অসমত শাসনভাৰ চলাবলৈ লয় (কুমুদেশ্বৰ হাজৰিকাৰ ইতিহাসৰ ছাঁ-পোহৰত পুৰণি গুৱাহাটীৰ তথ্যমতে)। জানিব পৰা মতে অসমৰ প্ৰথমগৰাকী ইংৰাজে কমিছনাৰ স্কটে কেৱল মাথোঁ থলুৱা শিক্ষা সম্প্ৰসাৰণ আৰু বিকাশৰ বাবেহে চৰকাৰৰ পৰা অনুমতি লাভ কৰিছিল। আনহাতে ১৮৩৪ খ্ৰীষ্টাব্দত কেপ্টেইন জেনাকিনছ্ অসমলৈ কমিছনাৰ হৈ আহিয়ে নিজে উদ্যোগ লৈ গুৱাহাটী, গোৱালপাৰা, দৰং, নগাঁও আদি ঠাইত ইংৰাজী শিক্ষা প্ৰচাৰ আৰু বিস্তাৰৰ বাবে আঁচনি হাতত লয় আৰু পৰ্যায়ক্ৰমে কামত অগ্ৰসৰ হয়। আঁচনি অনুসৰি গুৱাহাটীতে প্ৰথমখন ইংৰাজী স্কুল 'গৌহাটী স্কুল' স্থাপন কৰি শিক্ষাৰ

ক্ষেত্ৰত শুভাৰম্ভৰ পাতনি মেলে। ১৮৩৮ খ্ৰীষ্টাব্দত উইলিযাম ৰবিনছনে উক্ত স্কুলৰ হেডমাষ্টৰ হিচাপে যোগ দিযে আৰু পিছলৈ অসমৰ প্ৰথমগৰাকী বিদ্যালয পৰিদৰ্শক হিচাপে নিযুক্তি পায। তেখেতৰ প্ৰতিবেদনৰ ভিত্তিতে শিৱসাগৰত দ্বিতীয়খন ইংৰাজী স্কুল স্থাপন কৰে। ১৮৫৮ খ্ৰীষ্টাব্দত গৌহাটী স্কুলে কলিকতা বিশ্ববিদ্যালয়ৰ এন্ট্ৰেন্স মহলালৈ (পিছৰ পৰ্যাযত মেট্ৰিক আৰু বৰ্তমান হাইস্কুল শিক্ষান্ত পৰীক্ষা) স্বীকৃতি লাভ কৰে। ১৮৬১ খ্ৰীষ্টাব্দত উক্ত স্কুলৰ পৰা দুগৰাকী ছাত্ৰই অতি সুখ্যাতিৰে এন্ট্ৰেন্স পৰীক্ষা পাছ কৰে। উক্ত স্কুলৰ পৰাই অসমৰ প্ৰথমগৰাকী আৰু ভাৰতৰ পঞ্চমগৰাকী আই চি এছ আনন্দৰাম বৰুৱা, ফকৰুদ্দিন আলী আহমেদৰ পিতৃ কৰ্ণেল জালনুৰ আলী আহমেদ, নবীন বৰদলৈৰ পিতৃ মাধৱ চন্দ্ৰ বৰদলৈ, ভাৰতীয সেনাবাহিনীৰ ডাক্তৰ কৰ্ণেল শিৱৰাম বৰা আদিৰ দৰে অসমীযা ছাত্ৰই সুনাম অৰ্জন কৰি এন্ট্ৰেন্স পাছ কৰিছিল। ১৮৬৫ খ্ৰীষ্টাব্দত উচ্চ শিক্ষা গ্ৰহণৰ সুবিধাৰ্থে উক্ত গৌহাটী স্কুলতে কলেজৰ দুটা শ্ৰেণী এফ এ, বৰ্তমানৰ (উচ্চতৰ মাধ্যমিক শ্ৰেণী) যোগ দিযে। কলেজৰ দুটা শ্ৰেণী যোগ দিযাৰ পিছত গৌহাটী স্কুলৰ নাম কলেজিযেট স্কুল ৰূপে নামাকৰণ হয। যেতিয়া ১৯০১ খ্ৰীষ্টাব্দত কটন কলেজে জন্ম লাভ কৰে, ইযাৰ প্ৰথমগৰাকী প্ৰিন্সিপাল আছিল ছুডমাৰ্ছন চাহাব। কলেজিযেট স্কুল আৰু কটন কলেজৰ প্ৰিন্সিপালৰ দায়িত্ব পোনতে গ্ৰহণ কৰে ছুডমাৰ্ছন চাহাবে। কলেজিয়েট স্কুলৰ পৰা প্ৰথম এফ এ পৰীক্ষা পাছ কৰা স্বনামধন্য অসমীযা ব্যক্তি দুগৰাকীযে আছিল মাণিক চন্দ্ৰ বৰুবা আৰু জগন্নাথ বৰুৱা। (পৰবৰ্তী পৰ্যাযত দুযোগৰাকী ব্যক্তিৰে অসমৰ শিক্ষা প্ৰসাৰত যথেষ্ট বৰঙণি আছে বুলি আজিও আমি গৌৰৱবোধ কৰোঁ)। বিশেযভাবে গুবাহাটীৰ মাণিক চন্দ্ৰ বৰুৱা এম ই স্কুল (বৰ্তমান পৰ্যায়ত দুযোগৰাকী ব্যক্তিৰে অসমৰ শিক্ষা প্ৰসাৰত যথেষ্ট বৰঙণি আছে বুলি আজিও আমি গৌৰৱবোধ কৰোঁ)। বিশেষভাৱে গুবাহাটীৰ মাণিক চন্দ্ৰ বৰুৱা এম ই স্কুল (বৰ্তমান হাইস্কুল), আনহাতে যোৰহাটৰ জগন্নাথ বৰুবা কলেজ শিক্ষা সম্প্ৰসাৰণৰ ক্ষেত্ৰত আন এক বাটকটীযা বুলিব পাৰি। কটন কলেজ স্থাপনত মাণিক চন্দ্ৰ বৰুৱাৰ অৱদানক কোনেও নুই কৰিব নোৱাৰে। বহু বিতৰ্কৰ পিছত কটন কলেজৰ জন্ম হয ১৯০১ চনৰ ২৭ মে' তাৰিখে। লগে লগে ইংৰাজ শাসনৰ এগৰাকী জনপ্ৰিয চীফ কমিছনাৰ ছাৰ হেনৰি কটনৰ এই ক্ষেত্ৰত দেখুওৱা সহায-সহযোগ আৰু বদান্যতাৰ দিশটো লক্ষ্য কৰিযে মাণিক চন্দ্ৰ বৰুৱাই প্ৰস্তাৱ দিযে যে কলেজখনৰ নামটো কটন কলেজ' ৰখা উচিত আৰু উক্ত প্ৰস্তাৱ সন্মতিক্ৰমে ৰাইজে গ্ৰহণ কৰে। কলেজিযেট স্কুলৰ নামো সংশোধিত ৰূপত কটন কলেজিযেট স্কুল ৰখা হয। অসমৰ শিক্ষা জগতত নৱজাগৰণ আৰম্ভ হয়। ২৭ মে'ত আৰম্ভ হোৱা কলেজখনৰ নামভৰ্তিকৰণ আৰম্ভ হয ১৭ জুনৰ পৰা সঁহাৰি

ভালেই আছিল। প্ৰথম বাৰ্ষিকত ৩৭ গৰাকী, দ্বিতীয় বাৰ্ষিকত মাত্ৰ দুগৰাকী ছাত্ৰই প্ৰথম দিনাখনেই নাম লগাইছিল। আনহাতে প্ৰথম বছৰত ছাত্ৰৰ সংখ্যা মুঠ ৯১ গৰাকী হৈছিল বুলি তথ্য ভিত্তিত জনা যায়। আৰম্ভণিতে হিন্দু আৰু মুছলিম ছাত্ৰৰ বাবে মাত্ৰ দুটাহে ছাত্ৰাৱাসৰ ব্যৱস্থা আছিল। ছোৱালীৰ বাবে কোনো সুকীয়া ছাত্ৰী নিৱাস নাছিল। এতিয়া ছাত্ৰ-ছাত্ৰীৰ আৰ চি চি ছাত্ৰাৱাস, ছাত্ৰী নিৱাসৰ উপৰি কেইবাটিও ছাত্ৰাৱাস হোৱা সত্ত্বেও যেন অভাৱ পূৰণ কৰিব পৰা নাই এনে অনুভৱ হয়। ১৯৫১ চনত কটন কলেজৰ সোণালী জয়ন্তী বৰ্ষ উদ্‌যাপন কালত কটন কলেজৰ প্ৰথম বৰ্ষৰ ছত্ৰছায়াত কামাখ্যা ৰাম বৰুৱা, গিৰীশ চন্দ্ৰ বৰদলৈ, ঈশ্বৰ প্ৰসাদ বৰুৱাকে লৈ চাৰিগৰাকী প্ৰাক্তন ছাত্ৰৰ প্ৰতিচ্ছবি আমি দেখিবলৈ পাইছিলোঁ স্মৃতিগ্ৰন্থৰ পাতত আৰু ভালেমান আপুৰুগীয়া তথ্য বহুগৰাকী ব্যক্তিয়ে লিখনীৰ মাজেৰে সন্নিৱিষ্ট কৰিছিল। কটন কলেজৰ সেই পুৰণি পৰিৱেশ আজি বহু সলনি হ'ল। অসম আৰ্হিৰ ধুনীয়া ঘৰবোৰ ভাঙি কংক্ৰিটৰ বৃহৎ-বৃহৎ অট্টালিকা সাজি উলিয়ালে। ছাত্ৰাৱাস, অডিট'ৰিযামবোৰৰ নামকৰণ অসমৰ জাতীয় পুৰুষ-মহিলাৰ নামত উছৰ্গা কৰা হৈছে। মুঠতে ইতিমধ্যে শতবৰ্ষ গৰকা কটন কলেজে শিক্ষা-দীক্ষা, কলা-সংস্কৃতি আদিৰ দিশত বৌদ্ধিক চিন্তা-চৰ্চাৰে প্ৰাণকেন্দ্ৰত উন্নীত হৈছে, যিটো দেশৰ বাবেই অমূল্য সম্পদ বুলিব পাৰি।

বিগত এক শ দহ বছৰৰ শিক্ষা কেন্দ্ৰ কটন কলেজৰ পৰা শত-সহস্ৰ বিদগ্ধ পণ্ডিত, গৱেষক, বৈজ্ঞানিক, সাংবাদিক, সাহিত্যিক, শিল্পী, ডাক্তৰ, ইঞ্জিনিযাৰ, অধ্যাপক, উকীল, ন্যাযাধীশ, ক্ৰীডাবিদ, ৰাজনীতিবিদ, অৰ্থনীতিবিদ আৰু সামাজিক ব্যক্তিযে সুখ্যাতিৰে নিজ নিজ যোগ্যতাৰ পৰিচয দি বিশ্বৰ বিভিন্ন প্ৰান্তত অসমৰ নাম উজলাই আছে। এযা উচ্চ শিক্ষাৰ সুফল আৰু জ্ঞানৰ ভাণ্ডাৰ দিব পাৰিছে কটন কলেজে। অসমবাসী সঁচাকৈযে এই ক্ষেত্ৰত নিশ্চয গৌৰৱান্বিত। কটন কলেজৰ অধ্যক্ষৰ পদটো উন্নত কৰি 'ডীন' হ'ল। বিশ্ববিদ্যালযৰ কেইবাটিও বিষযৰ শ্ৰেণী আজি কটন কলেজত পঢ়ুওৱাৰ ব্যৱস্থা কৰা হৈছে। বৰ্তমান একৈশ শতিকাৰ প্ৰাক্‌কালত নতুন নতুন প্ৰযুক্তিবিদ্যাৰ শিক্ষা ব্যৱস্থা কটনত আৰম্ভ কৰাৰ প্ৰস্তুতি নিশ্চয শুভ লক্ষণ বুলিব পাৰি।

অসমৰ সামাজিক, সাংস্কৃতিক, ৰাজনৈতিক জীৱনত দেশৰ লগতে আন্তৰ্জাতিক প্ৰেক্ষাপটত যিসকল অসম সন্তান কটনিযানে ৰাজহুৱা সেৱাৰে দক্ষতাৰ পৰিচয দি গ'ল সেইসকলক আমি শ্ৰদ্ধাৰে সোঁৱৰণ কৰাটোও আজিৰ মুহূৰ্তত আমাৰ বাবে হ'ব কৃতজ্ঞতাৰ পৰিচয়। অসমৰ সাহিত্য-সংস্কৃতিক বিশ্বৰ দৰবাৰলৈ নিয়াত অসমৰ জ্ঞানী, গুণী শিক্ষাবিদ, পণ্ডিত, গৱেষক প্ৰযাত ড° কৃষ্ণকান্ত সন্দিকৈ, ড° সূৰ্য্যকুমাৰ ভূঞা, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰ নাথ শৰ্মা, চৈয়দ

আব্দুল মালিক, অতুল চন্দ্ৰ হাজৰিকা, ড° মহেন্দ্ৰ বৰা, নৱকান্ত বৰুৱা, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, যোগেশ দাস, চন্দ্ৰপ্ৰসাদ শইকীয়া আদি সু-সাহিত্যিকসকল বৰ্তমান ইহ জগতত নাই যদিও কটনিযানৰূপে একোগৰাকী প্ৰখ্যাত সাহিত্যিক হিচাপে বিশ্ব সাহিত্যত আজিও পৰিচিত।

প্ৰখ্যাত শিল্পী জ্যোতিপ্ৰসাদ আগৰৱালা, সংগীতজ্ঞ ভূপেন হাজৰিকা, ড° বীৰেন্দ্ৰ নাথ দত্ত, বীৰেন ফুকন, নাট্যকাৰ সত্যপ্ৰসাদ বৰুৱা ড° ভবেন্দ্ৰ নাথ শইকীয়া, ব্ৰজেন বৰুৱা, নাট্যকাৰ লক্ষ্যধৰ চৌধুৰী কটনৰ পৰা শিক্ষা গ্ৰহণ কৰা একো একোগৰাকী উজ্জ্বল নক্ষত্ৰস্বৰূপে সংগীত সাধক বুলি স্বীকৃত।

আইনত সুকীয়া আসম গ্ৰহণ কৰা দেশৰ তথা আন্তৰ্জাতিক ক্ষেত্ৰত নাম কৰা ড° জগদীশ মেধি, গৌৰীশংকৰ ভট্টাচাৰ্য্য, হলিৰাম ডেকা, পাৰ্বতী প্ৰসাদ গোস্বামী, ডম্বৰু পাঠক, জ্ঞানদাভিৰাম বৰুৱা, বাহাৰুল ইছলাম আদিৰ লেখীয়া আৰু কিছুসংখ্যক আইনজ্ঞ আছিল একো গৰাকী সফল কটনিয়ান ব্যক্তি।

ৰাজ্যৰ তথা দেশৰ ৰাজনীতিত সুকীযা আসন লোৱাসকলৰ ভিতৰত আছিল প্ৰাক্তন কটনিয়ান গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, ফকৰুদ্দিন আলী আহমেদ ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি, দেৱকান্ত বৰুৱা, মহেন্দ্ৰ মোহন চৌধুৰী, বিপিন পাল দাস, হেম বৰুৱা, দীনেশ গোস্বামী, শৰৎ সিংহ, তৰুণ ৰাম ফুকন আৰু কিছু বৰ্ষীযান ৰাজনীতিজ্ঞ। এইসকল আছিল অসমৰ জনগনৰ একালৰ প্ৰিয় নেতা।

ইযাৰ উপৰি বহুতো অৰ্থনীতিবিদ, প্ৰশাসক, বৈজ্ঞানিক, ক্ৰীডাবিদ আৰু প্ৰখ্যাত সমাজসেৱকে কটনিযানৰ নাম ৰাখি বিশ্বৰ ভিন ভিন প্ৰান্তত নিজ যোগ্যতাৰে কাম কৰি অসমলৈ সুনাম কঢিযাই আছে। আমিও সাতাৱন্ন চনৰ কটনিযান হিচাপে কিছু আৱেগ, কিছু অনুভূতিৰে কথাবোৰ স্মৰণ কৰি ভাল বাওঁ। ইও বাস্তৱ ইতিহাসৰ একো একোটা খণ্ড চিত্ৰ, যিবোৰে আমাৰ মন-মগজুক খোৰাক যোগায।

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ আজি ৬৩ বছৰ পূৰ্ণ হ'ল। যিকোনো জাতি, ৰাজ্য বা দেশে নিজৰ পৰাধীন অবস্থাত সামাজিকভাৱেই হওক নাইবা অৰ্থনৈতিকভাৱেও, সাংস্কৃতিক, ৰাজনৈতিক দিশতো সুষ্ঠ পৰিৱেশৰ মাজেৰে বিকাশ সাধন কৰাটো সম্ভৱপৰ হৈ নুঠে। ইয়াৰ মূল কাৰণ প্ৰযোজন ভিত্তিত জনসাধাৰণে শিক্ষা লাভ কৰাৰ সুবিধা নাপায। শিক্ষাৰ দ্বাৰা জ্ঞান অৰ্জন কৰাটোহে মানৱ সম্পদৰ মূল আধাৰ। ইংৰাজৰ শাসন কালত জনকল্যাণমূলক কৰ্মৰাজি স্বৰূপে দেশত খুব কমসংখ্যক শিক্ষা, স্বাস্থ্য, ক্ৰীড়া আৰু সাংস্কৃতিক অনুষ্ঠান-প্ৰতিষ্ঠান গঢ় লৈ উঠিছিল। বেছিভাগেই চৰকাৰী পৃষ্ঠপোষকতাৰ দ্বাৰা সৃষ্টি হৈছিল, যিবোৰত জনগণৰ সক্ৰিয় সহযোগিতাৰ অভাৱ আছিল, কিন্তু দেশৰ স্বাধীনতাৰ পিছত জনগণৰ উৎসাহ-

উদ্দীপনাই সকলো দিশতে বিকাশ সাধন কৰাত গতি লাভ কৰে। উদাহৰণস্বৰূপে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলতে একমাত্ৰ গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হৈছিল।। ১৯৪৮ চনৰ ২৬ জানুৱাৰী তাৰিখে যি সময়ত সমগ্ৰ ভাৰতবৰ্ষতে মুষ্টিমেয় বিশ্ববিদ্যালয কেইখনমান আছিল। ১৯৪৭ চনৰ পিছত ভালেমান স্কুল-কলেজ, পুথিভঁৰাল, ক্ৰীড়ানুষ্ঠান আদি সম্পূৰ্ণ ৰাইজৰ সহযোগত স্থাপন হৈছিল। সেই অনুষ্ঠানবোৰেই আজি জাকজমকতাৰে ৰূপালী জয়ন্তী, সোণালী জয়ন্তী, হীৰক জয়ন্তী আদি পাতি পুৰণি স্মৃতিক ৰোমন্থন কৰা কাৰ্যই নিশ্চয় নৱ-প্ৰজন্মক প্ৰেৰণা যোগোৱাৰ লগতে উদ্যোক্তা মহলকো কিছু আশাৰ বতৰা দিবলৈ সক্ষম হৈছে। উক্ত অনুষ্ঠানবোৰ কিন্তু জাতীয় ভাবধাৰাৰে গঢ লোৱা মাতৃভাষা পৰিপুষ্ট শিক্ষানুষ্ঠান, তাত বিদেশী ভাষা-সংস্কৃতিক পূৰ্ণ মৰ্যাদা দি শিক্ষা প্ৰদানৰ ব্যৱস্থা আছিল। শিক্ষাগুৰুসকলো আছিল আদৰ্শৰ ভেটিত শিক্ষা দান কৰা একোগৰাকী মহান গুণী-জ্ঞানী ব্যক্তি। প্ৰকৃত অৰ্থত শিক্ষক। শিক্ষানুষ্ঠানবোৰত প্ৰত্যক্ষ বা পৰোক্ষ্যভাৱেও কোনোধৰণৰ ৰাজনীতি সোমোৱা নাছিল। উচ্চ শিক্ষানুষ্ঠান বা কলেজৰ কথা বাদেই একোখন প্ৰাইমাৰী স্কুলৰ পৰিচালনা সমিতিৰ ১০-১৫ গৰাকী সদস্যৰ অধিকাংশই আছিল অধ্যাপক, অধিবক্তা বা ডাক্তৰ, ইঞ্জিনিয়াৰ তথা সমাজৰ শ্ৰদ্ধাভাজন ব্যক্তিসকল। এইবোৰ দিশ আমি নিজে প্ৰত্যক্ষ কৰিছিলোঁ। নগৰে-চহৰে, গাঁৱে-ভূঞে নিম্ন স্তৰতো শিক্ষানুষ্ঠানৰ মান যথেষ্ট উন্নত আছিল। আজি কিন্তু সেই পৰিৱেশ নাই। বিশ্বায়ন বা গোলকীযকৰণৰ পাকচক্ৰত পৰি আজিৰ শিক্ষা ব্যৱস্থাটো যেন পণ্য দ্ৰব্যত পৰিণত হৈছে। সময়ৰ পৰিবৰ্তনৰ লগে লগে বিভিন্ন ধ্যান-ধাৰণা সলনি হৈ আহিছে। আমাৰ দেশৰ প্ৰাক্তন ৰাষ্ট্ৰপতি ড° এ পি জে আব্দুল কালাম ডাঙৰীযাই কৈছিল যে, এতিয়া বিদ্যালযসমূহ কেৱল এটা শৈক্ষিক কেন্দ্ৰ হৈ থাকিলেই নহ'ব, ইয়াৰ সলনি বিদ্যালযসমূহৰ হ'ব লাগিব জ্ঞান আৰু দক্ষতাৰ কেন্দ্ৰ। এখন চৰকাৰ বা এটা অনুষ্ঠানৰ ওপৰত কেৱল নহয়, এখন ভাল আদৰ্শপূৰ্ণ শিক্ষানুষ্ঠান গঢ়ি উঠাৰ সকলো কথা নিৰ্ভৰ কৰে সচেতন সমাজৰ ওপৰত। সেয়েহে আজিকালি ব্যক্তিগত খণ্ডত গঢ়ি উঠা বৃহৎ শিক্ষানুষ্ঠানসমূহতো সমাজৰ জ্ঞানী-গুণী লোকক জড়িত কৰি লোৱা দেখা যায়।

কটন কলেজৰ ঐতিহ্যপূৰ্ণ গৌৰৱময অতীতক সুঁৱৰি থাকিলেই নহ'ব। নতুন নতুন পাঠ্যক্ৰমেৰে বিশ্বৰ অন্যান্য শিক্ষানুষ্ঠানৰ উচ্চস্তৰীয় শিক্ষা প্ৰৱৰ্তন কৰি কম্পিউটাৰৰ প্ৰয়োগেৰে বৃত্তিমূলক আঁচনি যুগুতোৱাৰ সময় আহি পৰিছে। নিবনুৱাৰ কৰ্ম আঁচনি, কৃষি, উদ্যোগ আৰু অন্যান্য দিশ সামৰি বাস্তৱধৰ্মী পদক্ষেপ ল'ব পাৰিলে অসমৰ সমাজ ব্যৱস্থাত কটন কলেজৰ এক সুকীয়া অস্তিত্ব চিৰকাল জিলিকি থাকিব তাত কোনো সন্দেহ নাই। সেই আশা আমি কৰিব পাৰোঁ।



# পুৰণি গুৱাহাটীখনক উভতি চাওঁ আহক

১৯৪৭ চনত ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিচত পাকিস্থানৰো জন্ম হয় পূৰ পাকিস্থান আৰু পশ্চিম পাকিস্থান। পূৰ পাকিস্থানৰ নোবাখালী অঞ্চলৰ পৰা হেজাৰ বিজাৰ হিন্দু ভগনীয়া আহি অসমত থিতাপী লয়। ইয়াৰে কিছু সংখ্যাকে শিলপুখুৰীৰ সেনাপতি পুৰীৰ কাষত নোৱাখালী কলনী নামাকৰণ কৰে। সেইখিনি ৰাইজে লগ হৈ ১৯৪৭ চনৰ পৰা পূৰ শিলপুখুৰী নাম দি ৰাজহুৱা দুৰ্গাপূজা আৰম্ভ কৰে। এইখন পূজাই আজি হীৰক জয়ন্তী বৰ্ষত ভৰি দিছে। পূজা ভাগৰ প্ৰতিমা, বিজুলী চাকিৰ জাক জমকতা আৰু মণ্ডপৰ কাৰুকাৰ্য্য লেখতলবলগীয়া কিন্তু স্থায়ী মণ্ডপ হব লাগে যিটো আজিও হোৱা নাই।

পঞ্চাশৰ দশকৰ গুৱাহাটী চহৰৰ ৰূপ আৰু আজি একৈশ শতিকাৰ গুৱাহাটী মহানগৰীৰ ৰূপৰ পৰিৱৰ্তনলৈ চালে যিকোনো ব্যক্তিৰে সপোন সপোন যেন লাগিব। মহাবাহু বিশাল ব্ৰহ্মপুত্ৰৰ পাৰত গঢ লৈ উঠা প্ৰকৃতিৰ ৰম্যভূমি গুৱাহাটী চহৰখনৰ চৌদিশে পবিত্ৰ মঠ-মন্দিৰ, মছজিদ, গীৰ্জাই যিদৰে আৱৰি আছে, সেইবোৰৰ ঐতিহ্যই তাহানিৰ প্ৰাগজ্যোতিষপুৰ আৰু আজিৰ গুৱাহাটীক স্মৰণ কৰিবলৈ সমলৰ যেন অভাৱ নাই। প্ৰকৃততে গুৱাহাটীৰ সীমা আছিল পূৱে-শিলপুখুৰী আৰু পশ্চিমে ভৰলুমুখ, মাজত উজান বজাৰ, চেনিকুঠী, পাণবজাৰ, ফাঁচিবজাৰ, পল্টন বজাৰ, উলুবাৰী, ৰিহাবাৰী আদি পৰিচিত অঞ্চলসমূহ। নীলাচল পাহাৰত অৱস্থিত কামাখ্যা মাৰ দেৱালয়, চিত্ৰাচল পাহাৰত অৱস্থিত নৱগ্ৰহ দেৱালয়, লুইতৰ বুকুত উৰ্ব্বশীৰ কাষত উমানন্দ মন্দিৰ, সন্ধ্যা ললিতা কান্তা ত্ৰিধাৰাৰ পাৰত বশিষ্ঠ মুনিৰ আশ্ৰম, বশিষ্ঠাশ্ৰম, চহৰৰ মাজ মজিযাত উগ্ৰতাৰা দেৱালয, ছত্ৰাকাৰ দেৱালয আৰু শুক্লেশ্বৰ মন্দিৰ আদিও গুৱাহাটীৰ স্মৃতিমধুৰ বৈশিষ্ট্যৰূপে আজিও বিদ্যমান। কিছুমান বস্তুৰ আকৰ্ষণ তাহানিও আছিল আজিও আছে। পুৰণি স্মৃতিৰ বিশেষত্ব ঠাই বিশেষে এতিযাও আছে। ইতিহাসত লিপিবদ্ধ হোৱা নৰকাসুৰে এটা ৰাতিৰ ভিতৰতে কামাখ্যা মন্দিৰলৈ সাজি উলিওৱা শিলৰ খটখটি, কাষে কাষে গুলঞ্চ ফুলৰ সুবাস আজি আছে যদিও ভক্তসবে কষ্ট কৰাৰ প্ৰয়োজন নাই। মন্দিৰলৈ

গাড়ী যাব পৰা পকী ৰাস্তা আজি তৈয়াৰ হৈছে, সেইদৰে নৱগ্ৰহ মন্দিৰলৈও গাড়ীৰেই যাব পাৰি। হিন্দুসকলে পূজা-পাৰ্বন চহৰৰ ভিতৰত সীমিত সংখ্যাৰে পাতিছিল। প্ৰধানকৈ দুৰ্গাপূজা আৰু সৰস্বতী পূজাহে ৰাজহুৱা স্থানত পতা হৈছিল। আজিকালি কিন্তু বিশ্বকৰ্মাকে ধৰি আন আন পূজাও গুৱাহাটীৰ অলিয়ে-গলিয়ে পতা হ'ল। গুৱাহাটীৰ পুৰণি ৰাজহুৱা সাৰ্বজনীন দুৰ্গাপূজা আৰু সৰস্বতী পূজাহে ৰাজহুৱা স্থানত পতা হৈছিল। গুৱাহাটীৰ পুৰণি ৰাজহুৱা সাৰ্বজনীন দুৰ্গাপূজাসমূহৰ ভিতৰত উজান বজাৰৰ বাৰোৱাৰী নামঘৰ, হৰিসভা, কুমাৰপাৰাৰ পূজা মণ্ডপ, ভৰলুমুখৰ নামঘৰ, ফাঁচি বজাৰ, শিলপুখুৰী ৰাজহুৱা নামঘৰ, পাণ্ডু-মালিগাঁও, উলুবাৰী, পল্টনবজাৰৰ বিজুলী মিল, ৰিহাবাৰী নামঘৰ, মনিপুৰী বস্তি আদিযেই প্ৰধান আৰু ব্যক্তিগতভাবে পাণবজাৰৰ কবিৰাজ ৰমেশ সেন আৰু উজানবজাৰৰ শুভ বৰুৱা, ক্ষীৰোদা বিষয়া আৰু দুই এটা পৰিয়ালত পতা পূজা বিশেষভাৱে উল্লেখযোগ্য। শিলপুখুৰী ৰাজহুৱা নামঘৰৰ সাৰ্বজনীন দুৰ্গাপূজা ১৯৯৩ চনতে ৫০ বছৰত 'সোণালী জয়ন্তীবৰ্ষ' হিচাপে পালন কৰা হয়। ন্যায়াধীশ স্বৰ্গীয় যোগেন্দ্ৰ নাথ বৰুৱাদেৱে দান দি যোৱা মাটিত যেতিয়া শিলপুখুৰীত প্ৰথম পূজা পাতিবলৈ আৰম্ভ কৰে, তেতিয়া নামঘৰ বুলিবলৈ নাছিল, সৰু টিনৰ পূজাঘৰ এটিহে আছিল। পূজাৰ আটাইকেইদিন যাত্ৰাগান, থিয়েটাৰ আদি হৈছিল। নলবাৰীৰ মৰোৱা, মুগকুছি, হালোগাঁও আদিৰ যাত্ৰা গানে সকলোৰে মনত সাঁচ বহুৱাই থৈছিল। আজিৰ দৰে ভ্ৰাম্যমান থিয়েটাৰ নাছিল। যাত্ৰা চাবলৈ মাটিত ধান খেৰ পাৰি মানুহক বহিবলৈ দিছিল। ৰাতিপুৱালৈ যাত্ৰাগান চলিছিল পেট্ৰোমাক্স লাইটৰ পোহৰত। তেনেদৰে স্থানীয় ডেকা ল'ৰাসকলে "মগৰিবৰ আজান, জেৰেঙাৰ সতী, উৰুখাপজা" আদি নাট মঞ্চস্থ কৰি ৰাইজৰ প্ৰশংসা পাইছিল। আজি কিন্তু সেই দিনো নাই, পৰিৱেশো নাই। শিলপুখুৰী অঞ্চলত মানুহৰ বসতি পাতল আছিল। পুখুৰীটোৰ চাৰিওকাষ খোলা আছিল। শিলপুখুৰীৰ পানীৰেই নিতৌ পূজাৰীয়ে ৰাতিপুৱা নৱগ্ৰহ দেৱালয়ৰ পূজা-পাতল কৰা বুলি প্ৰবাদ আছে। এই ঐতিহ্যময় শিলপুখুৰীৰ পশ্চিম পাৰতে খোলা ঠাইডোখৰত আজিৰ পৰা ৫০ বছৰ পূৰ্বে আৰু এখনি দুৰ্গাপূজাৰ আৰম্ভণী হয়। ২০০৬ চনত পূজাখনিয়ে সোণালী জয়ন্তী বৰ্ষত ভৰি দিয়ে। স্থানীয় ৰাইজৰ সহায় সহযোগ বিগত বছৰবোৰত বেচ উৎসাহজনক আছিল। বিশেষকৈ পূজাথলীৰ ৰূপসজ্জা আৰু প্ৰতিমা প্ৰতিবছৰে চালে চকুত ৰোৱা। পূজাভাগত চান্দা তোলাৰ পৰা অন্যান্য কামত ডেকা ল'ৰাৰ কাম কৰাৰ উদ্যম শলাগিবলগীয়া। বৰ্তমানৰ গুৱাহাটীৰ নামজ্বলা পূজা মণ্ডপসমূহৰ ভিতৰত এইখনো লেখত লবলগীয়া এখন

বুলি কব পাৰি। বিশেষকৈ আধুনিক ৰূপৰ দেখনিয়াৰ মণ্ডপ আৰু পুখুৰীটোৰ চৌপাষে বিজুলী চাকিৰ অত্যাধুনিক আলোক সজ্জাই ৰাইজক প্ৰতি বছৰেই আকৰ্ষিত কৰি আহিছে। পূজাখনিৰ উত্তৰোত্তৰ আমি মনেপ্ৰাণে কামনা কৰিছোঁ। বৰ্তমানৰ অতিশয় ব্যস্ত শিলপুখুৰী অঞ্চল সেই সময়ত নিৰিবিলি শান্ত পৰিৱেশ আছিল। যান-বাহন বুলিবলৈ বিশেষ নাছিলেই। এনেকি বৰ্তমানৰ গোপীনাথ বৰদলৈ, মণিৰাম দেৱান পথ পীটচ দিয়া পকী ৰাষ্টা নাছিল। শিলগুটি দিয়া কেঁচা ধুলিময় ৰাষ্টাহে আছিল। ১৯৫২-৫৩ চনৰ কথা, গুৱাহাটী ক্লাব অৰ্থাৎ কুকুৰমুটা বৰ্তমানৰ হেদায়েৎপুৰৰ ভৰলুমুখলৈ পৰীক্ষামূলকভাবে হযতো কেইখনমান পুৰণি মডেলৰ চিটিবাছ চলাইছিল; মানুহ বাছত নুঠে, খাটনি ধৰি বাছত মানুহ তুলিছিল। চিটিবাছ সেৱা পিছলৈ যেনিবা গুৱাহাটী ক্লাবৰ পৰা সম্প্ৰসাৰিত হৈ ক্ৰমে পূবলৈ আগবাঢে অৰ্থাৎ বৰ্তমানৰ শিলপুখুৰী নৈশ শাখাৰ ষ্টেট বেঙ্কৰ উলটা দিশৰ পুৰণি বটগছজোপা (এতিয়া নাই) শিলপুখুৰীৰ পাৰলৈ, আসাম ট্ৰিবিউনৰ কাষলৈ ক্ৰমে চানমাৰি-বামুনীমৈদান হৈ একেবাৰে নুনমাটিলৈ, তাৰ পৰা নাৰেঙ্গী চন্দ্ৰপুৰলৈ আজি বাছ চলে। বৰ্তমানৰ 'হেমকোষ' প্ৰেছটো "নিউপ্ৰেছ" বুলিহে মানুহে জানিছিল য'ৰ পৰা অসমীয়া বাতৰি কাকতখন ছপা হৈ ওলাইছিল। এতিয়া হেমকোষ ভৱনৰ চিন-চাব নাই। শিলপুখুৰী অঞ্চলত স্বৰ্গীয সোণাধৰ সেনাপতিৰ বাসস্থান "সেনাপতিপুৰী, আসাম ট্ৰিবিউনৰ চৌহদ আৰু পুৰণি ইউনিভাৰ্চিটি" কলোনীক (খেৰিঘৰৰ শাৰী) মানুহে ঠিকনা স্বৰূপে উল্লেখ কৰিছিল। বৰ্তমানৰ গোস্বামী পেট্ৰোল পাম্পৰ ওচৰে পাজৰে থকা আটাইখিনি মাটি খেলা-ধূলা কৰা পথাৰ হিচাপে ব্যৱহৃত হৈছিল। বিশেষকৈ মাঘ বিহুৰ সময়ত উক্ত পথাৰতে এই অঞ্চলৰ লোকে "বৰভেলাঘৰ" "সৰু ভেলাঘৰ" সাজি নিশা উৰুকাৰ ভোজ-ভাত খোৱা কথা আজিও মনত পৰে। বৰ্তমানৰ জলসিঞ্চন আৰু বাননিয়ন্ত্ৰণ বিভাগ, খাদীবোৰ্ড কাৰ্যালয থকা সমূহ অঞ্চলটোৱে খেতি-পথাৰ আছিল। এতিয়া অবাস্তৱ যেন লাগিলেও কটন কলেজৰ সেই সময়ৰ ইংৰাজী বিভাগৰ অধ্যাপক চন্দ্ৰ কলিতাদেৱে মুৰত পাগুৰি মাৰি ৰাতিপুৱা দোকমোকালিতে হাল বাই খেতি কৰা দৃশ্য দেখা আমাৰ দৰে বহুতৰে মনত আছে। ৰেল আলিৰ দক্ষিণ পাৰে অৰ্থাৎ বৰ্তমানৰ পূৱ শৰণীয়া অঞ্চলত মানুহৰ ঘৰ মাছিল বুলিয়েই হয, কেৱল মুকলি খেতি পথাৰ। গান্ধীবস্তি অঞ্চলৰ বসতিযো তেনেই সেৰেঙা। কম্বাচল, চেনিকুঠি অঞ্চলতো একেবাৰে পুৰণি বাসিন্দাসকলৰ বাহিৰে ঘৰ-দুৱাৰ তেনেদৰে নাছিল। চেনিকুঠিৰ মাজৰ কমলা কান্ত ভট্টাচাৰ্য্য পথটোও তেনেই নিজান কেঁচা ৰাস্তাহে আছিল।

শৱযাত্ৰী নৱগ্ৰহ শ্মশানলৈ অহা পথ। শুনা যায় চেনিকুঠী নামটো বোলে এজন চাহাবৰ "খেৰি পঁজাৰ" পৰা উৎপত্তি হয়। নৱগ্ৰহ শ্মশানখন বৰ্তমানৰ দীপক সংঘ থকা ঠাইডোখৰলৈ বিয়পি আছিল। ৰাস্তাৰ কাষতে শৱ দাহন কৰাও দেখা গৈছিল। বৰ্তমানৰ যিখন খেলপথাৰ তাতেই এটা মধ্যমীয়া আকৃতিৰ পুখুৰী আছিল। এতিয়া মাথো স্বৰ্গীয় গোপীনাথ বৰদলৈ, স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ দুটি স্মৃতি সৌধ আৰু কালী মন্দিৰ, শিৱ মন্দিৰ, বাসন্তী মন্দিৰ আদি সাক্ষী হিচাপে আছে। শ্মশানৰ গাতে গা লাগি আছে দ্বিতীয় মহাযুদ্ধৰ মৃত বীৰ সৈনিক সকলৰ যুগমীয়া স্মৃতি ফলকসহ ফুলৰ বাগিছা "ওৱাৰ চিমেট্ৰি"। আনপিনে আৰু দুখন খ্ৰীষ্টিয়ান কবৰ স্থান। নৱগ্ৰহ পাহাৰখন গছ-বন-হাবিৰে এনেভাৱে আৱৰি আছিল যে মন্দিৰ দৰ্শনৰ যাত্ৰীসকলে এক কাব্যিক সৌন্দৰ্য্য পৰিৱেশ উপভোগ কৰিছিল। চেনিকুঠীৰ মাজতে দ্বিতীয় মহাযুদ্ধৰ ভঙা-চিঙা গাড়ীবোৰ আনি বিক্ৰীৰ বাবে ৰখা "হিমৎসিংকাৰ ডাম" তাৰ মাজতে চাহাবৰ এটা পুৰণি টিনৰ ঘৰ। এইডোখৰ ঠাইতে সন্ধিয়া হ'লে সৰু বাঘ, হৰিণা আদি চৰি ফুৰা দৃশ্য বহুতেই দেখিছে। এতিয়া সেইবোৰৰ কোনো চিন ছাব নাই। নতুনবোৰৰ মনত সাধু কথা যেন লাগিব। দেশৰ সকলো জাতি-ধৰ্ম সম্প্ৰদায়ৰ ভিন ভিন ভাষা-ভাষীৰ লোকেই আজি একেলগে এই অঞ্চলবোৰত বসবাস কৰি তাহানিৰ গুৱাহাটীখনক একৈশ শতিকালৈ আগবঢ়াই নিয়াৰ চেষ্টা চলাইছে।

শিলপুখুৰী আজি গুৱাহাটীৰ এক ঐতিহ্যময় অঙ্গস্বৰূপ। শিলপুখুৰীৰ অতীত আৰু বৰ্তমানক ৰোমন্থন কৰিবলৈ যাওঁতে বহুতো পুৰণি কথা মনলৈ আহিছে। এই অঞ্চলতে অসম কেশৰী স্বৰ্গীয় অম্বিকাগিৰী ৰায়চৌধুৰী, সিংহপুৰুষ স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱা, লোকপ্ৰিয় ভাৰতৰত্ন স্বৰ্গীয় গোপীনাথ বৰদলৈ, আৰ্ল কলেজৰ প্ৰিন্সিপাল স্বৰ্গীয় জে বৰুৱাৰ দৰে ব্যক্তিসম্পন্ন লোকসকলে বসবাস কৰিছিল। শিলপুখুৰী হৈ চানমাৰিৰে বশিষ্ঠলৈ যোৱা গোটেই পথচোৱা আছিল কেঁচা শিলগুটি দিয়া পথ। পথৰ দুয়োকাষে খেজুৰ গছ, প্ৰতিজোপাতে মাটিৰ টেকেলী ওলোমাই "টাৰি" সংগ্ৰহ কৰিও কিছুমান দুখীয়া লোকে জীৱিকাৰ পথ উলিয়াইছিল। বৰ্তমান ৰাজধানী দিছপুৰ অঞ্চল খেতি-পথাৰে আৱৰা। বশিষ্ঠ আছিল প্ৰাকৃতিক সৌন্দৰ্য্যৰ আকৰ, কবিৰ বৰ্ণনাতো পোৱা যায়। গুৱাহাটীৰ আশে-পাশে থকা মেটেকাভৰা খাল-বিলবোৰ আজি নাইকীয়া হ'ল। পুৰণি মামৰে ধৰা টিনপাতৰ ঘৰবোৰ ভাঙি কেবামহলীয়া অট্টালিকা সজালে। পুৰণিক নতুনে যেন ৰহন সানিলে। মনত পৰে পাণবজাৰৰ জুবিলি গাৰ্ডেনখনলৈ (বৰ্তমানে পানীকল) য'ত গোলাপ ফুলৰ জোপোহাৰ মাজে মাজে লোৰ ফ্ৰেমৰ বেঞ্চবোৰত বহি আবেলিপৰত ল'ৰা-ছোৱালী,

ডেকা-বুঢ়াই শান্তিৰে জিৰণি লৈছিল। দেশৰ প্ৰায়ভাগ জন নেতাই গান্ধী,।
আদি কৰি উদাত্ত কণ্ঠেৰে তাত ভাষণ দি সভা-সমিতি পাতিছিল। ডি. চি. এচ পিৰ বঙলাৰ কাষতে কেৰাচিন তেলৰ চাকি জ্বলোৱা লেম্পপোষ্ট আৰু আবেলি হলেই সৰু জখলা লৈ চাকিবোৰ জ্বলাই ফুৰা দৃশ্য আজি আৰু নাই। শুক্লেশ্বৰ দেৱালয়ৰ কাষত "নৰ্থব্ৰুক" গেটখন আছে কিন্তু ব্ৰহ্মপুত্ৰৰ বুকুত আৰ, এচ এন. কোম্পানীৰ ডাঙৰ ডাঙৰ জাহাজবোৰ আৰু নাই। পুৰণি কটন কলেজিয়েট স্কুল, কটন কলেজ, ডি চি.ডি. এফ ওৰ কাৰ্য্যালয় টেলিগ্ৰাফ, টেলিফোনচ্ৰ কাৰ্যালয় বৃটিছে সজা ঘৰবোৰৰ চিন লাহে লাহে নাইকীযা হৈ আহিছে। গুৱাহাটীৰ অন্যতম আকৰ্ষণ দীঘলী পুখুৰী, শিলপুখুৰী, জোৰপুখুৰীটোক ন-কোণীযা কৰি পকী কৰাত আকৃতি পূৰ্বতকৈ ভালেখিনি সৰু হৈ পৰিল। আগৰ "কাৰ্জন হল" নতুন ৰূপত কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ হল ৰূপে জনাজাত, তেনেদৰে কটন কলেজৰ "চুডমাৰ্ছন হলটিকো" নতুনকৈ সজাইছে। আমি সৰুতে দেখিছিলো গুৱাহাটীৰ ৰাজপথত ৰাজকীয় পদ্ধতিৰ ঘোঁৰাৰ বাগী, চাৰিগৰাকী আৰোহী উঠি ফুৰিব পৰা আনহাতে উক্ত বাগীত চিনেমাৰ পোষ্টাৰ লগাই ড্ৰাম-বেণ্ড বজাই প্ৰচাৰ চলাইছিল। অসমৰ প্ৰাযবোৰ পুৰণি চহৰতে এনে ঘোঁৰাৰ বাগী আছিল। আজিৰ দৰে মানুহৰ ঘৰত গেছ, কুকাৰ, স্তোভৰ ব্যৱহাৰ নাছিলেই, ৰন্ধন কাৰ্য্যত খৰিৰ চৌকা ঘৰে ঘৰে ব্যৱহাৰ হৈছিল। সেইবাবে গৰুৰ গাডীৰে একগাডী খৰি মাত্ৰ তিনি, চাৰি, পাঁচ-ছয টকাত বিক্ৰী হৈছিল আৰু লগে লগে কান্ধত কুঠাৰলৈ অহা মানুহে খৰি ফালি দি যোৱাৰ নিযম আছিল। গৰু-ছাগলিয়ে আনৰ বাৰীত অত্যাচাৰ কৰিলে "খোৱাৰত" দিযাৰ ব্যৱস্থা আছিল আৰু গৃহস্থই জৰিমণা ভৰি নিজৰ গৰু-ছাগলী মোকলাইছিল। তেনে "খোৱাৰ" যোৰপুখুৰীৰ কাষত আৰু পাণবজাৰৰ এম এম চি. চিকিৎসালয়ৰ ওচৰত দুখন আছিল আৰু হযতো আছিল। সেইবোৰৰ তদাৰক পৌৰসভাই কৰিছিল। আগৰ 'চাৰ্চফিল্ড' আজিৰ নেহেৰু পাৰ্ক হ'ল, য'ত স্বৰ্গীয গোপীনাথ বৰদলৈ আৰু শ্বহীদ কুশল কোঁৱৰৰ প্ৰতিমুৰ্ত্তি স্থাপন কৰা আছে। জৰ্জ খেল পথাৰত টিনৰ বেৰ দি বৰদলৈ ট্ৰফীৰ খেল আৰম্ভ কৰিছিল, এতিযা স্বৰ্গীয় আৰ জি বৰুৱাৰ প্ৰচেষ্টাত আগৰ মলয়া পোটা ঠাইত গঢ়ি তোলা আটকধুনীযা নেহৰু ষ্টেডিয়ামত পৃথিৱীৰ বহুতো খেল হয়। বৰ্তমানৰ গুৱাহাটী বি-২ তালিকাভুক্ত চিটি হৈ পৰিল। ফ্লাই অভাৰ, তিনি তাৰকাযুক্ত আধুনিক অট্টালিকাৰ হোটেল, নাইট চুপাৰ, আমনি বাছ, অটো স্কুটাৰ, কেন্টাৰ, মাৰুতি, ট্ৰেকাৰ আদিয়ে গুৱাহাটীৰ বাট-পথক আজি ব্যস্ত কৰি ৰাখিছে। টি ভি. কেৱল টি.ভি কেছেট, ভিচি আৰ, লেপটপ, ভিচিপি, মোবাইল

ফোন, ইন্টাৰনেট, পিচিওত আই এছ ডি, ঠায়ে ঠায়ে বিউটি পাৰ্লাৰ আদিৰে গুৱাহাটীৰ ৰূপ সলনি কৰিছে। বৰ্তমান কম্পিউটাৰৰ যুগ, মানুহৰ সময়ৰ অভাৱ কিন্তু বাহ্যিকতা কমা নাই। বিয়া-সবাহ, মেল-মিটিং আদিত ব্যৱহাৰ কৰা টেন্ট হাউচৰ লাখটকীয়া ডেকোৰেচনে চকু চাট মাৰি ধৰে। আজিকালি ৰাষ্টাৰ কাষৰ ঘৰৰ খালি ঠাইবোৰ পৰি নেথাকে, দোকান দিয়াৰ পৰিকল্পনা সকলোৰে লয়। গুৱাহাটীত আজি মোবাইল কোম্পানী ৰিলায়েঞ্চ, এয়াৰচেল, এয়াৰটেল, হাচ্‌ছ আদি কোম্পানীৰ বজাৰ এতিয়া জয় জয়, ময় ময় এক ৰমৰমীয়া বজাৰ। আজি কালি কাপোৰৰ বেনাৰবোৰৰ স্থান নাই তাৰ সলনি ডিজিটেল কম্পিউটাৰাইজ বেনাৰ আহি পৰিছে, দেখাত অতি সুন্দৰ, চাই ভাল লাগে। চৌদিশে বৃহৎ বৃহৎ অট্টালিকাবোৰৰ চাদত ৰঙীন হোৰ্দিং ওলমি পৰিছে এক বিৰাট পৰিবৰ্তন। ৰং-বিৰঙৰ দেশী-বিদেশী ফুলৰ টাবৰ ব্যৱসায় আজি লাভজনক হৈ উঠিছে। অট্টালিকাৰ ওপৰতো চকুত লগা বাগিছা কৰে টাবৰ সহায়ত। শুক্লেশ্বৰ ঘাটত গঢ়ি উঠা ফুলৰ বজাৰখন সঁচাকৈয়ে গুৱাহাটীবাসীৰ অন্যতম আকৰ্ষণ হৈ পৰিছে। জন্ম-মৃত্যু-বিবাহৰ উপৰিও পূজা আৰু শুভ কামত ফুল অপৰিহাৰ্য্য, সেয়েহে ইমান আকৰ্ষণ। গুৱাহাটীয়ে সকলো দিশ সামৰি ঋতু পৰিবৰ্তনৰ দৰে নিজৰ ৰূপ লাবণ্য সলাই আহিছে প্ৰতিদিনে, পিচলৈ উভতি চোৱা নাই। আমাৰ কিন্তু হেৰোৱা টুকুৰা স্মৃতিবোৰ ঘনে ঘনে মনত পৰে। এতিয়াও সজীৱ হৈ আছে সৌ সিদিনাৰ দৰে ভাবি ভাবি পাৰ নাপাও। এইখনেই আমাৰ মৰমৰ একমাত্ৰ মহানগৰী গুৱাহাটী। তথাপিও পুৰণি গুৱাহাটীৰ আমেজ আছিল সুকীয়া। সমাজ ব্যৱস্থা আজিৰ দৰে অকলশৰীয়া নাছিল। হিংসা, বিদ্বেষ, ঠগ, প্ৰৱঞ্চনা নাছিল বুলিবই পাৰি। আগৰ ৩০/৪০ খন পূজা বাঢ়ি বাঢ়ি ৪০০/ ৫০০ খন হ'ল, মানুহৰ হাতত এতিয়া প্ৰচুৰ পৰিমানৰ ধন সম্পত্তি গোট খাইছে, কলা ধনৰ পয়োভৰ, গতিকে মা-দুৰ্গাৰ মণ্ডপবোৰো আধুনিকতাই ঘেৰি ধৰিছে। এতিয়া যেন এইবোৰ সাধুকথা হৈ পৰিল।

০০০

পৰক আপোন কৰিবলৈ প্ৰতিভাৰ প্ৰয়োজন।

— **ৰবীন্দ্ৰ নাথ ঠাকুৰ**

# পুৰণি আৰু নতুন গুৱাহাটীৰ শাৰদীয় অনুভৱ

শাৰদীয় দুৰ্গাপূজা আহিলেই মনবোৰ ফৰকাল লগা যেন হয়। শৰৎকাল, পূজাৰ বতৰ। গৰম জহকালি বিদায় লৈ ঠাণ্ডাৰ আগমন। শেৱালি ফুলাৰ বতৰ, পুৱতি নিশা নিযৰ পৰি, শেৱালি সৰি শৰতৰ চৌদিশে যেন এক শুভ্ৰ ফুৰফুৰীয়া ঘ্ৰাণ বিয়পী পৰে। গেন্ধা মালতী, গোলাপ, তগৰ, অপৰাজিতা, পদুম, গুলঞ্চ আৰু নানাবিধ ফুলে আহি ধৰণীত ভুমুকি মাৰে। পূজা বুলিলে মানুহৰ মনত আনন্দই উপচি পৰে কিন্তু আজিৰ মহঙা বজাৰত প্ৰকৃত আনন্দই বা ক'ত? তথাপিও পূজাৰ আমেজ বোলা কথাষাৰক আমি কেনেকৈ বাদ দিম। লৰা-ছোৱালীযেটো সেইবোৰ নুবুজে — পূজা মানেই আনন্দ, ৰং-তামাচা, বেলুন, ফটকা, পিষ্টল, জিলাপী, খুৰমা, নতুন-নতুন ৰং-বিৰঙৰ কাপোৰ কিনা উৎসৱ আৰু ভাগে ভাগে সন্ধিয়াৰ পৰা দুপৰ নিশালৈকে পৰিয়াল সহকাৰে পূজা মণ্ডপবোৰ চাই ফুৰাৰ এক দুৰন্ত হেপাহ। আজিও আছে ভৱিষ্যতলৈও থাকিব কিন্তু পূজাৰ ৰং তামাচা আদব কায়দাবোৰ দ্ৰুত গতিত পৰিবৰ্তন আহি পৰিছে আজি বিশ্বায়নৰ যুগত।

আমি পঞ্চাশৰ দশকৰ গুৱাহাটী নগৰী আৰু পূজাৰ ৰেহৰূপ চাওঁ আহক, কেনে আছিল আজি কেনে পৰ্য্যায় পাইছে। ইযাৰ লগতে শিলপুখুৰী আৰু আশে পাশে থকা অঞ্চলৰ বা বাতৰিবোৰো আহি পৰিব। পঞ্চাশৰ দশকত গুৱাহাটীখন মহানগৰী হোৱা নাছিল। বাট পথবোৰ বেছিভাগেই পকী হোৱা নাছিল। গ্ৰেভেল পথ, ফুটপাথ নাছিলেই নলাবোৰ উকা, চহৰখনত গাড়ী-মটৰ খুবেই কম আছিল। চিটিবাছ তেতিয়া আৰম্ভই হোৱা নাছিল, চিটিবাছ ১৯৫২ চনৰ পৰা আৰম্ভ হয়। বাছবোৰ চলিছিল কুকুৰমুটাৰ (বৰ্তমান হেদায়েৎপুৰ, গুৱাহাটী ক্লাবৰ কাষত) পৰা ভৰলুমুখলৈ। প্ৰকৃতাৰ্থত গুৱাহাটী পৌৰ সভাৰ সীমা আছিল শিলপুখুৰীৰ পৰা ভৰলুমুখ। আনহাতে উলুবাৰী পল্টনবজাৰ আদি। চিটি বাছৰ ভাড়া অতি সামান্য আজি বিশ্বাস কৰিব টান লাগে। মানুহে বেছিভাগ খোজ কাঢ়িয়ে অহা যোৱা কৰিছিল। গুৱাহাটীৰ জনসংখ্যা যিমান আছিল খুব বেছি ৩০/৪০ হেজাৰৰ ঘৰত, হয়তো কমেই হ'ব। সেয়েহে মানুহৰ আত্মীয়তা বৰ গাঢ় আছিল। সহজ সৰল জীৱনধাৰা; ভাবিলে

আজিও মনত চেনেহৰ শিহৰণ জাগে। গুৱাহাটীত দুৰ্গাপূজাৰ সংখ্যা আছিল ২০/ ২৫ খন মান, আজি সেই সংখ্যা ৪০০ খনৰ ওপৰত গল। এতিয়া মানুহৰ সংখ্যা যেনেদৰে ২০/ ২৫ লাখ হ'ল পূজাৰ সংখ্যা সেই হিচাবত চুবুৰীয়ে চুবুৰীয়ে বৃদ্ধি পালে। গুৱাহাটীৰ পুৰণি পূজাসমূহ আছিল মূলত উজান বজাৰৰ বাৰোৱাৰী, হৰিসভা, পাণবজাৰ, কুমাৰপাৰা, ফাঁচিবজাৰ, ভৰলুমুখ, শিলপুখুৰী, উলুবাৰী, খাৰঘুলি, চানমাৰি, ৰিহাবাৰী, পল্টন বজাৰ, ৰেলৱে কলনী, মালীগাঁও, ৰাণীবাৰী, নাককটা পুখুৰীৰ পাৰত বিজুলী মিল, গণেশগুৰিৰ আনহাতে ব্যক্তিগতভাৱে কৰা পূজা পাণবজাৰৰ কবিৰাজ ৰমেশ সেন উজানবজাৰ অঞ্চলৰৰ দুই এটা অসমীয়া পৰিয়ালৰ যেনে বৰদা বিষয়া শুভ বৰুৱা আদিৰ পূজাভাগ। পূজা মণ্ডপবোৰত বিজুলী চাকি আৰু আন আন সাজ-সজ্জাৰ পয়োভৰ নাছিল। মানুহৰ আধ্যাত্মিক ভাব প্ৰচুৰ আছিল। ভালেমান পূজামণ্ডপবোৰত বিজুলী চাকি আৰু আন আন সাজ-সজ্জাৰ পয়োভৰ নাছিল। মানুহৰ আধ্যাত্মিক ভাৱ প্ৰচুৰ আছিল। ভালেমান পূজামণ্ডপত পেট্ৰোমাক্স লাইটৰ পোহৰত যাত্ৰাগান দেখাৰ সৌভাগ্য আমাৰ ঘটিছিল, বিশেষকৈ কামৰূপৰ মৰোৱা, মুগকুছি, হলোগাওঁৰ যাত্ৰাদলবোৰ বিখ্যাত আছিল। মাজে মাজে কলিকতাৰ পৰা বঙালী নাট্য কোম্পানীৰ দলো আহিছিল। তেতিয়া যান-বাহনৰ বাবে স্কুটাৰ বাইক আদি নাছিল। মুছলিম অঞ্চল বিশেষত অসমৰ প্ৰায়বোৰ চহৰতে দুটা ঘোৰাই টনা "ঘোৰাৰ বাগীৰ" প্ৰচলন চেগা চোৰোকাকৈ আছিল। চহৰত ফুৰা চকা কৰাত আজিৰ দৰে যান-যঁটৰ সমস্যা একেবাৰে নাছিল। সহজ উপায় আছিল চাইকেল আৰু ৰিক্সা। আজিৰ দৰে কলিকতাৰ পৰা আমদানীকৃত অপৰজাপ্ত বিধে বিধে ফুলৰ বজাৰ নাছিল আৰু বহুতো কিবা কিবি নাছিল।

ক্ৰমান্বয়ে জনসংখ্যা বৃদ্ধিৰ লগে লগে অঞ্চল ভিত্তিত পূজাৰ সংখ্যা বাঢ়ি গল, মানুহে পাৰিলে ঘৰৰ কাষতে পূজা এভাগ কৰাত মন মেলিলে। আমাৰ বৃহত্তৰ শিলপুখুৰী অঞ্চলটোলৈ চালেই দেখা যায় ৰাজহুৱা নামঘৰৰ উপৰি ৪৭ চনত নোৱাখালি কলোনীত পূৰ শিলপুখুৰী পূজা, ৫৬ চনত পশ্চিম শিলপুখুৰী দুৰ্গাপূজা, গান্ধীবস্তিত, শৰণীযাত, কম্বাচল, নিজৰাপাৰ, চেনীকুঠি আদিতো সুকীয়াভাবে ৰাজহুৱা পূজা আৰম্ভ হ'ল। চেনিকুঠিৰ পূজাখন কেইবছৰমান ৰাজহুৱা ঠাইৰ অভাৱত ব্যক্তিগত চৌহদত পতা হৈছিল, এতিয়া যেনিবা প্ৰয়াত নলিনী দাসৰ চৌহদৰ শিৱ মন্দিৰৰ কাষত স্থায়ী বেদীত দুৰ্গাপূজাভাগ কৰিবলৈ লোৱাত সন্তোষৰ কথা হৈছে। পূজাৰ লগত সঙ্গতি ৰাখি "স্মৃতিগ্ৰন্থ"খনি প্ৰকাশ কৰাটো সুখৰ বিষয়। পূজাৰ আনন্দৰ লগতে মানুহৰ অন্তৰত সুখৰ অনুভৱ জাগৃত হওক, হিংসা-বিদ্বেষৰ

ভাব আঁতৰাই সমন্বয়ৰ অনুকুল বাতাবৰণ সৃষ্টি কৰাত আমি সকলোৱে মিলিজুলি প্ৰচেষ্টা লোৱাৰ সময় সমাগত এই শাৰদীয় পূজাৰ শুভক্ষণত।

এতিয়া ২০১০ চন একৈশ শতিকাৰ আগমন আনহাতে বিশ্বায়নৰ যুগ। পৃথিৱীখন আধুনিক সভ্যতাৰ এখনি গাঁৱৰ ৰূপ ল'লে। আমি পুৰণি ঐতিহ্য ভালেমান হেৰুৱালো, আনহাতে নেদেখা-নুশুনা বস্তুবোৰ আজি আমি দেখিবলৈ পাইছো। ভবিষ্যতে আৰু কি আহে, কব নোৱাৰো। চন্দ্ৰক পূজা কৰো অথচ চন্দ্ৰত মানুহে পদাৰ্পণ কৰিলে। এয়া বিজ্ঞানৰ অলৌকিক শক্তিৰ প্ৰদৰ্শন। কলিকতা, দিল্লী, মুম্বাই, বাঙ্গালোৰৰ দৰে গুৱাহাটীখন আজি মহানগৰী হ'ল। এতিয়া পকী বাট-পথ চৌদিশে, উকা নলাবোৰত ফুট-পাথ গঢ়ি উঠিল। ৰাষ্টাবোৰত ডিভাইদাৰ লগতে হেজাৰ বিজাৰ হেলোজেন লাইটৰ পোহৰত নিশাৰ গুৱাহাটীৰ ৰূপ চৰে। প্ৰতিটো ঘাইপথত হেজাৰ বিজাৰ দেশী বিদেশী গাড়ীৰ ভিৰ। দিনে নিশাই অদ্ভুত যান-যটৰ সমস্যাই জনজীৱন অতিষ্ঠ কৰি তুলিছে। আনহাতে কৃত্ৰিম বানপানীৰ সমস্যাই মহানগৰীখনক জুৰুলা কৰি তোলে প্ৰতিটো বাৰিষা কালত। প্ৰকৃতিৰ বিনন্দীয়া সেউজীয়া ৰূপ মহানগৰীত গঢ় লৈ উঠা হেজাৰ বিজাৰ ওখ অট্টালিকাৰ এপাৰ্টমেন্টবোৰে ঢাকি পেলাইছে। টি ভি আহিল, কেবল টিভি, কেছেট, ভিচি আৰ, মোবাইল ফোন, ইন্টাৰনেট, ফেক্স, লেপটপ, পিচিও, আই এচ ডি, কম্পিউটাৰ ঘৰে ঘৰে আহি পৰিল, মগজুৰ কাম কমি গ'ল। মোবাইল ফোনৰ কোম্পানী ৰিলাযেঞ্চ, এয়াৰচেল, এযাৰটেল, হাটছ আদিৰ ওখ ওখ টাৱাৰ ভৰি পৰিল। ভিজিটেল হোৰ্ডিংচ, পোষ্টাৰ আদিযে সমাজৰ সৰু সৰু শিল্পীৰ পেটৰ ভাত কাঢ়িলে। দিল্লী, কলিকতাৰ দৰে গুৱাহাটীতো বৃহৎ বৃহৎ শ্বপিং ম'ল, যেনে বিশাল, চিটি মাৰ্ট, হাব, বাজাৰ কলকাতা, মিনা বাজাৰ আদিয়ে মানুহক মুহিলে। আনপিনে ক্ষুদ্ৰ ক্ষুদ্ৰ ব্যৱসায় গোষ্ঠীৰ ভাত মাৰিলে। এয়া বিশ্বাযনৰ প্ৰভাৱ চিন্তা কৰক।

এতিযা গুৱাহাটী তথা সমগ্ৰ অসমতে পূজাৰ মণ্ডপবোৰ ইলেকট্ৰনিক মিডিয়া আৰু বিজুলী চাকিৰ কাৰু-কাৰ্য্যই সপোনৰ ৰাজ্য সৃষ্টি কৰিছে। চৌদিশে কেৱল টকাৰ খেল। এই খেলত সাধাৰণ মানুহ, মধ্যবৃত্ত শ্ৰেণী আৰু সৎ আদৰ্শৰ ব্যক্তি টিকি থকাটোৱে কঠিন হৈ পৰিছে। আগৰ সমাজ ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন ঘটিছে। সকলো ক্ষেত্ৰত যেন ব্যৱসায়িক দৃষ্টিভঙ্গীৰে চোৱা হয়। মনলৈ আজি এনে ধাৰণা আহি পৰে। গতিকে শৰৎকালৰ এনে এটা ক্ষণত তাহানিৰ গুৱাহাটী আৰু আজিৰ গুৱাহাটীৰ মাজত আমি কি হেৰুৱালো আৰু কিমানবোৰ পালো ভাবি গুণি চালে এক বিৰাট প্ৰশ্ন, উত্তৰটো আপোনাৰ বাবে এৰিলো, ধন্যবাদ।



# বিশ্বায়নৰ পটভূমিত মে' দিৱস

মে' দিৱসটো সমগ্ৰ বিশ্বৰ শ্ৰমিক আৰু বনুৱা শ্ৰেণীৰ স্বাৰ্থত ভাতৃত্ব আৰু সংহতিৰ দিৱস হিচাপে প্ৰতি বছৰে সমগ্ৰ বিশ্বত পালন কৰি অহা হৈছে। ইয়াৰ ঐতিহাসিক গুৰুত্ব এই কাৰণেই আছে যিহেতু বিশ্বৰ প্ৰতিখন দেশৰ খাটিখোৱা শ্ৰমিক শ্ৰেণীৰ জীৱন সংগ্ৰামৰ লগত এই দিৱসটো অতি নিবিড়ভাৱে জড়িত। পশ্চিমীয়া দেশসমূহৰ ভিতৰ অগ্ৰণী দেশ গ্ৰেট বৃটেইনত গঢ়ি উঠা শিল্প প্ৰতিষ্ঠান, নানা ধৰণৰ কল-কাৰখানা-উদ্যোগ প্ৰতিষ্ঠান আদিত হাড়ভগা কষ্ট কৰিও প্ৰাপ্য মজুৰি নোপোৱাৰ দাবীত ঠায়ে ঠায়ে শ্ৰমিক শ্ৰেণীটোৱে আন্দোলনৰ পটভূমি গঢ়ি তোলে। পুঁজিপতি শ্ৰেণীৰ মালিক পক্ষৰ আঁকোৰগোজ কঢ়া মনোবৃত্তিৰ ফলত দিনটোৰ অধিকাংশ সময় এনেকি ঠাই বিশেষে ১৮ ঘন্টালৈকে শ্ৰমিক শ্ৰেণীটোবে মালিকৰ সন্তুষ্টিৰ বাবে কঠোব পৰিশ্ৰম কৰিবলগীয়া হৈছিল। যিটো আছিল অমানুষিক শাৰীৰিক যন্ত্ৰণা। মানৱ সভ্যতাত এনে নীতি প্ৰযোজ্য নাছিল। সেযেহে সকলো কল-কাৰখানা তীখা, বস্ত্ৰ উদ্যোগৰ লাখ লাখ শ্ৰমিকৰ পুঞ্জীভূত ঘৃণা, ক্ষোভ আদিৰ ফলশ্ৰুতিত ট্ৰেড ইউনিযন আন্দোলনে বৃহৎ আকাৰত গা কৰি উঠে। 'মে' দিৱস'ৰ প্ৰকৃত আন্দোলন আৰম্ভ হয ১৮৮৪ চনতে। গ্ৰেট বৃটেইনৰ পৰা আন্দোলন সম্প্ৰসাৰিত হৈ আমেৰিকা যুক্তৰাজ্যৰ শ্ৰমিক শ্ৰেণীযে কামৰ পৰিসৰ ১০ ঘন্টাৰ পৰা ৮ ঘন্টালৈ কমাই অনাৰ দাবীত আন্দোলনৰ সূত্ৰপাত হয। তেনেদৰে ১৮৮৮ চনৰ ২২ আগষ্টত মাৰ্কিন যুক্তৰাজ্যৰ ৬০ টা ট্ৰেড ইউনিযনৰ প্ৰতিনিধিবৰ্গই 'বাল্টিমোৰ' চহৰত গোট খাই সংঘবদ্ধভাৱে 'নেচনেল লেবাৰ ইউনিযন' নামাকৰণেৰে এটা শ্ৰমিক সংগঠনৰ জন্ম দিযে। উক্ত সংগঠনৰ জৰিয়তে আঠ ঘন্টা শ্ৰম দিৱসৰ প্ৰস্তাৱটো সৰ্বসন্মতিক্ৰমে গ্ৰহণ কৰে আৰু আইনৰ দ্বাৰা সুৰক্ষিত কৰিবলৈ দাবী জনায। ১৯৮৬ চনৰ ১ মে' তাৰিখে ৮ ঘন্টা শ্ৰম দিৱসৰ জোৰদাৰ দাবীত আমেৰিকাৰ চিকাগো চহৰৰ শ্ৰমিকসকলে এক অভাৱনীয ৰূপত ধৰ্মঘট পালন কৰি দাবীটোৰ যুক্তিযুক্ততাৰ প্ৰমাণ কৰে। দাবী পূৰণ নোহোৱালৈকে আন্দোলন চলি থাকিল। ৩ মে' তাৰিখে ধৰ্মঘটৰ আন্দোলকাৰীৰ ওপৰত বৰ্বৰতাৰে আন্দোলন মযিমূৰ কৰিবলৈ গুলীচালনা কৰি ৬ গৰাকী শ্ৰমিকক নৃশংসভাবে হত্যা কৰে আৰু ভালেসংখ্যক শ্ৰমিক আহত হয। শ্ৰমিকৰ কেঁচা তেজেৰে অঞ্চলটো

ৰক্তাক্ত হৈ পৰে। শ্ৰমিক আন্দোলনৰ ইতিহাসত গৌৰৱময় অধ্যায়ৰ সূচনা হয়। শ্ৰমিকৰ ওপৰত চলোৱা অমানুষিক নিৰ্যাতনে বিগত আন্দোলনৰ শক্তি বৃদ্ধি পালে। আনহাতে যুদ্ধংদেহী মনোভাৱেৰে পুঁজিপতি মালিকগোষ্ঠী আৰু চিকাগো চহৰৰ প্ৰশাসক শ্ৰেণীটোৱে শ্ৰমিক আন্দোলনৰ বিৰুদ্ধে সৰ্বশক্তি প্ৰয়োগ কৰি সকলোপ্ৰকাৰৰ নিৰ্যাতন চলালে যাৰ ফলস্বৰূপে কেইবাগৰাকী সংগ্ৰামী শ্ৰমিক নেতা পৰৱৰ্তী কালত ফাঁচীকাঠৰ কাঠগড়াত জীৱন আহুতি দিবলগীয়া হৈছিল। লাখ লাখ শ্ৰমিক-বনুৱাৰ জীৱনজোৰা ত্যাগ আৰু অক্লান্ত সাধনাৰ ফলত ১৮৮৯ চনৰ ১৪ জুলাইত ফ্ৰেডেৰিক এঞ্জেলছৰ সুদক্ষ নেতৃত্বৰ বিশ্বৰ ভালেমান দেশৰ প্ৰতিনিধিক লৈ পেৰিছত আন্তঃৰাষ্ট্ৰীয় সন্মিলন অনুষ্ঠিত হয়। চিকাগো চহৰৰ সংগ্ৰামী স্মৃতিক যুগমীয়া কৰাৰ সিদ্ধান্তৰে পৰবৰ্তী কালত মে' মাহৰ ১ তাৰিখক 'মে' দিৱস' হিচাপে পালন কৰাৰ সৰ্বসন্মতি সিদ্ধান্ত মানি লোৱা হয়। তেতিয়াৰ পৰা আজিলৈকে আন্তঃৰাষ্ট্ৰীয ভিত্তিত শ্ৰমিক কৰ্মচাৰীৰ কল্যাণৰ অৰ্থে 'মে' দিৱস'ক ঐক্য-সংহতিৰ প্ৰতীক হিচাপে বিশ্বৰ প্ৰায় সকলো দেশৰ কোটি কোটি শ্ৰমিকে সংগ্ৰামী সত্ত্বাৰে পালন কৰি আহিছে।

ভাৰতবৰ্ষতো এই দিৱসৰ প্ৰভাৱ নপৰাকৈ থকা নাছিল। বোম্বে, মাদ্ৰাছ, কলিকতাৰ বিভিন্ন কল-কাৰখানা উদ্যোগ প্ৰতিষ্ঠানৰ শ্ৰমিক-কৰ্মীযে ছেগা-চেৰোকাকৈযে সংগ্ৰামৰ তাৎপৰ্য উপলব্ধি কৰিবলৈ ধৰে। জানিব পৰামতে বিশ্বৰ আন আন প্ৰান্তত চলি থকাৰ দৰে ভাৰতবৰ্ষৰ নাগপুৰতো ১৮৭৭ চনতেই 'এমপ্ৰেছ মিল'ৰ শ্ৰমিকসকলেও নিৰ্যাতনৰ বিৰুদ্ধে সৰৱ প্ৰতিক্ৰিয়া প্ৰকাশ কৰি দাবী উত্থাপন কৰিছিল। আনহাতে ১৮৯০ চনতে বোম্বে চহৰত পোনপ্ৰথমে মিলহেণ্ডচ ইউনিয়ন'খন শ্ৰমিকৰ স্বাৰ্থত ট্ৰেড ইউনিযন ভিত্তিত জন্মলাভ কৰে আৰু কিছুসংখ্যকে ক'ব খোজে এইখনেই ভাৰতবৰ্ষৰ প্ৰথমখন ট্ৰেড ইউনিযন সন্থা। কিন্তু আমি জানিব পৰামতে ভাৰতবৰ্ষৰ অন্যতম বাওঁপন্থী নেতা তথা অসমৰ সুযোগ্য সন্তান প্ৰযাত গৌৰীশংকৰ ভট্টাচাৰ্য্যৰ স্বৰচিত গ্ৰন্থ — 'ভূমিপুত্ৰৰ মৰ্মবেদনা'ত উল্লেখিত যে ১৮৫৭ চনতেই অসমত অৱস্থিত 'নামচাং চাহ বাগিচা'ৰ শ্ৰমিকসকলেও নিজৰ প্ৰাপ্য অধিকাৰৰ বাবে মধুকোচ নামৰ অসমীয়া সংগ্ৰামী ব্যক্তি এগৰাকীৰ নেতৃত্বত সপ্তাহজোৰা ধৰ্মঘট পালন কৰি মালিক পক্ষৰ শাস্তি ভোগ কৰাৰ নিদৰ্শন হযতো আজি ভাৰতবৰ্ষৰ শ্ৰমিক আন্দোলনৰ ইতিহাসত উপেক্ষিত হৈয়ে আছে। এই কথা ভাবিলে অসমহে শ্ৰমিক আন্দোলনৰ প্ৰথম হোতা বুলি গৌৰৱ কৰিব পাৰে। লগতে ভাৰতবৰ্ষৰ শ্ৰমিক আন্দোলনৰ ইতিহাসত এই গুৰুত্বপূৰ্ণ তথ্য সন্নিবিষ্ট হোৱা উচিত বুলি আমি ভাবো।

সময়বোৰ দ্ৰুতগতিত অতিবাহিত হৈছে যদিও মে' দিৱসৰ ঐতিহ্যপূৰ্ণ ইতিহাস সদায় স্মৰণীয় হৈয়ে থাকিব, কিন্তু আজিৰ পৰিস্থিতিত বিশ্বায়নৰ পটভূমিত সমগ্ৰ বিশ্বতে সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক দিশত এক আমূল পৰিবৰ্তন হোৱা দেখা গৈছে। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰতিযোগিতাই মে' দিৱসৰ তাৎপৰ্যক কোনটো স্তৰলৈ নিয়ে সেয়া সময়ে ক'ব। শ্ৰমিকৰ মূল সমস্যাবোৰেই হৈছে অৰ্থনৈতিক আৰু সামাজিক ক্ষেত্ৰখনৰ লগত জড়িত। নিজৰ গণতান্ত্ৰিক অধিকাৰক লৈ প্ৰাপ্য বিচৰা সংগ্ৰামৰ বাবেই 'মে'দিৱস'ৰ সূচনা মালিক আৰু শ্ৰমিক পক্ষৰ সংঘাত, আৱেগ, অনুভূতিবোৰ সাঙোৰ খাই আছে, উক্ত দীঘলীয়া সংগ্ৰামৰ প্ৰতিটো স্তৰতে। আজিৰ সেই পৰিস্থিতি সলনি হ'বলৈ বাধ্য হৈছে। প্ৰতিটো কৰ্ম আৰু ক্ষেত্ৰতে যেন এক অদৃশ্য শক্তি জড়িত হৈ আছে, সেই ধাৰণা আহি পৰে। শ্ৰমিক-কৰ্মীৰ অধিকাৰ, বানচ, ভাট্টা, কৰ্মৰ সময়ক লৈ সমগ্ৰ বিশ্বতে বহুতো কল্যাণমূলক আইন-কানুন সৃষ্টি হ'ল, কিন্তু প্ৰকৃত কাৰ্যকৰী ব্যৱস্থা আজিলৈকে হৈ উঠা নাই, ইয়াৰ কাৰণ শ্ৰমিক শ্ৰেণীটো সামাজিক আৰু অৰ্থনৈতিকভাৱে দুৰ্বল, শিক্ষা-দীক্ষাটো তুলনামূলকভাৱে পাছপৰা। বিশ্বায়নৰ প্ৰভাৱ নপৰাকৈ নিশ্চয় নাথাকে, বিশেভাবে শ্ৰমিক-কৰ্মচাৰী আৰু বনুৱা শ্ৰেণীটোৰ ক্ষেত্ৰত। বৰ্তমান উদ্যোগ আৰু বাণিজ্যৰ ক্ষেত্ৰত বিশ্ববেংক, আই এম এফ আৰু গ্যাট চুক্তিয়ে বিশ্বৰ অৰ্থনীতিক পৰিচালনা কৰি আছে আৰু ইয়াৰ গুৰু দায়িত্ব মূলতঃ মাৰ্কিন যুক্তৰাষ্ট্ৰই বহন কৰিছে। সকলোবোৰ নিয়োগ নীতি আৰু ভৱিষ্যৎ পৰিকল্পনা যিহেতু উক্ত অনুষ্ঠানবোৰৰ নিৰ্দেশত চলে, গতিকে সমগ্ৰ বিশ্বৰ শ্ৰমিক শ্ৰেণীটোৰ আশা-আকাংক্ষা আৰু অধিকাৰ কিমান সফলতাৰে পূৰণ কৰিব পাৰিব সি নিশ্চয় বিচাৰ্য্যৰ বিষয়।



> যিজনে কৰ্মত অকৰ্ম আৰু অকৰ্মত কৰ্ম দেখা পায়
> সেইজন মনুষ্যৰ ভিতৰতে বুদ্ধিমান আৰু সেই যোগীয়েই
> সকলো কৰ্ম সম্পাদন কৰিব পাৰে।
>
> — গীতা - ১৮

# গণতন্ত্ৰ আৰু নিৰ্বাচন সম্পৰ্কত কিছু মৌলিক প্ৰশ্ন

পৃথিৱীৰ বৃহত্তম গণতান্ত্ৰিক দেশ ভাৰতবৰ্ষ সংবিধানৰ নিয়ম অনুসৰি প্ৰতি পাঁচ বছৰৰ অন্তৰে অন্তৰে নিৰ্বাচনৰ জৰিয়তে দেশৰ জনসাধাৰণে নিজৰ ভোটাধিকাৰ সাব্যস্ত কৰি একোখন গণতান্ত্ৰিক চৰকাৰ গঠন কৰি দেশ শাসন কৰাৰ প্ৰক্ৰিয়া চলি আহিছে। কিবা কাৰণত নিৰ্বাচিত চৰকাৰ ভাঙি গলে মধ্যকালীন নিৰ্বাচন পতাৰ ব্যৱস্থাও সংবিধানত আছে। এনে কাৰ্য্য আমি দেখি আহিছো, কিন্তু একোটা সাধাৰণ নিৰ্বাচনত হাজাৰ হাজাৰ কোটি টকা খৰচ কৰিবলগীয়া হয়। ফলস্বৰূপে ভাৰতবৰ্ষৰ দৰে দুখীয়া দেশ এখনৰ বাবে অৰ্থনৈতিক বোজা সাংঘাতিক ধৰণে পৰাটো স্বাভাৱিক কথা। ইয়াৰ কুফল দৰিদ্ৰ জনসাধাৰণে ভোগ কৰিবলগীয়া হয। ভাৰতবৰ্ষৰ স্বাধীনতাৰ পিছত কেইটামান সাধাৰণ নিৰ্বাচন সুচাৰুৰূপেই সম্পন্ন হৈছিল। তেতিয়া ৰাজনৈতিক দলৰ সংখ্যাও কম আছিল, মূলতঃ কংগ্ৰেছ, ছ'চিয়েলিষ্ট, কমিউনিষ্ট, জনসংঘ আদি কৰি কেইটামান ৰাজনৈতিক দলেহে নিৰ্বাচনত অংশগ্ৰহণ কৰিছিল। ৰাজ্য ভিত্তিক সৰু-সুৰা ৰাজনৈতিক দলৰ জন্মই হোৱা নাছিল। চৰকাৰ গঠনত কংগ্ৰেছেই আধিপত্য বিস্তাৰ কৰিছিল বৰ্তমান সময়ৰ পৰিৱৰ্তনৰ লগে লগে অজস্ৰ সৰু সৰু আঞ্চলিক ৰাজনৈতিক দলৰ সৃষ্টি হ'ল। কেন্দ্ৰীয় চৰকাৰ আৰু কংগ্ৰেছ দলৰ বৈষম্যমূলক নীতি, কৰ্ম পদ্ধতিৰ ফলতেই ঠায়ে ঠায়ে বিদ্ৰোহৰ সূত্ৰপাত হয়। এতিয়া কংগ্ৰেছ দলটো বাদেই, কোনো ৰাষ্ট্ৰীয় দলেৰেই অকলশৰে চৰকাৰ গঠন কৰাৰ ক্ষমতা নাই। অন্যান্য সৰু-সুৰা দলৰ সহায় অবিহনে কোনো এটা বৃহৎ দলে চৰকাৰ গঠন কৰিব নোৱাৰি জোঁট বন্ধনৰ প্ৰক্ৰিয়াৰে চৰকৰ চলাবলৈ মন মেলিছে। অথচ দলবোৰৰ মাজত কোনো আদৰ্শগত মিল আমি দেখা নাই। নিৰ্বাচনৰ পূৰ্বে নূন্যতম কৰ্মসূচী পৰ্যন্ত যুগুতাবলৈ সক্ষম নহয়। এই দিশে আগবাঢ়িলে ভৱিষ্যতলৈ সমগ্ৰ গণতন্ত্ৰৰ প্ৰতিয়ে ভাবুকিৰ সৃষ্টি হব পাৰে বুলি আমাৰ ধাৰণা। ইয়াক প্ৰতিৰোধ কৰিবলৈ হ'লে সময় নিশ্চয় সমাগত বুলি ক'ব পাৰি। গণতন্ত্ৰ সুস্থিৰভাৱে চলিবলৈ হ'লে আমেৰিকা যুক্তৰাজ্য, বৃটেইন আদি ৰাষ্ট্ৰবোৰৰ দৰে

দুটা বা তিনিটা ৰাষ্ট্ৰীয় ৰাজনৈতিক দলৰহে প্ৰয়োজন। প্ৰযোজনবোধে ভাৰতৰ সকলোবোৰ ৰাজনৈতিক দলে গভীৰ চিন্তা-চৰ্চাৰে সংবিধান সংশোধন কৰি হ'লেও সোঁপন্থী, বাওঁপন্থী, বা মধ্যমপন্থীৰ আদৰ্শ যুগুতাই ঠিক কৰি ল'ব পাৰিলে হয়তো দেশৰ ভালেমান জ্বলন্ত সমস্যা সমাধানৰ বাবে চৰকাৰবোৰে কাম কৰাত সুচল হ'ব। তেতিয়া ক্ষমতা দখলৰ বাবে নিৰ্বাচনৰ আগতে বা পিছতে ৰাজনৈতিক দলবোৰে মৰ্চা গঠনৰ বাবে হাবাথুৰি খাবলগীয়া নহ'ব। আনহাতে নিৰ্বাচনৰ নামত বৰ্তমানে চলি থকা দুৰ্নীতি, টকা-পইচাৰ লেনদেন, ভ্ৰষ্টাচাৰ, হত্যা, কাজিযা-পেচাল বহু পৰিমাণে হ্ৰাস পাব বুলি আমাৰ ধাৰণা। ব্যক্তি স্বাৰ্থ পূৰণৰ বাবে অজস্ৰ সৰু সৰু ৰাজনৈতিক দল গঠনৰ দ্বাৰা ভোট বিভাজন হৈ প্ৰকৃতাৰ্থত শতকৰা ৩০ বা ৪০ শতাংশ ভোট লাভ কৰিও কোনোবা এটা ৰাজনৈতিক দলে চৰকাৰ গঠন কৰাৰ সুবিধা পায়। আমি ভাবো, এনে ব্যৱস্থাই দেশৰ গৰিষ্ঠ সংখ্যক জনগণক চৰকাৰখনে উপকৃত কৰিব নোৱাৰে। কাৰণ চৰকাখনৰ প্ৰতি প্ৰকৃত আস্থা আৰু বিশ্বাস গৰিষ্ঠ সংখ্যক জনগণৰ নাথাকে। তাতকৈ সকলো দলৰ সদস্যক লৈ এখন 'ৰাষ্ট্ৰীয চৰকাৰ' গঠন কৰাহে উচিত। তেতিযাহে দেশৰ সকলো শ্ৰেণীৰ গণতান্ত্ৰিক নাগৰিকক সন্মান আৰু গুৰুত্ব দিযা হ'ব। আজি-কালি দেখা যায বৃহৎ, ৰাজনৈতিক দলবোৰত পৰিযাল কেন্দ্ৰীক ৰাজনীতিৰ প্ৰভাৱ বেছি, ফলস্বৰূপে যোগ্য ব্যক্তি বা প্ৰাৰ্থী থাকিলেও যদিহে টকা-পইচা নাথাকে তেনে লোকৰ ৰাজনীতিত স্থান নাই। এযা হ'ল বাস্তৱ সত্য। এতিযাৰ ৰাজনীতিত আৰু দুটা উপাদানে স্থান পাইছে — ধনবল আৰু বাহুবল। এতিয়া দেশৰ বিধানসভা, লোকসভাতো ভালেসংখ্যক বিতৰ্কিত প্ৰতিনিধিক ভিন ভিন দলে জযযুক্ত কৰি পৱিত্ৰ সদনলৈ পঠিওৱা কাৰ্য গণতন্ত্ৰৰ বাবে ভযাৱহ সংকেত। ভাৰতীয গণতন্ত্ৰৰ বাবে আৰু এটা দুখজনক তথা লজ্জাকৰ কথা যে ৰাইজৰ প্ৰতিনিধিসকলে সদনলৈ নিৰ্বাচিত হৈ যোৱাৰ পিছত, সমষ্টিৰ উন্নযনমূলক কাম নকৰাকৈ, সদনত পাঁচ বছৰে এষাৰ বক্তব্য নাৰাখি, দুৰ্ঘোৰ অপৰাধমূলক কামত লিপ্ত হ'লেও, তেওঁলোকক নিৰ্বাচিত কৰি পঠিওৱা গৰিষ্ঠ সংখ্যক ভোটাৰে কিন্তু নিজা প্ৰতিনিধিগৰাকীক বিকল কৰি সদস্যপদ বাতিল কৰাৰ ব্যৱস্থা, সংবিধানত দিযা নাই। এনে গুৰুত্বপূৰ্ণ দিশ এটা দেশৰ বৃহত্তম স্বাৰ্থৰ হকে সংসদৰ উভয় সদন তথা কেন্দ্ৰীয চৰকাৰে বিবেচনা কৰি প্ৰয়োজনবোধে ভাৰতৰ সংবিধান সংশোধন কৰা বা আৰু এটা দফা সংযোজন কৰাৰ প্ৰয়োজন থকা বুলি আমি গভীৰভাৱে অনুভৱ কৰো, তেতিযা সদনৰ পৱিত্ৰতা আৰু মৰ্যাদা অধিক বৃদ্ধি পাব বুলি আমি বিশ্বাস কৰো। প্ৰতিটো নিৰ্বাচনৰ আগে আগে ৰাইজৰ

মাজত বহুলভাৱে আলোচিত হয় যে সদনলৈ ভাল, নিকা ভাৱমূৰ্ত্তিৰ নিৰ্বাচিত কৰি পঠিয়াব লাগে। তেতিয়াহে চৰকাৰখন ভাল হ'ব, সদনৰ মজিযাত সুস্থ আচৰণ বিৰাজ কৰিব আৰু গণতন্ত্ৰৰ প্ৰতি ৰাইজৰো আস্থা ক্ৰমে বৃদ্ধি পাব। তাৰ বাবে প্ৰতিটো ৰাজনৈতিক দলেই অধিক সচেতন হোৱাৰ প্ৰয়োজন আছে। এই ক্ষেত্ৰত জনসাধাৰণো অধিক সতৰ্ক হোৱা উচিত। যেতিযালৈকে সমগ্ৰ প্ৰশাসন ব্যৱস্থা নিকা নহয়, লগতে চৰকাৰখন ৰাইজৰ আস্থা আৰু বিশ্বাসভাজন হৈ নুঠে তেতিয়ালৈকে সকলোবোৰ মিছা আস্ফালন ৰূপেই পৰিগণিত হয।

আগন্তুক নিৰ্বাচনৰ গতি-বিধি লক্ষ্য কৰি আমি কিছু কথা মুক্তভাৱে আলোচনা কৰাৰ প্ৰযোজন আছে। সুস্থ সমাজ এখনত সুস্থ বাতাৱৰণ, পৰস্পৰৰ প্ৰতি ভদ্ৰোচিত ব্যৱহাৰ থকাটো আমি সৰ্বসাধাৰণ ৰাইজ হিচাপে কামনা কৰো। কিন্তু সদ্য প্ৰকাশিত নিৰ্বাচনী প্ৰচাৰৰ কথা-বতৰাই ৰাইজক হতাশ আৰু নিৰাশ কৰিছে। সকলো ধৰণৰ শিষ্টাচাৰ আৰু শালীনতাবোধ ভঙ্গ কৰা আচৰণক ৰাইজে ধিক্কাৰ দিবলৈ বাধ্য হৈছে। নিৰ্বাচনী আচৰণ বিধি সকলো পক্ষই মানি চলা উচিত। বিভিন্ন ৰাজনৈতিক দলক আক্ৰমন কৰি, চৰকাৰে প্ৰকাশ কৰা নিম্নস্তৰৰ ভাষ্য, বাতৰি কাকত আৰু ইলেকট্ৰনিক মাধ্যম যোগে শুনি শুনি ৰাইজ আজি অতিষ্ঠ হৈ পৰিছে। প্ৰচাৰ কাৰ্য চলাওঁতে ব্যক্তিগত চৰিত্ৰহনন কাৰ্য কাৰো কোনো ক্ষেত্ৰতে উপকাৰত নাহে। বৰং মানুহৰ নিম্নস্তৰৰ ৰুচিবোধৰ পৰিচযহে উদঙাই দিযে আৰু হিংসা প্ৰবৃত্তি জগাই তোলে। এনেধৰণৰ কৰ্মৰ পৰা বিৰত থাকিলেহে ৰাইজে সঁহাৰি জনাব। অন্যথা হিতেই বিপৰীত হোৱাৰ সম্ভাৱনাই যে অধিক সেই কথা চতুৰ ৰাজনীতিকে উপলব্ধি কৰা উচিত। শেষত অসমৰ মুখ্যমন্ত্ৰী তৰুণ গগৈক চৰকাৰ এখনৰ মুৰব্বী হিচাপে দুটামান কথা উনুকিযাব খুজিছোঁ। এয়া সৰ্বসাধাৰণ ৰাইজৰ অনুভুতি। গগৈ ডাঙৰীয়া কংগ্ৰেছ দলৰ নেতা যদিও অসমৰ সকলো শ্ৰেণী ৰাইজৰহে মুখ্যমন্ত্ৰী। তেওঁ গৃহ বিভাগৰো গুৰু দাযিত্বত থাকি সৰ্বসাধাৰণ ৰাইজৰ জীবন আৰু সম্পত্তিৰ নিৰাপত্তা সুনিশ্চিত কৰাটোহে আমি বিচাৰিছো।

○ ○ ○

জাবৰ সাৰিলে যিদৰে ঠাইডোখৰ পৰিস্কাৰ হয়,
তেনেকৈ ভুল স্বীকাৰ কৰিলে অন্তৰখন পবিত্ৰ হয়।

— **মহাত্মা গান্ধী**

# অসমৰ ভৱিষ্যত আৰু আগন্তুক চৰকাৰ

অসমৰ জাতীয় উৎসৱ ৰঙালী বিহুৰ আগে আগে, অৰ্থাৎ ৩ এপ্ৰিল আৰু ১০ এপ্ৰিলত দুটা পৰ্যায়ত অসমৰ বিধান সভা নিৰ্বাচন সমাপ্ত কৰিলে। প্ৰথম পৰ্যাযত ৬৫ খন আসনৰ বাবে আৰু দ্বিতীয় পৰ্যাযত ৬১ খন আসনৰ নিৰ্বাচন প্ৰায় সুকলমে সমাধা হ'ল। এইক্ষেত্ৰত ভাৰতৰ নিৰ্বাচন আযোগৰ কৰ্ম-তৎপৰতাক প্ৰশংসা কৰিবই লাগিব। সমগ্ৰ নিৰ্বাচনী প্ৰক্ৰিযাটোক সুস্থ আৰু নিকা পৰিৱেশ বৰ্তাই ৰখাত আয়োগৰ কঢ়া নিৰ্দেশনা আৰু কৌশলে প্ৰায আটাইবোৰ ৰাজনৈতিক দলকে প্ৰকৃতাৰ্থত শ'লঠেকত পেলাইছিল। তাৰ মাজতে শাসকীয দল কংগ্ৰেছে দুই-এঠাইত কিছু গোলমালৰ সৃষ্টি নকৰাকৈ থকা নাই, যাৰ বাবে বিৰোধী দলসমূহেও আযোগৰ ওচৰত তীব্ৰ প্ৰতিবাদ দৃঢ়তাৰে উত্থাপন কৰিছিল। নিৰ্বাচন শেষ হোৱাৰ পিছতো ফলাফল ঘোষণাৰ বাবে পূৰা এমাহ সময অপেক্ষা কৰিবলগীযা হ'ল, অৰ্থাৎ ১১ মে'ত ভোটৰ বাঁকচ ষ্ট্ৰংৰুমত আবদ্ধ কৰি ৰাখিলে। ফলাফল ঘোষণাৰ সময এতিযা নিচেই চমু চাপি আহিল। এতিযা বিভিন্ন ৰাজনৈতিক দলৰ আগন্তুক চৰকাৰ গঠনৰ তৎপৰতা দেখি ৰাইজ কিছু বিমোৰত পৰিছে, কাৰণ ফলাফল ওলোৱাৰ পিছতহে সাধাৰণতে এনেবোৰ প্ৰক্ৰিযা আৰম্ভ হয, কিন্তু এইবেলি তাৰ ওলোটা দৃশ্যহে পৰিলক্ষিত হৈছে আৰু এটা সপ্তাহৰ পিছত হযতো সম্পূৰ্ণ স্পষ্ট ছবি এখন ৰাইজে দেখা পাব। অসমৰ ভৱিষ্যতৰ কথা চিন্তা কৰি সৰ্বসাধাৰণ ৰাইজে এই মুহূৰ্ত্তত এখন সুস্থিৰ জনকল্যাণকামী চৰকাৰ পাবলৈহে আশা কৰিছে, কিন্তু ৰাজনৈতিক দলৰ সমীক্ষা নিৰীক্ষণ কৰিলে দেখা যায যে নতুনকৈ আৱিৰ্ভাৱ হোৱা কেইটামান দলৰ স্থিতি এতিযাও স্পষ্ট বুলি ক'ব নোৱাৰি। চৰকাৰ যি দলৰ নেতৃত্বত নহওঁক কিয, সৰু-সুৰা দলৰ জোঁটবন্ধনৰ আৱশ্যক হ'বই। নীতিৰ ক্ষেত্ৰত কোনে কিদৰে চৰ্ত আৰোপ কৰে সেই দিশটোও লক্ষণীয হ'ব। ইতিমধ্যে বিভিন্ন দলে সমযে সমযে প্ৰেছ বিবৃতিযোগে প্ৰকাশ কৰা দাবী, স্বৰ্ত আৰু নিজ দলৰ শক্তি-ক্ষমতাৰ বক্তব্যবোৰে কিছু পৰিমানে হ'লেও সৰ্বসাধাৰণ ৰাইজক সন্দিহান কৰি তুলিছে। নিৰ্বাচনৰ আগেযে প্ৰকাশ কৰা দলীয ইস্তাহাৰৰ প্ৰতিশ্ৰুতিবোৰৰ কথা ৰাইজৰ নিশ্চয় মনত আছে। নতুন চৰকাৰ এখনৰ বাবে অসমৰ মূল সমস্যাৰাজি সমাধানৰ ক্ষেত্ৰত কিছুমান দিশত সাংঘাটিক প্ৰত্যাহ্বান আহিব পাৰে। সেইবোৰ কেনেদৰে

মোকাবিলা কৰে, তাৰ ওপৰতো অসমৰ ভৱিষ্যত নিৰ্ভৰ কৰিব। বৰ্তমান অসমৰ মূল ভয়াবহ আৰু গুৰুত্বপূৰ্ণ সমস্যাৰাজিৰ ভিতৰত অতি স্পৰ্শকাতৰ বিষয় অবৈধ বিদেশী নাগৰিকৰ সমস্যা, সন্ত্ৰাসবাদৰ সমস্যা, নিবনুৱাৰ সমস্যাৰ উপৰি বানপানী, গৰাখহনীযা, জনজাতীয সমস্যা, মূল্যবৃদ্ধি আদি উল্লেখযোগ্য। মূল সমস্যাবোৰক বাদ দি দলীয় স্বাৰ্থক উৰ্দ্ধত ৰাখি অসমৰ জনগণৰ বিপক্ষে যদি চৰকাৰখনে কাম কৰে, অদূৰ ভৱিষ্যতে সেই চৰকাৰ ভাঙি যাব পাৰে। এই কথাও মনত ৰখা উচিত। জনসাধাৰণৰ গভীৰ আস্থা আৰু বিশ্বাসৰ ওপৰতহে চৰকাৰৰ সুস্থিৰতা নিৰ্ভৰ কৰিব। বিগত পাঁচ বছৰত কংগ্ৰেছ চৰকাৰখনৰ আকাশলংঘী দুৰ্নীতি-ভ্ৰষ্টাচাৰী অপশাসন, পুলিচৰ চাকৰি, শিক্ষকৰ চাকৰিত অবৈধ নিযুক্তিৰ নজিৰাবিহীন কেলেংকাৰি, গডকাপ্তানি বিভাগৰ কোটি কোটি টকাৰ কেলেংকাৰিৰ উদাহৰণ, স্বাধীনোত্তৰ কালৰ কোনো এখন চৰকাৰৰ দিনত হোৱা মনত নপৰে। চৰকাৰৰ ৰাজনৈতিক ক্ষমতাৰ অপব্যৱহাৰ হ'লে জনসাধাৰণেও সহ্য নকৰে। শেহতীযাকৈ কাৰ্বি আংলং আৰু কাকপথাৰৰ নিৰীহ ৰাইজক অমানৱীযভাবে কৰা হত্যাকাণ্ডত, কংগ্ৰেছ চৰকাৰখন শাসনৰ গাদীত থকাৰ যোগ্যতা হেৰুৱাই পেলাইছিল। অসমৰ বিভিন্ন সম্প্ৰদায আৰু জনগোষ্ঠীৰ লোকে কংগ্ৰেছবিৰোধী স্থিতি লোৱা পৰিলক্ষিত হৈছেল। বিশেষকৈ কংগ্ৰেছ ভোটবেংক বুলি বিবেচিত চৰ অঞ্চলৰ মুছলমান সম্প্ৰদাযৰ লোক আৰু চাহ জনগোষ্ঠীয লোকে এইবেলি কংগ্ৰেছৰ বিৰুদ্ধে তীব্ৰ ৰূপত থিয দিছে। তাৰ উপৰি অন্যান্যসকল আছেই। নিৰ্বাচনৰ প্ৰাক্‌মুহূৰ্ত্তত গঠন হোৱা সংখ্যালঘু সম্প্ৰদাযৰ ৰাজনৈতিক মঞ্চ 'সংযুক্ত গণতান্ত্ৰিক মৰ্চা' কংগ্ৰেছ দলৰ প্ৰধান শত্ৰু হিচাপে মূৰ দাঙি উঠিছে। দলটোৰ নেতা বদৰুদ্দিন আজমলৰ ভূমিকা নিশ্চয লক্ষণীয হ'ব। চৰকাৰ গঠন প্ৰক্ৰিয়াত শেষ মুহূৰ্ত্তত কাৰফলীযা হৈ কাম কৰে, আজিযে কৈ দিযাটো টান। কাৰণ আঞ্চলিকতাবাদৰ পোযকতা কৰে যদিও আই এম ডি টি আইনখনৰ বিকল্প আইনৰ মূল 'দাবীদাৰ হিচাপে' নিৰ্বাচনত থিয দিছে, গতিকে অসম গণ পৰিষদ দলে পোনচাটেই আজমলৰ প্ৰাৰ্থনা গ্ৰহণ কৰাত নীতিগত হিচাপে কিছু অসুবিধা আহি পৰিব পাৰে। আনহাতে, বি পি পি এফ (হাগ্ৰামা) ফৈদে নিৰ্বাচনৰ আগতেই কংগ্ৰেছক সমৰ্থন দিযাৰ কথা মুকলিকৈ ঘোষণা কৰিছে তথাপি কংগ্ৰেছ দলৰ সমৰ্থনত চকুত লগাকৈ দুৰ্বল স্থিতি বুলি ক'ব পাৰি।

নিৰ্বাচনৰ ফলাফল ঘোষণা নোহোৱাকৈ যদিও এশ শতাংশ সঠিক উত্তৰ দিব নোৱাৰি, তথাপি নিৰ্বাচনী বতাহ এইবেলি বিৰোধী দলৰ সপক্ষে যোৱাৰ ধাৰণা কৰিব পাৰি। বিৰোধী পক্ষৰ মূল দল হিচাপে অসম গণ পৰিষদ দলৰ নেতৃত্বত এটা শক্তিশালী জোঁটবন্ধনৰ প্ৰক্ৰিয়া চলিছে। অংশীদাৰ দলৰ গোটসমূহ হ'ল—

বাঁওপন্থী দল চি পি আই, চি পি এম, সমতা পার্টি, এ এছ ডি চি, বি পি পি এফ (ৰবিৰাম) ফৈদ আৰু তৃণমূল গণ পৰিষদ। এওঁলোকৰ দলবোৰৰ কিছু কিছু অঞ্চলত গণভিত্তি থকাটো পৰিলক্ষিত হৈছে। সেয়েহে চৰকাৰ গঠন কৰিব পাৰিলে নূন্যতম উমৈহতীয়া কৰ্ম আঁচনি যুগুত কৰি সৰ্বসন্মতভাৱে কাম কৰাৰ প্ৰতিশ্ৰুতি জনসাধাৰণক দিব পাৰিব লাগিব। অসম গণ পৰিষদ নেতৃত্বাধীন চৰকাৰ হ'লে বিদেশী নাগৰিকৰ সমস্যা তথা অসম চুক্তি ৰূপায়ণৰ ক্ষেত্ৰত কোনোধৰণৰ 'আপোচ নীতি' গ্ৰহণ কৰাটো ৰাইজে কেতিয়াও নিবিচাৰে। কাৰণ কংগ্ৰেছ চৰকাৰে আৰম্ভণিৰে পৰা অবৈধ বিদেশী নাগৰিকক প্ৰশ্ৰয় দি আই এম ডি টি আইন উচ্চতম ন্যায়ালয়ে বাতিল কৰাৰ পিচতো অসমৰ বাবে পুনৰ 'বিকল্প আইন'ৰ পোষকতা কৰাটোৱে অসমৰ থলুৱা জনসাধাৰণক উপলুঙা কৰি শত্ৰুতাৰ আচৰণ বিধি দাঙি ধৰিছে। সেয়েহে জনসাধাৰণে আঞ্চলিক চিন্তাচৰ্চাৰে প্ৰতিটো জনগোষ্ঠীৰ আশা-আকাঙ্খা প্ৰতিফলিত হ'ব পৰাকৈ ৰাজনৈতিক পৰিৱৰ্তন বিচাৰিছে। অসমৰ প্ৰতিটো জ্বলন্ত সমস্যাকে আওকাণ কৰি কেন্দ্ৰীয় চৰকাৰে তথা কংগ্ৰেছ হাইকমাণ্ডৰ নিৰ্দেশত চলা চৰকাৰে অসমৰ সমস্যা সমাধান কৰাৰ সলনি ভৱিষ্যতে জটিল কৰাৰ সম্ভাৱনা বেছি বুলি ৰাইজে ধাৰণা কৰে। বিভিন্ন ৰাজনৈতিক দলৰ টিকট নাপাই নিৰ্দলীয় প্ৰাৰ্থী হিচাপে নিৰ্বাচন খেলা ব্যক্তিসকলৰ উদ্দেশ্যও এটাই — কেনেকৈ দুৰ্নীতি কৰি ক'লা ধন ঘটিব পাৰে। কেনেবাকৈ নিৰ্বাচিত হ'লে, আদৰ্শ নোহোৱা কিছু ব্যক্তিয়ে কোটি কটাত ৰাইজৰ প্ৰতিনিধি বিক্ৰী হৈ নাযাব বুলি কোনেও ক'ব নোৱাৰে। এই ক্ষেত্ৰতো সচেতন ৰাইজ আৰু ৰাজনৈতিক দলবোৰ সাৱধান হোৱা উচিত।

এইবেলি নিৰ্বাচনৰ আগতে এটা কথা বৰ বেছিকৈ উচ্চাৰিত হোৱা আমি দেখিছোঁ, সেযা আছিল অসমত কংগ্ৰেছবিৰোধী বিজেপি বিৰোধী এখন চৰকাৰ হ'ব লাগে। শেহতীয়াকৈ বিজেপিয়ে কৈছে — তেওঁলোকে চৰকাৰ গঠন কৰিব নোৱাৰিলেও বিদেশী নাগৰিকৰ সমস্যাটোৰ ক্ষেত্ৰত আপোচ নকৰে। আমাৰ পৰামৰ্শ এয়ে ৰাজনৈতিক পৰিৱৰ্তনৰ মাজেৰে যদি চৰকাৰ গঠন হয়, সেইখন চৰকাৰলৈ অসমৰ জনগণৰ স্বাৰ্থত বিজেপি য়ে কোনোধৰণৰ চৰ্ত নাৰাখি, বিদেশী নাগৰিকৰ সমস্যা সমাধানৰ ক্ষেত্ৰত মুক্তভাৱে সমৰ্থন আগবঢ়োৱা উচিত। ১১ মে'ৰ পিছত গঠন হ'বলগীয়া চৰকাৰ আৰু বিৰোধী সদস্য, ১২৬ গৰাকী জনপ্ৰতিনিধৰ ওচৰত আমাৰ বিনম্ৰ অনুৰোধ — নিঃস্বাৰ্থ সেৱা আগবঢোৱাৰ প্ৰতিশ্ৰুতিৰে অসম বচাওঁক।



# আগন্তুক নিৰ্বাচন, ৰাজনৈতিক দল আৰু অসমীয়া সমাজৰ দায়িত্ব

দ্বাদশ অসম বিধানসভাৰ নিৰ্বাচন অসমত দুটা পৰ্যাযত অনুষ্ঠিত হ'ব। অহা তিনি এপ্ৰিল তাৰিখে ৬৫ টা সমষ্টিত আৰু দহ এপ্ৰিল তাৰিখে ৬১ টা সমষ্টিত ৰাইজে ভোটাধিকাৰ সাব্যস্ত কৰি নিজৰ নিজৰ প্ৰতিনিধি নিৰ্বাচিত কৰিব। সুস্থ গণতন্ত্ৰৰ বাবে নিৰ্বাচনৰ যি পৰিৱেশ সৃষ্টি হৈছে। ই আগন্তুক দিনৰ বাবে এক ভযাবহ ৰূপ দেখা পোৱাৰ ইংগিত বহন কৰিছে। কোনো এটা ৰাজনৈতিক দলেই প্ৰকৃতাৰ্থত নিজৰ আদৰ্শ আৰু নীতিৰ প্ৰতিফলন ঘটাব পৰা নাই। কোন ৰাজনৈতিক দলে কি — অৰ্থত কাৰ লগত জোঁট বন্ধন আৰম্ভ কৰিছে সেই কথা ভোটাৰ ৰাইজৰ মনত এতিযাও স্পষ্ট হৈ পৰা নাই। গতিকে স্থিৰ সিদ্ধান্ত লবলৈ ৰাইজ কিছু দ্বিধাগ্ৰস্ত হৈ পৰা দেখা গৈছে। সময় হাতত নিচেই কম। প্ৰতিটো দলতে বহু সমষ্টিত গৃহ কন্দল আৰম্ভ হৈছে। প্ৰাৰ্থিত্বক লৈ নিজ নিজ দলৰ ভিতৰতে প্ৰতিবাদ, হাই-কাজিযা, ধৰ্ণা, পথ অৱৰোধ, শোভাযাত্ৰা আদিৰে ৰাজ্যখন উত্তাল হৈ পৰিছে। এনে এটা পৰিস্থিতিত ৰাজনৈতিক দলবোৰে অসমৰ মূল সমস্যাৰাজিৰ কথা গুৰুত্ব সহকাৰে চিন্তা-চৰ্চা কৰাৰ অৱকাশ যে আছে, সেই কথা বিশ্বাস কৰিবলৈ ৰাইজে নিশ্চয টান পাব। ৰাজনৈতিক দলবোৰে নিজ নিজ স্বাৰ্থত খুব লৰালৰিকৈ একোখন দলীযা ইস্তাহাৰ প্ৰকাশ কৰি ৰাইজৰ বহুমূলীয়া ভোট বিচাৰিব। ইস্তাহাৰবোৰত সুন্দৰ সুন্দৰ প্ৰতিশ্ৰুতি, আশাৰ বতৰা সন্নিবিষ্ট কৰি ভোটাৰ ৰাইজক অৱগত কৰিব। প্ৰতিটো ৰাজনৈতিক দলতেই দেখা গৈছে এক বিশৃংখল হুলস্থূলীযা পৰিস্থিতি। নিৰ্বাচনৰ বাবে দলৰ প্ৰাৰ্থিত্ব নাপালেই ক্ষোভত দলৰ পৰা পদত্যাগ কৰি, নিৰ্দলীয প্ৰাৰ্থী হিচাপে থিয় দিযাৰ প্ৰৱণতা খুব বেছি হৈছে। সমাজৰ বাবে এযা ভাল লক্ষণ নহয। ইযাৰ বাবে স্পষ্টভাৱে বুজা যায় দলীয স্বাৰ্থতকৈ ব্যক্তিগত স্বাৰ্থক প্ৰাধান্য দি ভুৱা সমাজ সেৱাৰহে নিদৰ্শন দাঙি ধৰিছে। ত্যাগৰ মনোবৃত্তি নাথাকিলে সামাজিক দায়বদ্ধতা বা দেশপ্ৰেমৰ আদৰ্শ কোনখন পাঠৰ পৰা দাঙি ধৰিব? এযা আজিৰ দৃশ্যপটত এক মৌলিক প্ৰশ্ন ৰাউজৰ আগত আহি পৰিছে। নিৰ্বাচিত প্ৰাৰ্থীগৰাকীৰ ওপৰত দেশৰ তথা সমাজৰ উন্নয়নৰ দিশবোৰ জড়িত হৈ থাকে। যোগ্যতাৰ মাপকাঠি প্ৰকৃততে নিৰ্বাচনে আনি দিব পাৰে। কিন্তু বৰ্তমানে দল আৰু ব্যক্তিৰ ভুল সিদ্ধান্তৰ বাবে বহু ক্ষেত্ৰত অযোগ্য, অবাঞ্ছিত প্ৰাৰ্থীও নিৰ্বাচনত জয়যুক্ত হৈ

দেশ তথা সমাজৰ বিস্তৰ ক্ষতি সাধন কৰা দেখা যায়। এই দিশটো প্ৰতিগৰাকী সচেতন নাগৰিকেই গুৰুত্ব সহকাৰে উপলব্ধি কৰি নিজৰ মূল্যৱান ভোটাধিকাৰ সাব্যস্ত কৰা উচিত। সেয়েহে আগন্তুক নিৰ্বাচনত হয়তো দলতকৈ প্ৰাৰ্থীৰ যোগ্যতাৰ গুণগত দিশটো লক্ষ্য কৰি "বিবেক ভোট"ৰ গুৰুত্ব বৃদ্ধি পাব বুলি অনুমান কৰা যায়। দলবোৰে নিকা ভাবমূৰ্তি আৰু সৎ ব্যক্তিতকৈ দুৰ্নীতিপৰায়ণ, মাফিয়া, গুণ্ডা প্ৰকৃতিৰ প্ৰাৰ্থীকহে গুৰুত্ব আৰু প্ৰাধান্য দিয়া দেখা গৈছে। ফলত গণতন্ত্ৰৰ মূল্যবোধ নিম্নগামী হৈ ৰাইজৰ আস্থা আৰু বিশ্বাস হেৰুৱাই পেলাইছে। তৃণমূল পৰ্যায়ৰ ৰাইজক হেয়জ্ঞান কৰি দলবোৰ বিপদত পৰিছে। চৰকাৰখনৰ চৌদিশে দুৰ্নীতি আৰু দুৰ্বল প্ৰশাসনৰ কাৰ্যকলাপ দেখিবলৈ পাই, গোষ্ঠীয়ে গোষ্ঠীয়ে, সম্প্ৰদায়ে সম্প্ৰদায়ে নিৰ্বাচন খেলাৰ ঢৌ উঠিছে। সমাজৰ অৱহেলিত শ্ৰেণী যেনে চাহ জনগোষ্ঠী, আদিবাসী, চাকৰিয়াল, অনুসূচিত জাতি, অনুসূচিত জনজাতি, কোচ ৰাজবংশীৰ লোকসকল ভীষণভাৱে কংগ্ৰেছী চৰকাৰৰ প্ৰতি ক্ষুন্ন হৈ পৰিছে। এদলীয় চৰকাৰৰ ভোটবেংকত গৰাখহনীয়া আসন্ন হৈ পৰিছে। সেয়েহে ভৱিষ্যৎ অসমৰ দীৰ্ঘকালীন পৰিকল্পনাৰ সঠিক ৰূপত হিচাপ-নিকাচ নকৰাকৈয়ে যেন শত্ৰু-মিত্ৰই ক্ষণস্থায়ী লাভালাভৰ চিন্তা কৰিহে ৰাজনৈতিক "জোট বন্ধন"ৰ কাম হাতত লোৱা যেন উপলব্ধি হৈছে।

এনেধৰণৰ চিন্তাধাৰাই ৰাজ্যখনৰ ভাষা-কৃষ্টি সংস্কৃতিৰ অস্তিত্বৰ প্ৰতি ভয়াৱহ ভাবুকিৰ সৃষ্টি কৰিছে। অসমৰ খিলঞ্জীয়া বিভিন্ন গোষ্ঠী-সম্প্ৰদায়ৰ লোক, প্ৰকৃত ভূমিপুত্ৰসকলেও এই বিপদৰ পৰা পৰিত্ৰাণ পোৱাৰ আশা নাইকিয়া হৈছে। সকলোৱে কেৱল ক্ষমতাৰ লোভত মতলীয়া হৈ পৰিছে। ৰাজ্যখনত ভিন ভিন জনগোষ্ঠীৰ মাজত স্বায়ত্ব শাসনৰ নামত ক্ষমতা হস্তান্তৰৰ প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ মুহূৰ্ত্ততে বিভিন্ন থলুৱা সম্প্ৰদায়ৰ নেতৃত্বৰ ক্ষমতালোভী যুদ্ধখন নিৰ্বাচনৰ নামত তুংগত উঠিছে। বড়ো সমাজৰ আশা-আকাংক্ষাক ধূলিসাৎ কৰি বৰ্তমান বি পি পি এফ ৰ হাগ্ৰামা গোট আৰু ৰবিৰাম গোটৰ যি নিৰ্বাচনী প্ৰক্ৰিয়া চলিছে ইয়াৰ দ্বাৰা সৰ্বসাধাৰণ ৰাইজৰ কি সুফল হয় সময়েহে ক'ব। যি সময়ত অসমে অবৈধ বিদেশী নাগৰিকৰ 'আক্ৰমণ'ত অস্তিত্বৰ সংকটত ভুগিছে সেই কথা যেন আজি সকলোৱে পাহৰি পেলাইছে।

আনহাতে কংগ্ৰেছ চৰকাৰৰ প্ৰতি বিতুষ্ট হৈ অলপতে জন্ম লাভ কৰা আজমল বদৰুদ্দিন নেতৃত্বৰ ইউনাইটেড ডেম'ক্ৰেটিক ফ্ৰন্ট অৰ্থাৎ সংযুক্ত গণতান্ত্ৰিক মৰ্চাখনো খুব কম দিনতে বিভাজিত হৈ সভাপতি ৰচিদুজ জামান আৰু কাঃ সভাপতি মিঞা গিয়াছুদ্দিন হাজৰিকাৰ নেতৃত্বত সংযুক্ত গণতান্ত্ৰিক মৰ্চা (প্ৰগ্ৰেছিভ) গঠন হোৱাটোও বিশেষ মন কৰিবলগীয়া কথা। নিৰ্বাচনক কেন্দ্ৰ কৰি অৰাজনৈতিক সংগঠন হিচাপে

নিখিল বড়ো ছাত্র সন্থাৰ সভাপতি ৰণগৌৰা নাৰ্জাৰী আৰু সদৌ কোচ-ৰাজবংশী ছাত্র সন্থাৰ সভাপতি বিশ্বজিৎ ৰায়ৰ মাজত বুজাবুজিৰে কংগ্রেছ চৰকাৰ বিৰোধী নীতি গ্রহণ কৰিছে। ৰাজ্যখনৰ শক্তিশালী আঞ্চলিক ৰাজনৈতিক দল অসম গণ পৰিষদৰ বিভাজন হৈ অসম গণ পৰিষদ (প্রগতিশীল) দল গঠনে আঞ্চলিক শক্তিৰ কিছু ক্ষতিসাধন কৰাৰ সম্ভাৱনা আছে। এন চি পি দলৰ স্থিতিয়ে কাক সহায় কৰিব সেই কথাও নিশ্চিত নহয়। কংগ্রেছ আৰু বি জে পি দলক একাষৰীয়া কৰি কোনে কাৰ লগত জোঁট বন্ধনৰ হাত মিলাইছে, ভাবিলে বুকু কঁপি উঠে। বাওঁপন্থী দলসমূহৰ নীতিক লক্ষ্য কৰিলে দেখা যায় কেন্দ্রীয় চৰকাৰৰ ক্ষেত্রত যিটো নীতি বাহাল ৰাখিছে, ৰাজ্যসমূহৰ ক্ষেত্রত কিন্তু সুকীয়া ধাৰা গ্রহণ কৰিছে। এনেবোৰ বৈষম্য কিয় হ'বলৈ পাইছে, ৰাইজে কিন্তু ঠিকেই বুজি পায়। অসমৰ আঞ্চলিক দলবোৰৰ সন্মুখত অগ্নি পৰীক্ষা সমাগত। এই কথা অনুধাবন কৰি ব্যক্তিগত ক্ষুদ্র ক্ষুদ্র স্বাৰ্থ পৰিহাৰ কৰি অসমক বিদেশীৰ হাতৰ পৰা ৰক্ষা কৰাৰ কৌশল লওক, নহ'লে প্রত্যেকেই এসনযত ইতিহাসৰ উদ্ধৃতিৰে "বদন বৰফুকন"ৰ উপমাৰে কলংকিত হৈ থাকিব।

অসমৰ বিদেশী নাগৰিকৰ সমস্যাৰ সমাধানৰ কথা বা অনুপ্রবেশ ৰোধ কৰা সম্পৰ্কে অথবা সীমান্ত বন্ধ কৰাৰ কথা নিৰ্বাচনৰ সময়ত দল আৰু প্রাৰ্থীয়ে ক'বলৈ ভয় কৰে — জানোচা, 'বাংলাদেশী'ৰ ভোটবেংক খহি পৰে। আজি অসমৰ এইটোৱেই মূল সমস্যা। আই এম ডি টি আইনখন অসম চুক্তিৰ প্রতিবন্ধক হৈ আছিল বিগত ২২ বছৰ কাল। উচ্চতম ন্যায়ালয়ে বিতৰ্কিত আইনখন বাতিল কৰিলে, কিন্তু কেন্দ্রীয় চৰকাৰৰ ষড়যন্ত্রত পুনৰ ১৯৪৬ চনৰ বিদেশী নাগৰিকৰ আইনখনকে সংশোধনীৰ গইনা লৈ আই এম ডি টি আইনৰ বিকল্প হিচাপে অসমত পুনৰ প্ৰৱৰ্তন কৰাৰ বাবে কংগ্রেছ দলে নিৰ্বাচনৰ আগমুহূৰ্ত্তত ঘোষণা কৰিছে। অসমীয়া থলুৱা ৰাইজৰ বিৰুদ্ধে যেন এয়া শত্রুপক্ষৰ আচৰণ। মৌলবাদী শক্তিসমূহৰ গোপন ষড়যন্ত্র চলিয়ে আছে, অব্যাহত আছে ইছলামিক ৰাজ্য গঠনৰ সোণালী সপোন। আমাৰ দেশপ্রেমিক, জাতি-ভাষা-কৃষ্টিৰ ধাৰক-বাহকসকলে নিজৰ ভিতৰতে খোৱা-কামোৰা কৰি মৰিবলৈ ওলাইছে। আমাক বিপদৰ সময়ত লাগে অসমীয়া মনৰ যোগ্য, জ্ঞানী, ৰাজনৈতিকভাবে যোগ্য প্রতিনিধি। আঞ্চলিক চিন্তাধাৰাৰ অসমৰ সন্তানসকলে ঐক্যবদ্ধ শক্তিৰে অসম মাতৃক ৰক্ষা কৰক। এশ বছৰ পূৰ্বে অসমৰ লোকপিযলৰ তথ্য প্রকাশ কৰি অসমীয়া ৰাউইজক সতৰ্কবাণীৰে সাৱধান কৰি যোৱা "ইংৰাজ হ'লেও অসম হিতৈষী 'মোলান চাহাবক' যেন মনত পেলাই নিজৰ বিবেকক পৰিচালিত কৰি নিৰ্বাচনৰ গুণাগুণ বাস্তৱত ৰূপায়ণ কৰে। নহ'লে চৰকাৰৰ গণতন্ত্রই আজি অসমক ৰক্ষা কৰিব নোৱাৰিব।

০ ০ ০

# অসমৰ নিৰ্বাচন আৰু জনগণৰ আশঙ্কা

ভাৰতবৰ্ষৰ স্বাধীনতাৰ পঞ্চাশ বছৰীয়া সোণালী জয়ন্তীবৰ্ষত দেশৰ জনগণে গণতন্ত্ৰক সুস্থ ৰূপত প্ৰতিষ্ঠা কৰিবলৈ পুনৰ সংসদীয় নিৰ্বাচনত অৱতীৰ্ণ হৈছে। প্ৰায় ডেৰ বছৰ পূৰ্বে দেশৰ জনসাধাৰণে একেধৰনৰ মত প্ৰকাশ কৰি দিল্লীৰ সংসদলৈ নিজা নিজা প্ৰতিনিধিক নিৰ্বাচিত কৰি পঠিয়াইছিল, কিন্তু ওলোমা সংসদে পাঁচ বছৰ পূৰ্ণ কৰিব নোৱাৰিলে। ইযাৰ মাজতে তিনিখন চৰকাৰৰ পতন ঘটিল। হেজাৰ কোটি টকা খৰচ কৰি ভাৰতবৰ্ষৰ দৰে দুখীয়া দেশ এখনে এনেদৰে নিৰ্বাচন পতাটো কোনোপধ্যে সমৰ্থনযোগ্য নহয়। ইয়াৰ কাৰণ মূলতঃ দেশত গঢ়ি উঠা সৰু-বৰ অসংখ্য ৰাজনৈতিক দলৰ প্ৰভাৱ। যেতিযালৈকে ৰাজনৈতিক দলৰ সংখ্যা সীমিত হৈ নপৰে, তেতিযালৈকে গণতন্ত্ৰৰ সুস্থিৰতা দেশবাসীযে আশা কৰিব নোৱাৰে।

আজি ইংলৈণ্ড, আমেৰিকাতো গণতন্ত্ৰ চলি আছে এক সুস্থিৰ নীতিৰ মাজেৰে কেৱল সীমিত সংখ্যক ৰাজনৈতিক দলৰ বাবেহে। ভাৰতবৰ্ষৰ জনসাধাৰণেও এই দিশটো চালি-জাৰি চোৱাৰ সময হ'ল।

যদি সংবিধান সংশোধনীৰ প্ৰযোজন হয সেই কথাও বিবেচনা কৰিব লাগে। দলীযা ৰাজনীতি কৰা ব্যক্তিসকলে দেশৰ বৃহত্তৰ স্বাৰ্থৰহকেই দেশৰ অৰ্থনৈতিক ক্ষেত্ৰখনৰ কথা উপলব্ধি কৰা উচিত।

বৰ্তমানৰ ৰাজনীতিত নিকা ভাৱমূৰ্ত্তিৰ অভাৱ পৰিলক্ষিত হৈছে। দুৰ্নীতি, ভ্ৰষ্ট্ৰাচাৰ, দাগী, দুষ্টলোকৰ প্ৰভাৱ ৰাজনীতিত সোমাই পৰিছে। তদুপৰি ধনবল, বাহুবলৰ প্ৰকোপ দিনে-দিনে চৰি যোৱাত ৰাজনীতিত সৎ, আদৰ্শবান লোকৰ স্থিতি ক্ৰমে কমি আহিছে। আনহাতে ভালেমান ৰাজনৈতিক দলেও নিজৰ নীতি আৰু আদৰ্শ পৰিহাৰ কৰি কাৰ লগত কেনেকৈ মিত্ৰতা স্থাপন কৰি ক্ষমতা লাভৰ ক্ৰিযা-প্ৰক্ৰিযা কৰি আছে সেই কথাও সহজে বুজা টান।

এবাৰ ৰাজনীতিত প্ৰৱেশ কৰিলে ৰাইজে বেয়া পালেও তেওঁক ঘূৰাই অনাৰ ব্যৱস্থা সংবিধানেও দিযা নাই বা ৰাইজৰ হাততো কোনো ক্ষমতা নাথাকে। ফলত সহজ-সৰল ৰাইজৰ মূল্যবান ভোটটো দিযাৰ বাহিৰে আন কৰণীয কাম একো

নাথাকে। সেয়েহে গণতন্ত্ৰৰ প্ৰতি ৰাইজৰ আস্থা আৰু বিশ্বাস আজি কালি প্ৰায় নাইকিয়া হৈ পৰিছে। এই অতিশয় গুৰুত্বপূৰ্ণ উপলব্ধিখিনি নিৰ্বাচন আযোগ, চৰকাৰ আদিয়ে বিবেচনা নকৰিলে দেশৰ প্ৰশাসনীয় স্তৰকে আমি দোষাৰোপ কৰিব লাগিব। আনহাতে গণতন্ত্ৰ অৰ্থহীন হৈ পৰিব। যিটো কাৰো বাবেই কাম্য নহয়।

সেয়েহে স্বাধীনতাৰ সোণালী জয়ন্তী বৰ্ষতে দেশৰ তৃণমূল পৰ্যাযৰ পৰা প্ৰকৃত গণতন্ত্ৰ প্ৰতিষ্ঠা হ'লেহে ৰাইজৰ আশা-আকাংক্ষা পূৰণ হোৱাৰ সহাযক হ'ব, কিন্তু আমি এটা কথা লক্ষ্য কৰিছো, ভাৰতবৰ্ষৰ ভালেমান ৰাষ্ট্ৰীয় আৰু আঞ্চলিক দলৰ মূৰব্বী বিষযবাব লৈযো ৰাজ্য বা কেন্দ্ৰৰ প্ৰশাসন চলোৱাত, সাধাৰণ ৰাইজে নেতৃবৰ্গক সহজে ঢুকি নাপায। গতিকে সামগ্ৰিকভাৱে সকলো অঞ্চলৰ সম-উন্নযনৰ ক্ষেত্ৰত কিছু বৈষম্যই দেখা দিযে। এই বৈষম্য আঁতৰ কৰিবলৈকে দল আৰু চৰকাৰৰ মূৰব্বী সদায সুকীয়া হোৱা উচিত। গণতন্ত্ৰত দলৰ ক্ষমতা অধিক হ'লেহে চৰকাৰৰ কাম-কাজ চলোৱাত সুচল হয় আৰু সাধাৰণ ৰাইজ উপকৃত হয। গণতন্ত্ৰত ওপৰৰ পৰা জাপি দিয়া নীতি থকা উচিত নহয। স্বাধীনতাৰ সোণালী জযন্তীবৰ্ষত মূল্যবোধৰ প্ৰক্ৰিয়া আৰম্ভ হ'লে দেশৰ নব-প্ৰজন্মৰ বাবে ই আনন্দৰ কথা হ'ব বুলি আমাৰ বিশ্বাস হয।

গণতন্ত্ৰৰ দোহাই দি পাতিব খোজা আগন্তুক সংসদীয নিৰ্বাচন একেবাৰে সমাগত। দেশৰ লগতে অসমতো নিৰ্বাচন অনুষ্ঠিত হ'ব, কিন্তু অসমৰ নিৰ্বাচন গণতান্ত্ৰিক ভিত্তিত যে হোৱা নাই সেই কথা দোহাৰিব লগীয়া হ'ল। কাৰণ অসমৰ নিৰ্বাচন অশুদ্ধ ভোটাৰ তালিকাৰ ভিত্তিত অনুষ্ঠিত কৰাটোও অসাংবিধানিক প্ৰথা। ভাৰতৰ নিৰ্বাচন আযোগে ১৯৯৮ চনৰ ভোটাৰ তালিকাত ৩ লাখ ৭০ হেজাৰ জন "সন্দেহজনক ভোটাৰ" বুলি উল্লেখ কৰিছে। অৰ্থাৎ বিদেশী লোকৰ নামো উক্ত তালিকাত সন্নিবিষ্ট হোৱা বুলি চৰকাৰীভাৱে প্ৰমাণিত হ'ল। এনে এটা আপত্তিজনক অৱস্থাত নিৰ্বাচন কেনেদৰে হ'ব পাৰে, সংবিধান বিশ্বাসী আমাৰ দৰে মানুহে কি যুক্তিত কথাষাৰ মানি ল'ম? সেয়েহে নিৰ্বাচন আযোগক বাৰে বাৰে কোৱা হৈছে ভোটাৰ তালিকা সংশোধন কৰিহে নিৰ্বাচন পাতক, কিন্তু প্ৰতিবাৰেই অসমৰ জনগণক অপমানিত কৰি নিৰ্বাচন পাতি আহিছে। ১৯৮৩ চনৰ অবৈধ নিৰ্বাচনৰ কথা অসমৰ জনগণে পাহৰা নাই। তেনেবোৰ অমঙ্গলীয়া দিন অসমৰ ৰাইজে কেতিযাও নিবিচাৰে। মানুহক হত্যা কৰি আমাক নিৰ্বাচন নালাগে। অসমৰ বিদেশী নাগৰিকৰ সমস্যাৰ স্থায়ী সমাধান নোহোৱাকৈ অনুষ্ঠিত

হোৱা নির্বাচনবোৰ অসমৰ বাবে অভিশাপ। অসম আন্দোলনৰ পৰিসমাপ্তি ঘটাই ১৯৮৫ চনতে স্বাক্ষৰিত হোৱা অসম চুক্তিৰ আধাৰত ১৯৭১ চনৰ ২৫ মাৰ্চৰ পিছত অনুপ্ৰৱেশ কৰা সকলো অবৈধ বিদেশী নাগৰিককে বহিস্কাৰ কৰাৰ নীতি উভয় চৰকাৰেই ভঙ্গ কৰিলে। ১৯৮৬ চনত অহা অবৈধ বিদেশী নাগৰিকেই নহয়, সেই সকলৰ সতি-সন্ততিৰ নামো ভোটাৰ তালিকাত সোমাল। মুক্ত সীমান্তৰ পথ বন্ধ নহ'ল। আই এম ডি টি আইনখনে বিদেশীকহে ৰক্ষণাবেক্ষণ দিয়াৰ ব্যৱস্থাক সুৰক্ষিত কৰিলে। মুঠতে অসম চুক্তিক অৱমাননা কৰি হ'লেও গণতন্ত্ৰক ৰক্ষা কৰিব লাগিব, এয়া হ'ল কেন্দ্ৰীয় নেতৃবৰ্গৰ অলৌকিক যুক্তি। এইবোৰ যুক্তিৰে অসমবাসীক কেৱল প্ৰতাৰণাহে কৰি আহিছে। আজি অসমৰ থলুৱা খিলঞ্জীয়া মানুহৰ এটা ধাৰণা হৈছে লাখ লাখ লোকৰ প্ৰব্ৰজনৰ ফলত নিজ মাতৃভূমিতে সংখ্যাগুৰুৰ পৰা সংখ্যালঘুত পৰিণত হোৱাৰ দৃষ্টান্ত দাঙি ধৰিব পৰা নাই। আনহাতে ৰাজ্য চৰকাৰৰ দুৰ্বল নীতি আৰু স্থিতিও ইযাৰ একোটা কাৰণ। এই ক্ষেত্ৰত থলুৱা খিলঞ্জীযা লোকৰ ভিতৰত পৰ্বত-ভৈযামৰ বাসিন্দা বড়ো, কাৰবি, মিচিং, তিযা, মৰাণ, মটক, ৰাভা, কোচ, ৰাজবংশী, ব্ৰাহ্মণ, কলিতা, কেওট, কৈৱৰ্ত্ত, হীৰা, নমঃশুদ্ৰ, বনিযা সম্প্ৰদাযৰ অসমীযাসকল সমানে ক্ষতিগ্ৰস্থ হ'ব। অসমীযা হিন্দু, মছলমান, খৃষ্টীযান বুলি কোনো বাদ নপৰিব। বৰ্তমানৰ গণতান্ত্ৰিক পদ্ধতিযে কাকো কোনো ক্ষেত্ৰতে সুৰক্ষা দিব নোৱাৰিব। ৰাজ্য চৰকাৰখন দুৰ্বল হ'লে দিল্লী সন্তুষ্ট। হয হুজুৰ নীতিৰে ৰাজ্য চৰকাৰে জনগণৰ ওপৰত অত্যাচাৰ চলাব পাৰিলে কেন্দ্ৰীয চৰকাৰে ৰাজ্য চৰকাৰৰ প্ৰশংসাত পঞ্চমুখ হৈ পৰে। তেতিযা ৰাষ্ট্ৰীয বা আঞ্চলিক দল বুলি কোনো গুণগত পাৰ্থক্য নেথাকে।

আজি অসমবাসীৰ মূল সমস্যা এইবোৰেই— যেনে উগ্ৰপন্থীৰ সমস্যা, জনজাতীয সমস্যা, বান সমস্যা, নিবনুৱা সমস্যা, বিদেশী নাগৰিকৰ সমস্যা আদিযে অসমীয়া ৰাইজক নিশকতীযা কৰি তুলিছে। অথচ অসমৰে দুৰ্ভাগ্য যে যোৱা পঞ্চাশ বছৰে অসমৰ অধিকাংশ সাংসদে দিল্লীত অসমৰ সমস্যাসমূহ সঠিকৰূপে উত্থাপন কৰাত ব্যৰ্থ হৈছে। দমনৰ নামত ৰাজ্য আৰু কেন্দ্ৰীয চৰকাৰে অসমৰ জনসাধাৰণৰ ওপৰত ইউনিফাইড কমাণ্ড জাপি দি অবৰ্ণনীয অত্যাচাৰ চলোৱাৰ উপৰি অঘোষিত জৰুৰীকালীন অৱস্থাৰ সৃষ্টি কৰিছে। নহ'লেনো গণতান্ত্ৰিক চৰকাৰ এখন থাকোতে পৰাধীন দেশৰ নাগৰিকৰ দৰে সাধাৰণ গাওঁবাসীৰ ওপৰত পাইকাৰী জৰিমনা লগায নে? বাতৰি কাকত, প্ৰচাৰ মাধ্যমৰ ওপৰত প্ৰতিশোধমূলক ব্যৱস্থাৰে বিষয়াকৰ্মীক গ্ৰেপ্তাৰ কৰি চৰকাৰৰ জনপ্ৰিযতা হ্ৰাস কৰাৰ কাৰণ কি। শ্ৰমিক,

কৰ্মচাৰী, শিক্ষকক দহ-বাৰ মাহে নিয়মীয়াভাৱে দৰমহা দিব নোৱাৰি অনাহকত কৰ্মচাৰী সংগঠন, ছাত্ৰ সংগঠনৰ লগত বিৰোধ ভাব সৃষ্টি কৰাটো গণতন্ত্ৰৰ নীতি নেকি? চৰকাৰে গঠনমূলক বিৰোধী সমালোচনা সহ্য কৰিব নোৱাৰিলে, শাসনত থকাৰ অধিকাৰো হেৰুৱায়। মৰ্চা চৰকাৰ হিচাপে এইবোৰ কথা বেছিকৈ উপলব্ধি কৰাটো উচিত আছিল, সেয়া হৈ নুঠিল।

এতিয়া নিৰ্বাচন প্ৰক্ৰিয়া যেতিয়া আৰম্ভ কৰিলেই, ৰাইজেই গণতন্ত্ৰৰ জনবিৰোধী ধাৰাটোক সলনি কৰিব লাগিব। গতানুগতিক ব্যৱস্থাৰো ব্যতিক্ৰম বোলা কথাষাৰ আছে। অসমৰ ৰাইজে সেই ব্যৱস্থা হাতত লৈ নতুন প্ৰজন্মৰ বাবে আদৰ্শৰ ভেটি স্থাপন কৰিব লাগে। ৰাজ্যখনৰ সমস্যাৰ প্ৰতি সম্যক জ্ঞান থকা, নিকা ভাবমূৰ্ত্তি বহন কৰা, দুৰ্নীতিমুক্ত, সাহসী আৰু অসমৰ প্ৰতি প্ৰাণ থকা থলুৱা-খিলঞ্জীয়া ব্যক্তিকহে ৰাইজে নিৰ্বাচিত কৰিব লাগে। জাত-পাত, সম্প্ৰদায়ৰ প্ৰশ্নই জাতীয় সমস্যাৰ লগত আপোচ কৰিব নেলাগে। দুৰ্নীতিপূৰ্ণ দলীয় প্ৰাৰ্থীকো জনগণে দলিয়াই পেলাবৰ হ'ল। ব্যক্তি স্বাৰ্থতকৈ ৰাজহুৱা স্বাৰ্থক সদায়ে উৰ্দ্ধত ৰাখিব লাগে। নেতৃবৰ্গৰ জীৱনৰ মূল্যতকৈ জনসাধাৰণৰ জীৱনৰ মূল্য কোনোগুণে কম নহয়। পুলিচ-মিলিটেৰী বেষ্টিত জন প্ৰতিনিধিয়ে গণতন্ত্ৰৰ ব্যাখ্যা দিব নোৱাৰে। ভয় সংকোচ নথকা ব্যক্তিহে প্ৰকৃত জনপ্ৰতিনিধি হোৱা উচিত। বৰ্তমান কিন্তু ইয়াৰ ওলোটা সোঁতহে বলা আমি দেখিছো। এই অপশাসনৰ অন্ত পেলাই অসমৰ জন জীৱনত আস্থা, বিশ্বাস আৰু মূল্যবোধ থকা গণতন্ত্ৰৰ বীজ ৰোপন কৰিবলৈ আমি প্ৰতিজ্ঞাবদ্ধ হোৱা উচিত। তেতিয়াহে প্ৰকৃত শান্তি বিৰাজ কৰিব।



> এটা জাতিৰ লগত আন এটা জাতিৰ সমন্বয় হবলৈ হলে পৰস্পৰৰ ভিতৰত উভয়ৰ বিষয়ে সম্পূৰ্ণ জ্ঞান থকা উচিত। নিজৰ ধৰ্ম সৃষ্টি সমাজ আৰু সংস্কৃতিৰ বিষয়ে গভীৰ জ্ঞান থকা উচিত।
>
> — **বিষ্ণু প্ৰসাদ ৰাভা**

# দেশৰ নিৰ্বাচন, অসম আৰু আঞ্চলিক দল

ভাৰতবৰ্ষত ৰাজনৈতিক দলৰ অভাৱ নাই। নিৰ্দলীয় প্ৰাৰ্থীৰো সীমা সংখ্যা নাই। গতিকে আমেৰিকা বা বৃটেইনত কম সংখ্যক ৰাজনৈতিক দল থকাৰ বাবেই যেনেদৰে সুস্থিৰ চৰকাৰ এখন পোৱাত সহজ হয়, ভাৰতবৰ্ষত কিন্তু আজি এই দিশত অসুবিধা আহি পৰিছে।

এইবেলি নিৰ্বাচনত কেন্দ্ৰতেই হওঁক বা ৰাজ্যবোৰতেই হওঁক সুস্থিৰ চৰকাৰ এখন পাবলৈ জনসাধাৰণে নিশ্চয় চিন্তা কৰিব লাগিব। একোটা নিৰ্বাচনৰ খৰচ মেটমৰা বোজাই দেশৰ অৰ্থনৈতিক দিশত প্ৰতিফলন ঘটে। অস্বীকাৰ কৰিব নোৱাৰি।

আগন্তুক নিৰ্বাচনৰ প্ৰাক মুহূৰ্ত্তত অসমৰ নিৰ্বাচনৰ পটভূমিকো পৰ্য্যালোচনা কৰি চোৱা উচিত। দেশৰ আন-আন অংশৰ তুলনাত অসমত কিয় পলমকৈ নিৰ্বাচন পতাৰ সিদ্ধান্ত ললে, সেই দিশতো কেন্দ্ৰীয চৰকাৰে নিশ্চয় ৰাজনৈতিক কৌশল অৱলম্বন কৰা যেন অনুমান হয। অৰ্থাৎ দেশৰ আন ৰাজ্যৰ নিৰ্বাচনৰ ফলাফলে অসমৰ সৰ্বভাৰতীয দলৰ ক্ষেত্ৰতো যে প্ৰভাৱ বিস্তাৰ নকৰিব, সেই কথা ন দি কব নোৱাৰি। এইবাৰ অসমৰ ৰাইজৰো এক গুৰুত্বপূৰ্ণ ভূমিকা লোৱাৰ নিশ্চয় প্ৰযোজন আছে। কোনো ধৰণৰ আবেগিক চিন্তা-চৰ্চাক প্ৰশ্ৰয় দি নিজৰ সুস্থিৰ সিদ্ধান্তত যাতে যতি নপৰে, তাকে বিবেচনা কৰি চোৱা উচিত। অসমৰ সৰ্বাঙ্গীন উন্নতিৰ কথা ভাবিবলৈ হ'লে অতীত, বৰ্তমান আৰু অনাগত ভৱিষ্যতৰ সকলো দিশ এবাৰলৈ হলেও নিশ্চয চোৱাৰ প্ৰযোজন।

বৰ্তমানৰ নিৰ্বাচন পৰ্বই অসমৰ জনসাধাৰণক ভিন ভিন প্ৰকাৰে স্পৰ্শ কৰিছে যেন লাগে সঠিক উত্তৰ কোনেও কাকো নকয, কাৰণ পূৰ্বৰ নিৰ্বাচনৰ অভিজ্ঞতা বহুতৰে হৈছে। স্বাধীনতাৰ পিচৰ পৰা যিমাবোৰ চৰকাৰ আহিছে, ইযাৰে অধিকাংশই ৰাজ্যৰ সমূহীযা স্বাৰ্থতকৈ নিজ দলীয আৰু ব্যক্তিগত স্বাৰ্থকহে আগস্থান দি অহা দেখা গৈছে। ফলত, ৰাজনীতিৰ প্ৰয়োজনত অসমখনক সৰু সৰু ৰাজ্যলৈ ৰূপান্তৰিত কৰিলে। ৪৪ বছৰে সমস্যাবহুল অসমৰ সমস্যাবোৰ একেদৰে থাকিল ৰাজ্যখনৰ বানপানীৰ সমস্যা, নিবনুৱা সমস্যা ভিন-ভিন জনজাতীয সমস্যা, ভাষা সমস্যা

অত্যাধিক মূল্যবৃদ্ধি ৰোধ, বিদেশী নাগৰিকৰ জ্বলন্ত সমস্যাৰাজি আজিলৈকে সমাধান নহ'ল। তেন্তে গণতান্ত্রিক চৰকাৰ এখনৰ প্রযোজন মাথো অসমৰ নির্বাচিত ১২৬ গৰাকী প্রার্থীৰ বাবেই নেকি। এযা বাস্তৱ সত্যৰ আঁৰত প্রতিষ্ঠিত এক অকাট্য প্রশ্ন।

অসমৰ ক্ষেত্ৰত কেন্দ্রীয় চৰকাৰৰ পৰিকল্পিত বৈষম্যমূলক আচৰণ থকা হেতুকেই সর্বভাৰতীয় অসমীয়া হৈয়ো স্বনিয়ন্ত্ৰণৰ মর্য্যদা আনিবলৈ আঞ্চলিকতাবাদৰ জন্ম হ'ল। সত্তৰৰ দশকত অসমত মূল দুটা আঞ্চলিক দলে আত্মপ্রকাশ কৰে। সেযা হ'ল ''অসম জাতীয়তাবাদী দল'' আৰু ''পূর্বাঞ্চলীয লোক পৰিষদ''। দুয়োটা দলে কিছু-কিছু কাম আৰম্ভ কৰাৰ মুহূৰ্ত্ততে ১৯৭৯ চনত 'বিদেশী নাগৰিক বহিস্কাৰ আন্দোলন' আৰম্ভ হয়। এই জোৱাৰত সর্বভাৰতীয ৰাজনৈতিক দলবোৰৰ প্রায অপ্রাসঙ্গিক হৈ পৰে। আন্দোলনৰ মূল নেতৃত্ব বহনকাৰী সদৌ অসম ছাত্র সন্থাই ১৯৮৫ চনৰ ১৫ আগষ্ট তাৰিখে কেন্দ্রীয চৰকাৰৰ লগত এখনি চুক্তি সম্পাদন কৰে আৰু চুক্তিখন সচা অর্থত কার্য্যকৰী কৰিবলৈ অসমত এটা বৃহৎ আঞ্চলিক দল গঠনৰ প্রক্রিয়া চলে। অসমক প্রকৃত মর্যাদা সহকাৰে আর্থ-সামাজিক আৰু অন্যান্য দিশত আগবঢাই দিবলৈ হলে ৰাজ্যখনত এটা শক্তিশালী আঞ্চলিক দলৰ প্রযোজন। আন্দোলনৰ নেতৃবৃন্দৰ প্রচেষ্টা আৰু ৰাইজৰ অকুণ্ঠ সহযোগত ৰাজ্যখনৰ আন আন আঞ্চলিক দলক একত্রিত কৰি ''অসম গণ পৰিষদ'' দলৰ জন্ম হ'ল। দলৰ প্রার্থীযে ১৯৮৫ চনত নির্বাচন খেলি কংগ্রেছৰ হাতৰ পৰা ৰাজ্যখনৰ শাসনভাৰ কাঢ়ি ললে।

ৰাইজে আঞ্চলিক দল এটাৰ সপক্ষে মত দান কৰাৰ অর্থ হ'ল — ৰাজ্যখনৰ নতুন ৰাজনৈতিক চিন্তা-চর্চাৰ নীতি উদয হওঁক। ৰাইজে বিচাৰিছিল - জনগণে অসম আন্দোলনত ভোগ কৰা কষ্ট, ত্যাগ আৰু অপৰিসীম নির্যাতনৰ বিনিময়ত ৰাইজৰ চৰকাৰখনৰ নেতৃবৃন্দৰ ৰাজনৈতিক অভিজ্ঞতা নাথাকিলেও ব্যক্তিগত চৰিত্ৰ নিকা হৈ থাকক, আদর্শপূর্ণ নীতি আৰু কর্মপদ্ধতিৰে শাসন প্রণালীৰ আমূল পৰিবৰ্ত্তন ঘটোৱাৰ ব্যৱস্থা হওঁক। অবৈধ বিদেশী নাগৰিকক বহিস্কাৰ কৰি অসম চুক্তিৰ প্রতিটো দফা কার্য্যকৰী কৰাৰ প্রতিশ্রুতি দিছিল গণ পৰিষদ চৰকাৰখনে। আঞ্চলিক ৰাজনৈতিক শক্তিৰ পোষকতা কৰি ছাত্র সন্থা, কর্মচাৰী পৰিষদ, যুৱ ছাত্র পৰিষদ আৰু আন্দোলনৰ সহযোগী অন্যান্য সংগঠন সমূহে আঞ্চলিক চৰকাৰখন প্রতিষ্ঠা কৰাত যথেষ্ট সহায় কৰিছিল।

অ গ পৰ কোনো মন্ত্ৰী বিধায়কে নিজৰ ধন খৰচ ৰাইজৰ প্ৰতিনিধি হোৱা নাছিল, ৰাইজেই প্ৰাৰ্থীৰ হৈ খৰচ কৰিছিল। এনে নিদৰ্শন বিশ্বত পাবলৈ বিৰল। ৰাইজৰ অফুৰন্ত সঁহাৰি পায়ো অগপ চৰকাৰে কিছুমান ভুল নীতি আৰু আদৰ্শ গ্ৰহণ কৰাত ৰাইজ হতাশ হ'ল। চৰকাৰখন ৰাইজৰ মনত বিফল হ'ল। ৰাজ্যখনত আঞ্চলিকতাবাদে প্ৰতিষ্ঠা কৰিব ধৰা ধ্যান-ধাৰণা যেন খন্তেকলৈ স্থবিৰ হৈ পৰিল। চৰকাৰ গঠন কৰিয়েই ক্ষমতাৰ মোহত নেতৃবৃন্দই ৰাইজৰ শক্তিক পাহৰি পেলালে। দলটোৰ ভাবমূৰ্ত্তি ম্লান হবলৈ ধৰিলে যেতিয়া অধিকাংশ সদস্যই স্বজনপ্ৰীতি, দুৰ্নীতি, অনিময আৰু দুৰ্ব্যৱহাৰত নিজকে লিপ্ত কৰিলে। অহঙ্কাৰে চৰকাৰখনৰ অধঃপতন আনি দিলে। ৰাইজৰ মৰমক নেওচি ক্ৰমে ৰাইজৰ পৰা আঁতৰি পৰিল। দলপতিৰ আকোৰগোজ মনোভাৱৰ ফলত ৰাইজৰ মৰমৰ দলটো নিৰ্বাচনৰ আগে আগে দুভাগ হৈ পৰিল। দলৰ এই পৰিস্থিতিযে ৰাইজকহে বিশ্বাসঘাতকতা কৰিলে। অ গ পৰ প্ৰায় পাঁচ বছৰীযা শাসনে ৰাজ্যখনত পুণৰ নতুন-নতুন আঞ্চলিক দলৰ জন্ম দিলে। গোষ্ঠীগত বিবাদ বাঢ়ি গ'ল। ফল স্বৰূপে কোনটো আঞ্চলিক গোটে লাভৱান হোৱাৰ সম্ভাৱনা নাই। অসমৰ বাবে পুণৰবাৰ দুৰ্ভাগ্য মাতি অনা হ'ল।

অকল অসমতে এইবোৰৰ নিৰ্বাচনত ৰাষ্ট্ৰীয আৰু স্বীকৃত অস্বীকৃত আঞ্চলিক দল মিলি প্ৰায়৩২ টা দলে অংশ লব। দলীয, নিৰ্দলীয় প্ৰাৰ্থী মুঠ ১৬৩৯ গৰাকী ব্যক্তিযে বিধান সভাৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰিব। আনহাতে ১৬৭ গৰাকীযে লোকসভাৰ ১৪ খন আসনৰ বাবে যুজিব। সমগ্ৰ দেশত প্ৰাৰ্থীৰ সংখ্যা প্ৰায় ২৭ হেজাৰ। নিৰ্বাচনৰ গতি-বিধি চাই কব পাৰি প্ৰাৰ্থীৰ কোনোধৰণৰ ত্যাগ বা অভিজ্ঞতা নাথাকিলেও যদিহে টকা-পইচা থাকে, তেন্তে দেশ শাসন কৰিব পাৰিব বুলি এটা ভুল ধাৰণা কিছুলোকৰ মনত বিৰাজ কৰিছে। সমষ্টিৰ স্বাৰ্থতকৈ ব্যক্তি স্বাৰ্থই প্ৰধান্য লাভ কৰাটো গণতন্ত্ৰৰ বাবে বিপদজ্জনক কথা। আঞ্চলিক দলবোৰৰ বিভাজনে পৰোক্ষভাবে অনাকাঙ্খিক ৰাষ্ট্ৰীয দল বা অবাঞ্চিত ব্যক্তিকহে সুবিধা কৰি দিয়া হ'ল। অথচ প্ৰাযবোৰ আঞ্চলিক দল বা মঞ্চৰ নেতৃত্ব বহন কৰিছে পূৰ্বৰ অসম আন্দোলনৰে বিভিন্ন নেতৃবৰ্গই। গতিকে, সৰ্বসাধাৰণ ৰাইজে বিমোৰত পৰিছে। কাক ভোট দিব? 'লঙ্কালৈ গলে সকলোৰে ৰাৱণ হয়' বুলি মন্তব্য কৰিবলৈ লৈছে। নিৰ্বাচনলৈ মাজত এমাহো নাই অথচ নিৰ্বাচনৰ কোনো ধৰণৰ বিশেষ উত্তাপ নাই বুলিব পাৰি।

বাতৰি ওলাইছে যে দুই এক নতুন চহকী প্ৰাণীযে লাখ-লাখ টকা বিলাই ৰাইজৰ ভোট কিনিবলৈ প্ৰচেষ্টা চলাইছে। ৰাইজে কিন্তু প্ৰশ্ন কৰিছে- ইমানবোৰ টকা ক'ত পালে? নিশ্চয দুৰ্নীতি কৰি পোৱা ধন। নিকা চৰিত্ৰৰ প্ৰমাণ আৰু কি লাগে?

একো একোটা সমষ্টিত যিমানবোৰ প্ৰাৰ্থীয়ে প্ৰতিদ্বন্দিতা কৰিবলৈ লৈছে বেছিভাগৰে নাম সমষ্টিৰ বহুতেই শুনা নাই আৰু বেছিভাগে চিনিও নাপায়। সামাজিক স্বীকৃতি থকা ব্যক্তিৰ বৰ অভাৱ হৈছে। নিৰ্বাচনী "ইস্তাহাৰ" বহুতেই প্ৰকাশ কৰিছে, কিন্তু নিৰ্বাচন শেষ হোৱাৰ পিচত সকলো পাহৰি যায়। বেছিভাগ ৰাষ্ট্ৰীয় দল আৰু দুই-এটা নতুনকৈ গঠিত আঞ্চলিক দল বা সংগঠনৰ গাৱে-ভূঞে তৃণমূল (Grass Root level) শাখাও দেখিবলৈ নাই। সাংগঠনিক প্ৰক্ৰিয়া নাথাকিলে ৰাজ্যখনৰ ভাল কাম কৰিব কেনেকৈ ?

কংগ্ৰেছ আই দলৰ সভাপতি শ্ৰীৰাজীৱ গান্ধীয়ে দেশবাসীৰ উদ্দেশ্য দূৰদৰ্শনযোগে কৰা বক্তব্যত অসম, পঞ্জাৱ আৰু জম্মু-কাশ্মীৰৰ বিষয়ে এটা শব্দও উচ্চাৰণ নকৰাটো বিশেষ তাৎপৰ্য্যপূৰ্ণ। এই দলে অসমৰ জনসাধাৰণৰ মাজত বিভাজনৰ বীজ সিচাত সিদ্ধহস্ত। ৰাইজে ভালদৰে বুজে। অসমৰ ৰাইজে সাম্প্ৰদায়িক সংঘৰ্ষক বিশ্বাস নকৰে। ৰাম জনমভূমি আৰু বাবৰি মছদিক লৈ যেতিয়া দেশৰ চুকে-কোণে সংঘৰ্ষ, হত্যা, লুণ্ঠন আদি চলিছিল, তেতিয়া কিন্তু অসমত কোনো ধৰণৰ ভাতৃঘাতী সংঘৰ্ষ হোৱা নাছিল। অসমখন শঙ্কৰ-মাধৱ, আজান-ফকিৰৰ পবিত্ৰ ভূমি, ৰাজনীতিৰ বিষ-বাষ্পৰে পৰিৱেশ কলুষিত কৰিবলৈ দিয়া উচিত নহয়।

প্ৰাৰ্থীয়ে প্ৰাচীৰ পোষ্টাৰিং দেৱাল লিখনি ৰাজহুৱা সম্পত্তি বা ব্যক্তিগত মালিকৰ ঘৰত লগোৱাটোও অন্যায কাৰ্য্য। এইবাৰৰ নিৰ্বাচনত ছাত্ৰ-সন্থা, কৰ্মচাৰী পৰিষদ যুৱ-ছাত্ৰ পৰিষদ আদিয়ে পৰোক্ষভাবেও কোনো ৰাজনৈতিক ধাৰাক সহায নকৰাটো বিশেষ উল্লেখযোগ্য। আঞ্চলিক ৰাজনীতিৰ লগত জড়িত ব্যক্তি বিষযববীযাসকলে বাস্তৱ সত্যৰ পৰা শিক্ষা লোৱা উচিত। এই লেখাকে সমাজৰ বিভিন্ন স্তৰৰ চিন্তাশীল ব্যক্তি, বুদ্ধিজীৱী, সচেতন নাগৰিকৰ পৰা শুনা কিছুমান মন্তব্য ৰাইজৰ মাজতো বিলাই দিযাৰ লোভ সামৰিব নোৱাৰিলোঁ। কথাবোৰ এনেধৰণৰ "এইবাৰ ভোট কাক দিম? লিষ্টত থকা বহু প্ৰাৰ্থীক চিনিকে নাপাওঁ। যদি ভোট দিবলগীয়া হযো প্ৰাৰ্থীগৰাকীৰ বয়স ৪০ বছৰৰ ওপৰত হলেহে দিম। চৰিত্ৰও নিকা হব লাগিব। দল নাচাওঁ, প্ৰাৰ্থীৰ উপযুক্ততাহে চাম। পূৰ্বৰ দুৰ্নীতিপৰাযণ ব্যক্তিক পূৰাদমে নাকচ, ইত্যাদি ইত্যাদি।"

কোনো কোনোৱে আকৌ কয — "ভোটকে নিদিও বাপেকে, দিলেও বেলত পেপাৰত কেনচেল কৰি থৈ আহিম অৰ্থাৎ আনক ৰিগিং কৰিবলৈ দি প্ৰক্সি দিযাৰ সুবিধাও কাকো নিদিও।"

এইবোৰ শিক্ষিত ভাল মানুহেই কোৱা কথা। পৰিস্থিতি চাই এই কথা হব পাৰে যে এইবাৰ কোনো দলেও হয়তো সংখ্যা-গৰিষ্ঠ আসন নাপায়। গতিকে "কোৱালি-চন" চৰকাৰৰ সম্ভাৱনাই বেছি, কিন্তু আদৰ্শগত মিল নাথাকিলে চৰকাখনৰ আয়ুস চুটি হ'ব। নিৰ্বাচিত প্ৰাৰ্থীৰ ব্যক্তিগত সা-সম্পত্তিৰ হিচাপৰ খতিয়ান ৰাজহুৱা ভাবে দাখিল কৰাৰো ব্যৱস্থা হব লাগে। নিৰ্বাচিত হোৱাৰ পিচত প্ৰাৰ্থীগৰাকীৰ বিৰুদ্ধে যদিহে দুৰ্নীতিৰ অভিযোগ উঠে আৰু শুদ্ধ হোৱাৰ প্ৰয়োজন আছে।

নিৰ্বাচনৰ বহু আগৰে পৰা অসমৰ ৰাইজে, সংগঠন আৰু বাতৰি কাকতৰ পৰা ভিন-ভিন সময়ত সকীয়নি দি থকাৰ পিচতো অসমৰ আঞ্চলিক দলসমূহে নিৰ্বাচনৰ প্ৰাৰ্থী বাছনিৰ ক্ষেত্ৰত পুনৰ ভুল পন্থাকে গ্ৰহণ কৰিলে। পিচত অনুতাপ কৰিলে জানো কিবা লাভ হ'ব। এয়া পৰিকল্পনাৰ প্ৰযোজন।

আঞ্চলিক দলবোৰৰ উদ্দেশ্য - প্ৰায় একেই। তেন্তে ৰাজনৈতিক শত্ৰুক পৰাজিত কৰিবলৈ একত্ৰিত হৈ যুজ কৰিব নোৱাৰাৰ কাৰণ কি? সেযেহে দুষ্কাৰ্য্যৰ বাবে গালি পাৰি, শাও দি হলেও অসমৰ ৰাইজে আৰু কিছু বছৰলৈ আঞ্চলিক ৰাজনৈতিক শক্তিৰ পোষকতা কৰা উচিত বুলি আমি ভাবো — কিন্তু ভ্ৰষ্টাচাৰী, অসৎ, দুৰ্নীতিগ্ৰস্ত ব্যক্তিক লৈ আঁঞ্চলিক ৰাজনীতি কৰাতকৈ নকৰাই ভাল। দলীয বিষয বাব লৈ থকা নেতৃবৰ্গই জনসাধাৰণৰ অন্তৰৰ প্ৰতিটো স্পন্দন উপলব্ধি কৰি সংগঠনৰ তৃণমূল পৰ্যাযলৈ নামি আহি ভোগৰ পৰিবৰ্ত্তে ত্যাগৰ আদৰ্শৰে জনসেৱা কৰিব পাৰিলেহে আঞ্চলিক ৰাজনীতিযে ৰাজ্যখনৰ উপকাৰ সাধন কৰিব পাৰিব বুলি আমাৰ বিশ্বাস। জনসাধাৰণ লগত থাকিলে আঞ্চলিক ৰাজনীতিৰ যে বিকল্প নাই এই কথাৰ সত্যতা পোৱা গৈছিল ১৯৮৫ চনৰ নিৰ্বাচনত।

নিৰ্বাচন আহি থাকিব, কিন্তু ৰূপ কেনে হয কোবা টান। ৰাইজেই গণতন্ত্ৰৰ মূল সূতি, নেতা-পালিনেতা, দল ৰাইজৰ উৰ্দ্ধত কেতিয়াও হব নোৱাৰে এইকথা যেন ভোট দিযাৰ সমযত প্ৰতিগৰাকী সচেতন নাগৰিকে অকণমান হলেও চিন্তা কৰে। নিৰ্বাচনৰ প্ৰক্ৰিযা নিকা হওক, এয়ে ৰাইজৰ অভিমত।



ঈশ্বৰক প্ৰাৰ্থনা কৰিবলৈ শিকা,
সত্যইহে মানুহক মহৎ আৰু সম্ভ্ৰান্ত কৰে।

— ড° বাণীকান্ত কাকতি

# তিনিটা ৰাজনৈতিক দলৰ ব্যৱস্থাহে ভাৰতবৰ্ষৰ বাবে মঙ্গলজনক

ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামত কংগ্ৰেছেই আছিল একছত্ৰী ৰাজনৈতিক দল। মহামানৱ মহাত্মা গান্ধীৰ সুযোগ্য নেতৃত্বত এইদলে ভাৰতৰ জনমানসত এক সুকীয়া আসন দখল কৰিছিল। পৰাধীন ভাৰতবৰ্ষত এই দলৰ নীতি আৰু আদৰ্শ আছিল প্ৰকৃততে ত্যাগ। গতিকে জনসাধাৰণৰ অন্তৰ স্পৰ্শ কৰিব পৰা এক ৰাজনৈতিক দৰ্শন থকা বাবেই জনসাধাৰণ আকৰ্ষিত হৈছিল। কিন্তু দেশে স্বাধীনতা পোৱাৰ পিছত গান্ধীজীয়ে কংগ্ৰেছক শাসনভাৰ লবলৈ অন্তৰৰ পৰা বাধা দিছিল। কাৰণ তেখেতে গভীৰভাৱে উপলব্ধি কৰিছিল যে, চৰকাৰ গঠন কৰাৰ পিছত ৰাজনৈতিক দলৰ জনপ্ৰিয়তা ক্ৰমে ক্ৰমে হ্ৰাস পাই যায়। অৰ্থাৎ যেতিয়া ত্যাগৰ বিনিময়ত হঠাতে নানা প্ৰকাৰৰ ভোগ-বিলাস আহি পৰে, মানুহৰ মোহভঙ্গ হয়। গতিকে কংগ্ৰেছক জনগণৰ সেৱা কৰা দল হিচাপে থকাটোহে গান্ধীজীয়ে বিচাৰিছিল। আনহাতে বিৰোধী পক্ষত থকা ৰাজনৈতিক দলৰ জনপ্ৰিয়তা ক্ৰমে বাঢ়ি যায়। স্বাধীনতাৰ পিছত দেশৰ ৰাজনৈতিক দলৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা বিধৰ আছিল। মূলত কমিউনিষ্ট পাৰ্টি, কংগ্ৰেছৰ পৰা ওলাই কিছুমানে কৰিলে ছচিয়েলিষ্ট পাৰ্টি আনহাতে মুছলীম লিগ, মাৰ্ক্সবাদী কমিউনিষ্ট পাৰ্টি, স্বতন্ত্ৰ পাৰ্টি ইত্যাদি। প্ৰায় চাৰিটা দশক কংগ্ৰেছে দেশৰ শাসনভাৰ লোৱাৰ পিছত, ৰাষ্ট্ৰীয় পৰ্যায়ত বহুতো ৰাজনৈতিক দলৰ জন্ম হ'ল আৰু সেইদৰে মৃত্যুযো হ'ল। গান্ধীজীৰ গ্ৰাম্য ভিত্তিক উন্নয়নৰ পৰিকল্পনা প্ৰকৃতাৰ্থত ফলৱতী নহ'ল, যদিও গান্ধীজীৰ আদৰ্শকে প্ৰতিখন চৰকাৰে প্ৰচাৰ মাধ্যম হিচাপে লয়। দেশৰ সৰ্বসাধাৰণ ৰাইজৰ জীৱন ধাৰণৰ মানদণ্ড যদিও দেখাত উন্নতি হোৱা যেন লাগে, আচলতে নিম্নগামীহে হৈছে। কংগ্ৰেছ দলে দীৰ্ঘকালীনভাৱে দেশখন শাসন কৰে যদিও দলটোত বহুবাৰ ভাঙোন আহে আৰু ফলত গণতান্ত্ৰিক ভিত্তি বহুপৰিমাণে হেৰুৱাই পেলাইছে। দেশত উক্ত দলৰ স্থিতি বৰ্তমান বহু ৰাজ্যতে দুৰ্বল। কংগ্ৰেছ দলৰ একনায়কত্ব আৰু বৈষম্যমূলক নীতিৰ বাবেই দেশৰ ভালেমান সৰু সৰু ৰাজ্যই আজিও শোষণ মুক্ত হব পৰা নাই। আজি নিৰ্বাচনৰ নামত প্ৰহসন চলি আছে। নিৰ্বাচনত টকা-পইচাৰ দুৰ্নীতি পোন প্ৰথমে কংগ্ৰেছ দলেই প্ৰচলন কৰাৰ ফলত আজি জনগণৰ মাজত অস্থিৰ অৰাজকতাৰ সৃষ্টি হৈছে। দেশত নেতৃত্বৰ অস্তিত্ব টিকাই ৰখাৰ

স্বাৰ্থতে বহুকেইটা ৰাষ্ট্ৰীয় ৰাজনৈতিক দলৰ জন্ম হয়। লাগিলে দলটোৰ তৃণমূল শাখা দেশব্যাপী থাককেই বা নাথাককেই। বৰ্তমান দলৰ নেতৃবৃন্দৰ স্বাৰ্থহে মুখ্য, দেশ আৰু জনগণৰ স্বাৰ্থ গৌণ হৈ পৰিছে। ৰাজনৈতিক দলৰ কৰ্ম পদ্ধতি চালে একো একোটা "ইচ্যু" ভিত্তিক লৈ যেন জীয়াই আছে। গতিকে বৰ্তমান ভাৰতবৰ্ষত কোনো এখন দলীয় চৰকাৰেই পূৰ্ণ মাত্ৰাত স্থিৰতা আনিব পৰা নাই। এই ব্যৱস্থা চলি থাকিলে ভাৰতবৰ্ষৰ গণতন্ত্ৰত এসময়ত বিপদ আহি পৰাৰ সম্ভাৱনা আছে।

আমেৰিকা বা ইংলেণ্ডৰ দৰে খুব কম সংখ্যক ৰাজনৈতিক দলে অৰ্থাৎ দুটা বা তিনিটা হলেহে জনসাধাৰণে এখন সুস্থিৰ স্থায়ী চৰকাৰ পাবলৈ আশা কৰিব পাৰে। ভাৰতবৰ্ষৰ ৰাজনীতিত দল বাগৰাৰ প্ৰচলন আইনেও বন্ধ কৰিব পৰা নাই।

ৰাজনৈতিক দলবোৰৰ সুন্দৰ-সুন্দৰ ইস্তাহাৰবোৰত নীতি আৰু আদৰ্শৰ বক্তব্য ৰাখিলেও বৰ্তমান ভালেমান নিৰ্বাচিত প্ৰাৰ্থীয়েই উক্ত নীতি ভংগ কৰি ৰাজনীতি কৰা দেখা যায়। গতিকে কেন্দ্ৰত এখন সুস্থিৰ চৰকাৰ পাবলৈ হলে নিৰ্বাচনবোৰত নিকা ৰাজনীতিৰে ব্যক্তিসকলক নিৰ্বাচিত কৰা উচিত। কিন্তু বৰ্তমান দশম লোক সভাৰ বাবে হোৱা নিৰ্বাচনৰ ক্ষেত্ৰত যদিহে ভোটাৰসকল সচেতন আৰু চিন্তাশীল হৈ কাম নকৰে ভৱিষ্যতৰ কেন্দ্ৰীয় চৰকাৰখনো পুনৰ ভাঙি যাবলৈ বাধ্য হ'ব। সেযেহে ভাৰতবৰ্ষৰ বিভিন্ন ৰাজনীতিবিদসকলে সময় থাকোতেই সংবিধান সংশোধন কৰি হলেও সো, বাওঁ, মধ্যপন্থী, খুব বেছি তিনিটা ৰাজনৈতিক দলৰ ব্যৱস্থা কৰিব পাৰিলেহে দেশৰ জনসাধাৰণ প্ৰকৃততে উপকৃত হ'ব অন্যথা দেশৰ ভৱিষ্যত অন্ধকাৰ!

ৰাষ্ট্ৰীয দলৰ কৰ্মপদ্ধতি আৰু নেতৃবৃন্দৰ অবিবেচক নীতিৰ বাবেই ভাৰতৰ বিভিন্ন ৰাজ্যত আঞ্চলিক ৰাজনীতিযে নিজ নিজ আত্ম নিযন্ত্ৰণৰ কথা চিন্তা কৰি আঞ্চলিক দলৰ জন্ম দিযে।

ৰাজ্য বিশেযে সুকীযা সুকীযা দাবী আৰু চিন্তাধাৰাৰ পঞ্জাৱত আকালী দল, মহাৰাষ্ট্ৰত শিৱসেনা, তামিলনাদুত ডি এম কে এ আই ডি এম কে, অন্ধ্ৰপ্ৰদেশত টেলেগু দেশম আৰু অসমত অসম গণপৰিষদ দলৰ আবিৰ্ভাৱ হয। ৰাজ্যবোৰত বিভিন্ন সময়ত আঞ্চলিক দলে শাসনভাৰ লৈযো নেতৃত্বৰ অদূৰদৰ্শী কাৰ্যকলাপে ক্ষমতাৰ পৰা অপসাৰিত হোৱা দেখা যায। আজি অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যতো জনসাধাৰণে আঞ্চলিকতাবাদৰ পোষকতা কৰা দেখা গৈছে। আঞ্চলিক ৰাজনীতিযে সামগ্ৰীকভাবে ৰাজ্যখনৰ জনসাধাৰণৰ মৌলিক সমস্যাসমূহ উপলব্ধি কৰি সমাধান কৰাত সহজ হয যদিহে আঞ্চলিক চৰকাৰখনৰ এটা সুনিৰ্দ্দিষ্ট ৰাজনৈতিক দৰ্শন থাকে। চৰকাৰখনৰ পৰিকল্পিত উন্নযনমূলক কিছুমান আঁচনি থকা দৰকাৰ, যিবোৰৰ দ্বাৰা জনসাধাৰণৰ দীৰ্ঘম্যাদী আৰু হ্ৰস্বম্যাদী, অভাৱ-অভিযোগ আদি পূৰণ কৰিব পৰা যায। ৰাষ্ট্ৰীয় দলতকৈও আঞ্চলিক দলৰ চৰকাৰৰ

নেতৃবৃন্দই দূর্নীতি, স্বজনপ্ৰীতি, ভ্ৰষ্টাচাৰ আৰু অন্যায় কাৰ্যকলাপত প্ৰশ্ৰয় দিয়া উচিত নহয়। দিল্লীত অধিস্থিত কেন্দ্ৰীয় চৰকাৰৰ পৰা ধন আৰু সাহাৰ্য্য আদায় কৰিবলৈ হ'লে আঞ্চলিক ৰাজনীতিৰ নেতৃবৃন্দই জনগণৰ শক্তিক কৰ্মত ঘটুৱাই জনসাধাৰণৰ অগাধ আস্থাভাজন হোৱাৰ প্ৰয়োজন আছে। এই মূল দিশটোক যি নেতৃত্বই অৱহেলা কৰিছে, তাৰেই পতন হোৱাটো পৰিলক্ষিত হৈছে। অসম আন্দোলনৰ পটভূমিত অসমৰ জনসাধাৰণৰ সহযোগত সৰু সুৰা আঞ্চলিক দলক একত্ৰিত কৰি অসম গণ পৰিষদ দল গঠন হৈছিল কিন্তু প্ৰায় পাঁচ বছৰ ৰাজ্যখন শাসন কৰাৰ পিচত, আঞ্চলিক ৰাজনৈতিক দলৰ চৰকাৰখনে কিছু কিছু ভাল কামৰ নিদৰ্শন দেখুৱালেও, মূল সমস্যাসমূহ সমাধান কৰাত ব্যৰ্থ হ'ল। বিশেষকৈ চৰকাৰখন দূৰ্নীতি, স্বজনপ্ৰীতিত লিপ্ত লৈ অযোগ্যতাৰ পৰিচয দিয়াত ৰাইজৰ পূৰ্বৰ আস্থা আৰু সৎইচ্ছা হেৰুৱালে। অসমৰ বাবে এয়া অতি দুৰ্ভাগ্যজনক পৰিণতি। আঞ্চলিক চৰকাৰখনৰ ব্যৰ্থতাই ভালেমান নতুন আঞ্চলিক দলৰ সৃষ্টি হ'ল অৰ্থাৎ থলুৱা জনসাধাৰণক পুনৰবাৰ ভাগ-ভাগ কৰি ৰাজনৈতিক ক্ষেত্ৰত দুৰ্বল কৰা হ'ল আঞ্চলিক ৰাজনীতিযে ৰাজ্যৰ সকলো গোষ্ঠী সম্প্ৰদায়ৰ লোককে নিৰাপত্তাৰ আশ্বাস দিব পাৰিলেহে, সুস্থ ৰাজনীতিৰ পৰিচয় পোৱা যায। বৰ্তমানৰ নিৰ্বাচনৰ লগে লগে অসমত গঢ লৈ উঠা ভালেসংখ্যক আঞ্চলিক ৰাজনৈতিক দলে প্ৰতিদ্বন্দ্বিতাৰ মনোবৃত্তিৰে নিৰ্বাচনত থিয দিছে। যোগ্যতা কাৰ কিমান আছে সেয়া বিচাৰ্যৰ বিষয যেন নহয়। অসমৰ প্ৰায ১২ টা আঞ্চলিক ৰাজনৈতিক দলে এইবাৰৰ বিধানসভা, লোকসভাত প্ৰাৰ্থী হিচাপে থিয় দিছে। ইযাৰ ভিতৰত ১৬৩৯ গৰাকীযে বিধানসভাত আৰু ১৬৭ গৰাকীযে লোকসভাত প্ৰতিদ্বন্দ্বিতা কৰিব। আনহাতে সমগ্ৰ দেশত মুঠ ২৭ হেজাৰ প্ৰাৰ্থীযে এইবাৰ নিৰ্বাচনত ভাগ লব। গতিকে খুব কম সংখ্যক ভোট পাযো কিছুমান প্ৰাৰ্থীযে নিৰ্বাচিত হলে আচৰিত হবলগীযা একো নাই। এই ক্ষেত্ৰত নিৰ্বাচিত ব্যক্তিগৰাকীৰ কিন্তু প্ৰকৃততে সংখ্যা গৰিষ্ঠৰ প্ৰতিনিধি বুলি ক'লে ভুল হ'ব। আঞ্চলিক দল সমূহৰ নিৰ্বাচনী ইস্তাহাৰত প্ৰকাশিত আশ্বাস প্ৰায একেধৰণৰ তেন্তে সুকীযা-সুকীয়া মঞ্চত অৱতীৰ্ণ হোৱাৰ কাৰণ কি? সমন্বয় গঢ়ি একেলগে যুঁজ দিব পৰাৰ ক্ষমতা জানো নাইকিয়া হৈ গৈছে? দেশত ফেডাৰেল গাঁথনিৰ ক্ষমতাক বিকেন্দ্ৰীকৰণ কৰিবলগীযা হলেও আঞ্চলিক ৰাজনীতিৰ আৱশ্যকতা কমি নাযায। আঞ্চলিকতাবাদত বিভাজন হলেই বুজিব লাগিব নেতৃত্বৰ যুঁজ, যাৰ ফলত তৃতীয শক্তিয়ে ফল ভোগ কৰে। প্ৰকৃততে ৰাজ্যখনৰ অনগ্ৰসৰতাৰ কথা যদি চিন্তা কৰে আঞ্চলিক দলৰ একত্ৰিকৰণ হবই লাগিব। অসমৰ অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক পটভূমিত হযতো কিছু বছৰলৈ আকৌ আঞ্চলিক ৰাজনীতিৰ প্ৰযোজন আছে। ইযাৰ বিকল্প সদ্যহতে নাই বুলিব পাৰি। ●

# অসমৰ ৰাজনৈতিক পটভূমিত অগপ দলৰ ভূমিকা

ৰাজ্যখনৰ আগন্তুক নিৰ্বাচনৰ প্ৰাক্‌মুহূৰ্তত বিভিন্ন ৰাজনৈতিক দলে সভা-সমিতি পাতি নিজ দলৰ বিভিন্ন কাৰ্যসূচী আৰু ভৱিষ্যত আঁচনি প্ৰকাশ কৰি ভোটাৰ ৰাইজক আকৰ্ষিত কৰা পৰিলক্ষিত হৈছে। নিৰ্বাচনৰ আগেয়ে নিজ নিজ দলীয় ইস্তাহাৰ প্ৰচাৰ কৰে যদিও, প্ৰায়ভাগ দলেই শেষ মুহূৰ্তত প্ৰতিশ্ৰুতি মতে কাম নকৰাৰ অভিযোগ প্ৰায়ে শুনা যায় আৰু ৰাইজৰ আস্থা হেৰুৱায়। অসমত বিশেষকৈ ৰাষ্ট্ৰীয় দলৰ ভিতৰত কংগ্ৰেছ (আই), ভাৰতীয় জনতা পাৰ্টি আৰু বাওঁপন্থী দলৰ চি পি আই, চি পি এম দলৰ উপৰি এন চি পি, আনহাতে ৰাজ্যখনৰ সৰ্ববৃহৎ আঞ্চলিক দল অসম গণ পৰিষদ আৰু অন্যান্য সৰু-সুৰা দলেও চেগাচোৰোকাকৈ নিৰ্বাচনী প্ৰস্তুতিৰ আখৰা আৰম্ভ কৰিছে। শেহতীয়াভাৱে অসম গণ পৰিষদে গুৱাহাটীৰ জজ খেলপথাৰত যোৱা ৫ ডিচেম্বৰ তাৰিখে বিশাল ৰূপত কেন্দ্ৰীয় গণ সমাৱেশ এটা সৃষ্টি কৰাত মূলতঃ সফল হৈছে। অসম আন্দোলনৰ পিছত এনেধৰণৰ বৃহৎ সমাৱেশ বৰ বেছি হোৱা নাই। কেন্দ্ৰীয় গণ সমাবেশটোৰ গুৰুত্ব বৃদ্ধি পোৱাৰ কাৰণ কেবাটাও আছিল। মূলতঃ ভাৰতৰ কেইবাটাও প্ৰধান আঞ্চলিক দলৰ নেতৃবৃন্দৰ যোগদানে সভাখনৰ সৌষ্ঠৱ স্বাভাৱিকতে বৃদ্ধি কৰিছিল। সেই সকলৰ ভিতৰত সমাবেশৰ মধ্যমণি স্বৰূপ দেশৰ আঞ্চলিকতাবাদী ৰাজনীতিৰ অন্যতম গুৰি ধৰোতা অন্ধ্ৰ প্ৰদেশৰ প্ৰাক্তন মুখ্যমন্ত্ৰী টি ডি পি নেতা চন্দ্ৰবাবু নাইডুৰ উপস্থিতি, আনহাতে পঞ্জাৱৰ শিৰোমণি আকালি দলৰ সাধাৰণ সম্পাদক ওংকাৰ সিং থাপাৰ, জম্মু-কাশ্মীৰৰ নেচনেল কনফাৰেন্সৰ উপ-সভাপতি তথা সাংসদ আব্দুল ৰছিদ ছাহিম, অসমৰ চুবুৰীয়া ৰাজ্য নগালেণ্ডৰ আঞ্চলিক দল এন পি এফৰ নেতা তথা মুখ্যমন্ত্ৰী নেইফিঅ' ৰিঅৱে, মিজোৰামৰ মিজো নেচনেল ফ্ৰন্টৰ শিক্ষামন্ত্ৰী, অসমৰে কাৰ্বি আংলং জিলাৰ অন্যতম আঞ্চলিক দল এ এছ ডি চিৰ সভাপতি হলিৰাম টেৰাং প্ৰমুখ্যে লোকসভা, ৰাজ্যসভাৰ কেবাগৰাকী সাংসদৰ সভাখনত যোগদানে ৰাইজক উৎসাহিত কৰিছে। তদুপৰি বৰ্তমানৰ ৰাজ্য চৰকাৰখনৰ দুৰ্নীতি, ভ্ৰষ্টাচাৰ দেখি শুনি ৰাইজ অতীষ্ঠ হৈহে বিৰোধী পক্ষৰ সভালৈ ঢাপলি মেলি আহিছে।

সৰ্বভাৰতীয় নেতৃবৃন্দই দাঙি ধৰা প্ৰতিশ্ৰুতি আৰু চৰকাৰৰ বিৰুদ্ধে ঘটি থকা অভিযোগসমূহ নিৰ্বাচনৰ আগে আগে ৰাজহুৱাকৈ ফাদিল কৰি দিয়াটোৱে গণ সমাৱেশৰ মূল উদ্দেশ্য আছিল।

ইযাৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰি কংগ্ৰেছ দলেও বহি নাথাকি দাম্ভিকতাৰে ঘোষণা কৰিছে — এ জি পিতকৈ সৰহ সখ্যংক মানুহ আনি অন্ততঃ এক লাখ ৰাইজৰ সমাৱেশ ঘটাব। চৰকাৰী পক্ষই মানুহ অনাটো আনৰ তুলনাত সহজ কাম, কাৰণ এইবোৰ ক্ষেত্ৰত চৰকাৰে তেওঁলোকৰ সমগ্ৰ প্ৰশাসন যন্ত্ৰটোক অন্যাযভাবে দলৰ নিৰ্বাচনৰ কামত লগায়। এনেকৈ দলৰ সভানেত্ৰী ছ'নিয়া গান্ধীকো কংগ্ৰেছৰ গণ সমাৱেশলৈ আমন্ত্ৰণ জনাব বুলি হৈ-চৈ লগাই প্ৰকাশ কৰিছে। এ জি পি ৰ গণ সমাবেশখনক তীব্ৰ কটাক্ষৰে কংগ্ৰেছ আই দলে বহু বিতৰ্কিত মন্তব্য প্ৰকাশ কৰা প্ৰচাৰ মাধ্যমত দৃষ্টিগোচৰ হৈছে। কংগ্ৰেছৰ মতে চন্দ্ৰবাবু নাইডু হেনো নিজ ৰাজ্যতে ৰাজনীতিত হাৰ মানি এগৰাকী ব্যৰ্থ নাযক হিচাপে অসমৰ মাটিত কথা কোৱাৰ অধিকাৰ নাই। ৰাজনীতিত হৰা জিকা থাকিবই। যদি সেইটোৱে হয, প্ৰয়াত ইন্দিৰা গান্ধীৰ শোচনীয পৰাজযক কি বুলি ক'ব। তৰুণ গগৈ নিজ সমষ্টি কলিযাবৰত হৰা নাছিল জানো? বিহাৰত অতি জনপ্ৰিয় লালু প্ৰসাদৰ অৱস্থা এতিযা বাৰু কি হৈছে আৰু কংগ্ৰেছ দলৰ অৱস্থা ৰাজনৈতিক বিতৰ্ক থাকিলেও সকলোৱে শিষ্টাচাৰ ৰাখি মন্তব্য দিযা উচিত। চৰকাৰ পক্ষীয দলৰ সহনশীলতাই মাৰ্জিত ৰূপ পালেহে ৰাইজে গণতন্ত্ৰৰ প্ৰকৃত আদৰ্শ উপলব্ধি কৰিব পাৰে, কিন্তু বৰ্তমান প্ৰায বেছিভাগ ৰাজনৈতিক দলৰ পৰা 'সেইকণ আশা কৰিব নোৱাৰা হৈছে। মাফিয়া, গুণ্ডাৰাজে আজি ৰাজনৈতিক চৰিত্ৰ কলংকিত কৰি তুলিছে। এনে ব্যৱস্থা সভ্য সমাজত চিৰদিনৰ বাবে চলি থাকিব নোৱাৰে। ৰাইজে খুব সতৰ্কতাৰে কথাবোৰ অনুধাৱন কৰি নিজৰ গণতান্ত্ৰিক অধিকাৰবোৰ সাব্যস্ত কৰে, সেই কথাও জনা উচিত। সকলো ভাল বা বেযা বস্তুৰ একোটা সমযসীমা থাকে। পূৰ্বতে ৰাজনীতি কৰা ব্যক্তিসকলৰ একোটা সেৱাৰ মনোবৃত্তি আছিল। ভোগতকৈ ত্যাগক প্ৰাধান্য দিছিল বেছি। আজিকালি তেনে ৰাজনীতি কৰা ব্যক্তিৰ সমাজত প্ৰায় স্থান নাই। তথাপিও আদৰ্শগতভাৱে সেইসকল ব্যক্তি আজিও সকলোৰে নমস্য হৈ আছে।

ৰাজনৈতিক দলবোৰে আয়োজন কৰা সমাৱেশবোৰত লাখ লাখ মানুহ হলেই ভীষণভাৱে আত্মসন্তুষ্টি লভা উচিত নহয। কাৰণ আটাইখিনি মানুহেই প্ৰকৃত ভোটাৰ নহ'ব পাৰে, তেনেদৰে একাংশ মানুহে, নগৰ-চহৰ চাবলৈহে আহে বিষযবস্তুৰ

ওপৰত সম্যক জ্ঞান আৰু সমসাময়িক ধ্যান-ধাৰাণাও নাথাকে। বিনা পইচাত সমাবেশ চাবলৈ আহি কিছু আনন্দ উপভোগ কৰি যায়। যদিও সকলো ব্যক্তিয়ে এই ধৰণৰ সুবিধা নলয়। আনহাতে সমাবেশলৈ কিছু বিৰোধী অখ্যাত ব্যক্তিৰো আঁৰে আঁৰে উপস্থিত থকা দেখা যায়। সেয়েহে সমাৱেশৰ কিছুসংখ্যক লোক প্ৰকৃত সমৰ্থনকাৰী বুলি ধৰিলে ভুল হ'ব। বিৰোধী দলে পতা সমাৱেশত মানুহৰ উপস্থিতি লক্ষ্য কৰিবলগীয়া। কাৰণ চৰকাৰৰ শাসনযন্ত্ৰই সকলো ক্ষেত্ৰতে বাধাৰ প্ৰাচীৰ হৈ থিয় দিয়ে। যান-বাহনৰ সুবিধা শাসক গোষ্ঠীৰ দৰে বিৰোধী দলে সাধাৰণতে নাপায। তেনে ক্ষেত্ৰতো সমাৱেশবোৰত লোকাৰণ্য হ'লে বুজিব লাগিব মানুহৰ উপস্থিতি স্বতঃস্ফুৰ্ত, আনহাতে চৰকাৰৰ প্ৰতি বিৰাগ ভাব আৰু বিৰোধীৰ প্ৰতি আকৰ্ষণ বৃদ্ধি। যিকোনো দলৰ চৰকাৰৰ দোষ-ত্ৰুটিবোৰ আগতেই ধৰা পৰে। জনবিৰোধী কাৰ্য আৰু দুৰ্নীতিত লিপ্ত চৰকাৰ হ'লেতো কথাই নাই। অসমত বৰ্তমানে যিটো পদ্ধতি চলি আছে, গতিকে জনগণৰ ৰোষত পৰা একেবাৰে স্বাভাৱিক কথা। আগন্তুক নিৰ্বাচনেই ক'ব কোন কিমান বেছি জনপ্ৰিয। সেই দিনটোলৈ জনসাধাৰণে নিশ্চয অপেক্ষা কৰিব।

গণ সমাৱেশৰ গতি-গোত্ৰ লক্ষ্য কৰিলে বুজা যায আগন্তুক চৰকাৰখনলৈ জনগণৰ সতৰ্কবাণী হ'ল — অসমৰ বিদেশী নাগৰিকৰ সমস্যা সমাধান অবিহনে কাৰো গত্যন্তৰ নাই। এই ক্ষেত্ৰত অসমৰ বৃহত্তম আঞ্চলিক দল অসম গণ পৰিষদৰ দাযিত্ব অধিক গুৰুতৰ। অসম আন্দোলনে জন্ম দিযা ৰাজনৈতিক দল হিচাপে ৰাইজক দিযা প্ৰতিশ্ৰুতি পালন কৰিবই লাগিব। দুবাৰকৈ চৰকাৰ গঠন কৰিও বিদেশী নাগৰিকৰ সমস্যা সমাধান কৰাত পুতৌলগাকৈ ব্যৰ্থ হোৱাত, যদিহে পুনৰবাৰ চৰকাৰ গঠন কৰে, এইবেলি কিন্তু ৰাইজে ক্ষমা কৰা উচিত নহ'ব। সেই বাৰ্তা জজ খেলপথাৰৰ সমাৱেশত ভাৰতৰ অন্যান্য আঞ্চলিক দলবোৰৰ পৰাও স্পষ্টকৈ শুনিবলৈ পোৱা গৈছে। কেন্দ্ৰীয আৰু অসম চৰকাৰৰ জনবিৰোধী কাৰ্যক কটু সমালোচনা কৰাৰ যুক্তি বহুতো আছে। ইযাৰে দুটামান দৃষ্টান্ত দাঙি ধৰিলেই সন্তৰ যথেষ্ট হ'ব। যোৱা ১২ জুলাই তাৰিখতে ভাৰতৰ উচ্চতম ন্যাযালযে অসমত প্ৰৱৰ্তিত বিতৰ্কিত আই এম ডি টি আইনখন খাৰিজ কৰাৰ পিছতো আজিলৈকে কেন্দ্ৰীয চৰকাৰ আৰু অসমৰ কংগ্ৰেছ চৰকাৰে অবৈধ বিদেশী নাগৰিকক বহিস্কাৰ কৰাৰ খৰতকীযা কাৰ্যকৰী ব্যৱস্থা হাতত নল'লে অৰ্থাৎ পাকে-প্ৰকাৰে বাংলাদেশী থকাটো বিচাৰে। আনহাতে অসম চুক্তি ৰূপাযনৰ ক্ষেত্ৰতো যোৱা ৫ মে' তাৰিখে নতুন দিল্লীত অনুষ্ঠিত হোৱা সদৌ অসম ছাত্ৰ সন্থা, কেন্দ্ৰীয় চৰকাৰ আৰু তৰুণ

গগৈৰ উপস্থিতিৰে অসম চৰকাৰৰ মাজত হোৱা ত্ৰিপাক্ষিক আলোচনাৰ কোনো কাৰ্যকৰী ব্যৱস্থা ১২ ডিচেম্বৰ তাৰিখলৈ নোলোৱাটো ৰাজ্য চৰকাৰে মৌন হৈ থকাৰ প্ৰকৃত কাৰণ ব্যাখ্যা কৰিবলৈ পাৰিবনে? আছুৰ ভাবুকিত যোৱা ১২ ডিচেম্বৰত ৰাজ্য চৰকাৰে আমন্ত্ৰণ জনোৱাৰ অৰ্থ কি? চৰকাৰৰ লিখিত প্ৰতিশ্ৰুতি ছমাহ ধৰি পৰি থকাটো জানো সৎ ইচ্ছাৰ নিদৰ্শন। অসম চুক্তিৰ পৰিপন্থী ব্যৱস্থাৰে অবৈধ বাংলাদেশী প্ৰব্ৰজনকাৰীৰ ১৯৮৬ চন বা তাৰ পূৰ্বে জন্মলাভ কৰা সন্তানক নাগৰিকত্বৰ অধিকাৰ প্ৰদান কৰিব পৰাকৈ নাগৰিকত্ব আইনৰ সংশোধনীৰ সম্পৰ্কত কেন্দ্ৰীয় গৃহ ৰাজ্যমন্ত্ৰী জয়ছোৱালে অস্বীকাৰ কৰিলেও বিষয়টো অতিকৈ গুৰুত্বপূৰ্ণ। ছাত্ৰ সন্থাই অহৰহ প্ৰতিবাদ সাব্যস্ত কৰি আছে। এই গোটেই বিষযটোৰ ক্ষেত্ৰত বিৰোধী ৰাজনৈতিক দল হিচাপে অসম গণ পৰিষদেহে ক্ষিপ্ৰ ব্যৱস্থা ল'ব লাগে। কাৰণ এইবোৰ ৰাজ্যখনৰ ৰাজনৈতিক সমস্যা। অসমৰ থলুৱা জনসাধাৰণক ভাষিক, সামাজিক, সাংস্কৃতিক অস্তিত্বৰ কথা সাঙোৰ খাই আছে। জনসাধৰণে বাংলাদেশী নাগৰিকৰ ক্ষেত্ৰত কেতিযাও আপোচ নকৰে। "ৰাষ্ট্ৰীয নাগৰিক পঞ্জী" প্ৰস্তুত কৰাৰ ক্ষেত্ৰতো বৰ্তমান ৰাজ্য চৰকাৰখনৰ হেমাহি ৰাইজৰ চকুত নপৰাকৈ থকা নাই। যাৰ বাবে প্ৰকৃত ভাৰতীয নাগৰিকৰ পৰিচয অবিহনে অবৈধ বাংলাদেশী নাগৰিকৰ সমস্যাই অসমবাসী ৰাইজক জুৰুলা কৰিব আৰু কৰি আছে। কংগ্ৰেছ চৰকাৰৰ ভুল নীতিৰ বাবেই অসমৰ প্ৰতিটো জনগোষ্ঠীৰ লোকেই আজি সুকীযা স্থিতি ল'বলৈ বাধ্য হৈছে। এযা এক বিপজ্জনক সংকেত সমগ্ৰ জাতিটোৰ বাবেই। ভাগ ভাগ হৈ ৰাজ্যখনৰ উন্নতি, বিকাশ কেতিয়াও সম্ভৱ নহয। তৰুণ গগৈযে যিমানেই আস্ফালন নকৰক কিয। সেযেহে ৰাজনৈতিক দলৰ গণ সমাৱেশবোৰ নিৰ্বাচনৰ প্ৰাক্ মুহূৰ্ত্তত অগ্নি পৰীক্ষা বুলি ক'ব পাৰি। আস্থা আৰু ঐক্য-সংহতিযে হ'ব লাগিব জনগণৰ মূলমন্ত্ৰ।

নিৰ্বাচনৰ আগৰ আৰু পিছৰ পৰিস্থিতি সুস্থিৰ ৰূপত, দূৰদৰ্শিতাৰে অনুধাৱন কৰিব পৰাটোহে হ'ব ৰাজনৈতিক বিচক্ষণতা আৰু জনগণৰ ভৱিষ্যৎ তাৰ ওপৰতে নিৰ্ভৰ কৰিব। অসমৰ ক্ষেত্ৰত আঞ্চলিক ৰাজনৈতিক দলৰ ৰাষ্ট্ৰীয চিন্তা-চৰ্চা আগত ইযাৰ ৰাখিযেই আগবঢা উচিত হ'ব। কাৰণ বিভিন্ন তথ্যপাতি আৰু প্ৰচাৰ মাধ্যম, চৰকাৰৰ অনুসন্ধানৰ ভিত্তিতো জানিব পৰা গৈছে যে অসম তথা উত্তৰ-পূৰ্বাঞ্চলত আজিৰ দিনত অতি কমেও পাকিস্থান, বাংলাদেশ আদিৰ ২০/২২ টা মৌলবাদী সংগঠনে "বৃহত্তৰ ইছলামবাদ"ৰ সু-পৰিকল্পনাৰে ৰাষ্ট্ৰ বিৰোধী কামত লিপ্ত হৈ আছে। এনেকি পৰিকল্পনাৰ সুস্পষ্ট মানচিত্ৰ পৰ্যন্ত বাতৰিত প্ৰকাশ পাইছে।

এয়া আমাৰ বিৰুদ্ধে মাৰাত্মক ষডযন্ত্ৰ চলি আছে। নিৰ্বাচনৰ সময়ত ইয়াৰ প্ৰতিফলন ঘটাৰ প্ৰচুৰ সম্ভাৱনা আছে। সেই দিশটো বিশেষভাৱে অসম গণ পৰিষদ দলেই তদাৰক কৰা উচিত হ'ব। কাৰণ বহু বিতৰ্কিত আই এম ডি টি আইনখনৰ মূল প্ৰবক্তা আইনজ্ঞ মুহিব মজুমদাৰে অসমৰ ভীষণ ক্ষতি সাধন কৰিও কি ভিত্তিত এটা সময়ত অগপ-মিত্ৰদল আৰু কংগ্ৰেছ দলৰো মন্ত্ৰীৰ বাব দখল কৰি সুবিধাবাদী চৰিত্ৰ দাঙি ধৰিছিল। সেই কথা যেন আঞ্চলিকতাবাদী নেতৃবৃন্দই পাহৰি নাযায়। ৰাজনৈতিক বতাহৰ উমান ল'লে ধাৰণা হয়, এইবেলি হয়তো অসমত কোনো এটা ৰাজনৈতিক দলেই চৰকাৰ গঠন কৰিব পৰাকৈ একক সংখ্যাগৰিষ্ঠতা লাভ কৰা কিছু কঠিন হ'ব পাৰে। গতিকে জোঁট বন্ধনৰ দ্বাৰাহে চৰকাৰ গঠন কৰা সম্ভৱ হ'ব। ৰাজনীতিত কেতিয়া কোন শত্ৰু বা কোন মিত্ৰ সেই কথা ক'ব নোৱাৰিলেও এটা কথা কিন্তু ৰাজনৈতিক দলবোৰে ভাবি চোৱা উচিত— কেৱল ক্ষমতাৰ লিপ্সাত নিজৰ নীতি আৰু আদৰ্শৰ বিপৰীতে কাৰো লগত আপোচ যাতে নকৰে। এতিয়া ভাৰতবৰ্ষৰ ৰাজনীতিত প্ৰকৃত আদৰ্শ আৰু নীতিৰ অভাৱ ঘটিছে, তথাপি ৰাষ্ট্ৰীয় আৰু আঞ্চলিক স্বাৰ্থৰ কথা আগত ৰাখিহে প্ৰতিটো আঞ্চলিক দলে গৰিষ্ঠসংখ্যক জনগণৰ আস্থা আৰু সমৰ্থন লৈ ৰাজ্যখনৰ অস্তিত্বক সুৰক্ষিত কৰাৰ প্ৰতিশ্ৰুতিৰে কাম কৰা উচিত। লগতে আজিৰ পৰিস্থিতি আৰু সন্ধিক্ষণত গণতন্ত্ৰ, ধৰ্মনিৰপেক্ষ, ৰাজনৈতিক দৰ্শন আদিৰ সংজ্ঞাক নতুনকৈ বিশ্লেষণ কৰাৰ প্ৰয়োজন আছে বুলি আমি অনুভৱ কৰো নহ'লে অসমৰ ক্ষেত্ৰত প্ৰচলিত গণতন্ত্ৰই থলুৱা জনগণক সুৰক্ষা দিয়াৰ সলনি বিপদ সংকেতৰ ধ্বনিহে বাজি উঠিব। তাক কোনেও ৰুধিব নোৱাৰে।



> আনে কি কৰিছে সেইটো ভবাতকৈ মই নিজে কি কৰিছো সেইটো ভবাহে বেছি প্ৰয়োজন। প্ৰত্যেক ব্যক্তিয়ে সুচাৰুৰূপে কাৰ্য সম্পাদন কৰিলে দহৰ আৰু দেশৰ সেৱা কৰা হ'ব।
>
> **— ৰাজা ৰামমোহন ৰায়**

# অসম চুক্তি, চৰকাৰ আৰু ৰাইজ

অন্তত, যোৱা চাৰিটা বছৰে ভাৰতবৰ্ষৰ স্বাধীনতা দিৱসৰ শুভ মুহূৰ্ত্তত দেশৰ সচেতন জনসাধাৰণে দেশখনৰ প্ৰগতিৰ অলেখ-লেখ লোৱাৰ দৰে, অসমৰ জনসাধাৰণেও অসম আন্দোলনৰ পটভূমিত স্বাক্ষৰিত হোৱা "অসম চুক্তিৰ" ৰূপায়ণ সম্পৰ্কে পৰ্য্যালোচনা কৰি নেতৃবৰ্গৰ পৰা কিছুমান প্ৰশ্নৰ সঠিক উত্তৰ বিচৰা হৈ আহিছে। স্বাধীনতাৰ পূৰ্ব্বৰ পৰাই দিল্লীৰ শাসক গোষ্ঠীয়ে অসম তথা উত্তৰ পূৰ্বাঞ্চলক পৰিকল্পিত ভাবে যি ধৰণে শোষণ কৰি আহিছে ইযাৰ যোগ্য প্ৰত্যুত্তৰ দি বুলেটেৰে নহয়; গণতন্ত্ৰৰ পদ্ধতিৰে বেলেটৰ সহাযত অসম আন্দোলনৰে নেতৃবৰ্গক ৰাজ্যখনৰ শাসনভাৰ পাঁচ বছৰলৈ জনসাধাৰণে গটাই দিলে। সেই সময়ত জনসাধাৰণেও সৰলভাবে বিশ্বাস কৰিছিল যে, "অসম চুক্তিখন" আখৰে আখৰে ৰূপায়ণ যদি কৰিব পাৰে, সেয়া সম্ভৱ হ'ব মাত্ৰ এখন আঞ্চলিক চৰকাৰৰহে। ১৯৮৫ চনৰ ১৫ আগষ্টত আজিৰ বিতৰ্কিত অসম চুক্তিখন সম্পাদিত হৈছিল। ছ-বছৰীয়া অসম আন্দোলনে এটা অভূতপূৰ্ব গণ জাগৰণৰ সৃষ্টি কৰিছিল। অতি শৃঙ্খলাবদ্ধ নীতি আৰু আদৰ্শৰে আন্দোলনটি গঢ় লোৱাত ৰাইজেও সমস্ত ত্যাগক বিসৰ্জন দি আন্দোলনৰ মহৎ সুদূৰ প্ৰসাৰী উদ্দেশ্যক সমৰ্থন জনাইছিল, এক পৰিবৰ্ত্তনৰ আশাত। অবৈধ বিদেশী নাগৰিকৰ লানি-নিছিগা অনুপ্ৰৱেশ অসমৰ থলুৱা জনগোষ্ঠীক শংকিত কৰি তোলাৰ উদ্দেশ্যত সৃষ্টি হৈছিল গণ জাগৰণ। বিদেশীক দেশৰ মাটিৰ পৰা বহিস্কাৰ কৰাৰ দাবীটো আছিল, আন্দোলনৰ মূল উদ্দেশ্য। চৰকাৰী-বেচৰকাৰী বহুৱাৰ আলোচনা হোৱাৰ পিছত যেনিবা এক বিশেষ পৰিস্থিতিত এৰা ধৰাৰ মাজেৰে "অসম চুক্তি" নামাকৰণেৰে কিছু স্বত্ব কেইখিলামান কাগজত লিপিবদ্ধ কৰি স্বাক্ষৰ দান কৰা হ'ল, কিন্তু উক্ত চুক্তি স্বাক্ষৰ কৰাৰ মুহূৰ্ত্তত আন কিছুমান গুৰুত্বপূৰ্ণ দিশ জানিযে হওঁক বা অজানিতে হওঁক লিপিবদ্ধ কৰা নহ'ল। অৰ্থাৎ চুক্তিখনত থকা প্ৰতিটো দফা, উপদফা বাস্তৱ ক্ষেত্ৰত কাৰ্য্যকৰী কৰি ৰূপায়ণ কৰাৰ বাবে কোনো নিৰ্দ্দিষ্ট সময় সীমা বান্ধি দিযা নহ'ল। এতিয়া ইয়াৰ অৰ্থ এনেকুৱাও হ'ব পাৰে যে, চুক্তিৰ দফা সমূহ কাৰ্য্যকৰী কৰাৰ ক্ষেত্ৰত দহ বছৰতো নহ'ব পাৰে। সেযেহে আন্দোলনৰ মুহূৰ্ত্তৰ জনগণৰ মনৰ প্ৰত্যাশাই চুক্তিখনৰ যোগেৰে যেনিবা হতাশাক স্থান দিলে। তথাপি ৰাইজে ক্ষীণ আশা মনত বান্ধিযে বিভিন্ন সময়ত গঠনমূলক আলোচনা সমালোচনাৰে সকলোবোৰ দিশ অৱগত কৰি আহিছে।

১৯৮৫ চনৰ ১৫ আগষ্টত অসম চুক্তিৰ পিছতে ২১ আগষ্টত আন্দোলনৰ নেতৃবৰ্গক বিজয় উৎসৱ পাতি অবিস্মৰণীয়ভাবে আদৰণি জনালে; ঠিক তেনেদৰে ৮৫ চনৰ ২৪ ডিচেম্বৰত অসমৰ ৰাইজে মুকলি আকাশৰ তলত প্ৰথম বাৰৰ বাবে এখন আঞ্চলিক দলৰ হাতত ৰাজ্যখনৰ শাসনভাৰ অৰ্পণ কৰিলে। বিশ্বৰ ভিতৰতে তৰুণ বয়সৰ শাসক গোষ্ঠী বুলি নজিৰ ৰাখিলে। নিৰ্বাচনৰ প্ৰাক্-মুহূৰ্ত্তত নেতৃবৃন্দই অসমৰ শোষিত জনগণক কিছুমান নিৰ্বাচনী প্ৰতিশ্ৰুতি দিছিল, সোণৰ অসম গঢ়াৰ কল্পনা সেইবোৰৰ ভিতৰত মূলতঃ অসম চুক্তিৰ বাস্তৱ ৰূপায়ণৰ জৰিয়তে বিদেশী নাগৰিকৰ সমস্যাৰ সমাধান, অসমৰ দুৰ্বল অৰ্থনৈতিক ব্যৱস্থাক শক্তিশালী কৰাৰ পৰিকল্পানাৰে ৰাজ্যখনৰ উৎপাদিত সম্পদৰাজিৰ সৎব্যৱহাৰ কৰা অসমৰ বিভিন্ন সৰু-বৰ জনগোষ্ঠীৰ আৰ্থ-সামাজিক বিকাশৰ ব্যৱস্থা কৰা, প্ৰশাসনক দুৰ্নীতিমুক্ত কৰি সমাজত আদৰ্শৰ ভেটি স্থাপন কৰা, কৰ্মসংস্থাপনৰ পথ মুকলি কৰি ভয়াবহ নিবনুৱা সমস্যাৰ সমাধানৰ পথ আদি উলিওৱাটো আছিল মূল উদ্দেশ্য। ৰাইজে সৰল বিশ্বাসেৰে চৰকাৰখনৰ প্ৰতিটো কামত ৰাজ্যখনৰ বৃহৎ স্বাৰ্থৰ খাতিৰত সহায় সহযোগ আগবঢাই আহিছে। শাসনভাৰ লোৱাৰ পিছতো বিদেশী নাগৰিকৰ মূল গুৰুতৰ সমস্যা সমাধানৰ প্ৰতিশ্ৰুতি দিয়া আঞ্চলিক চৰকাৰখনে 'অসম চুক্তি'ৰ বাস্তৱ ৰূপায়ণৰ ক্ষেত্ৰত ব্যৰ্থতাৰ পৰিচয় দিযাটো ৰাইজে আশা কৰা নাছিল। চুক্তি ৰূপায়ণ কৰাত কেন্দ্ৰীয় চৰকাৰে ৰাজ্য চৰকাৰক আৰু ৰাজ্য চৰকাৰে কেন্দ্ৰীয় চৰকাৰক দোষাৰোপ কৰোঁতেই সময়বোৰ পাৰ কৰিলে। কেন্দ্ৰীয় চৰকাৰৰ ভুৱা প্ৰতিশ্ৰুতি আৰু আশ্বাসৰ বাহিৰে বিশেষ দায়বদ্ধতা থকাৰ প্ৰমাণ আমি নাপাও তেনেদৰে চুক্তিখনে ৰাজ্য চৰকাৰক ঢুকি পোৱা কৰণীয় দিশসমূহৰ ক্ষেত্ৰতো আন্তৰিকতাৰ অভাৱ আৰু দৃঢ় পদক্ষেপ লোৱাত ব্যৰ্থতাৰ পৰিচয় দিছে বুলি আমি অনুভৱ কৰিছো। চুক্তিখনৰ মূল দফা কেইটা যদি বিশ্লেষণ কৰি চোৱা যায়, তেতিয়াই ব্যৰ্থতাৰ নিদৰ্শন সমূহ ওলাই পৰে।

চুক্তি কাৰ্য্যকৰী কৰাৰ আগতেই চৰকাৰে এটা স্পষ্ট নীতি গ্ৰহণ কৰিব লাগিছিল, যিটো কথাত হয়তো বিশেষ গুৰুত্ব দিয়া নহ'ল। যাৰ বাবে সময় যোৱাৰ লগে-লগে সমস্যাবোৰো গুৰুতৰ হৈ আহিল। বিদেশী নাগৰিকৰ চিনাক্তকৰণ, ভোটাৰ তালিকাৰ পৰা নাম কৰ্ত্তন আৰু দেশৰ পৰা বহিস্কৰণ এই তিনিওটা বস্তুতে আৰম্ভণীৰ পৰা কেনা লাগিল। চিনাক্তকৰণৰ প্ৰক্ৰিয়াটো ১৯৪৬ চনৰ বিদেশী নাগৰিক আইন আৰু ১৯৬৪ চনৰ বিদেশী নাগৰিক ন্যায়াধীকৰণৰ নিৰ্দ্দেশ অনুসাৰে আইনগতভাবে চিনাক্ত কৰা হ'ব বুলি কোৱা আছে যদিও, ১৯৮৩ চনত বিতৰ্কিত ভাবে আই এম ডি টি ত উল্লেখিত অৰ্থাৎ অবৈধ অনুপ্ৰৱেশকাৰীক (ন্যায়াধীকৰণৰ দ্বাৰা চিনাক্তকৰণ) ব্যৱস্থাটো এক দীঘলীয়া অন্তহীন প্ৰক্ৰিয়া। যাৰ ফলত এই জলন্ত

সমস্যাটো কেতিয়াও সমাধান হোৱাৰ আশা নাই। আই এম ডি টি আইনখন কেন্দ্ৰীয় চৰকাৰে দলীয় স্বাৰ্থৰ অনুকূলে সংশোধনী কৰাত চুক্তি ৰূপায়নতো বাধা আহি পৰিছে। এনেকি চুক্তিত লিপিবদ্ধ থকা ১৯৬৬ চনৰ ১ জানুৱাৰীৰ পৰা ১৯৭১ চনৰ ২৪ মাৰ্চলৈকে অসমত অনুপ্ৰৱেশ কৰা বিদেশী নাগৰিক সকলৰ নাম ১০ বছৰলৈ ভোটাৰ তালিকাৰ পৰা কৰ্ত্তন কৰা ব্যৱস্থা পৰ্য্যন্ত চৰকাৰে বাস্তৱত কৰিব পৰা নাই; ৭১ চনৰ ২৪ মাৰ্চৰ পিছৰখিনিক বহিস্কাৰ কৰাৰ ব্যৱস্থা প্ৰকৃততে আমি দেখাই নাই। ১৯৬৬ চনৰ ভোটাৰ তালিকাৰ ভিত্তিত অসমত নতুনকৈ ভোটাৰ তালিকা প্ৰস্তুত কৰিবলৈ ভাৰতৰ নিৰ্বাচনী আয়োগে যি নিৰ্দ্দেশিকা দিছে এই লৈ সৰ্বভাৰতীয় ৰাজনৈতিক দল কিছুমানৰ আপত্তিৰ সীমা নোহোৱা হৈছে। আই কংগ্ৰেছে আপত্তি কৰিব নালাগিছিল কাৰণ উক্ত দলৰ সভাপতি তথা প্ৰধানমন্ত্ৰী শ্ৰীৰাজীৱ গান্ধীৰ উপস্থিতিতে চুক্তিত স্বাক্ষৰ কৰা হৈছিল।

অসম চুক্তিৰ আৰু এটি গুৰুত্বপূৰ্ণ দফা ১৪ (ক) অনুসৰি অসম আন্দোলনত নিৰ্যাতিত কেন্দ্ৰীয়-অৰ্ধকেন্দ্ৰীয়, বেংক, বিদ্যুৎ, নিগম প্ৰতিষ্ঠান, বেচৰকাৰী শ্ৰমিক কৰ্মচাৰী সকলো প্ৰকাৰৰ নিৰ্য্যাতন চৰকাৰে সহানুভূতিৰে তুলি দিযাৰ এক নীতিগত সিদ্ধান্ত লৈছিল। আঞ্চলিক চৰকাৰখনে শাসনভাৰ লৈয়েই চুক্তি অনুযাযী ৰাজ্য চৰকাৰৰ শ্ৰমিক-কৰ্মচাৰী বিষযাৰ সকলো প্ৰকাৰৰ নিৰ্য্যাতন তুলি ললে। ব্যতিক্ৰম হিচাবে দুই এটা থাকিবও পাৰে কিন্তু কেন্দ্ৰীয় চৰকাৰৰ অৰ্দ্ধকেন্দ্ৰীয় প্ৰতিষ্ঠানৰ বা বেংক কৰ্মচাৰীৰ নিৰ্য্যাতন আজিলৈকে কিয তুলি লোৱা নহ'ল সিও এক সাঁথৰ। অসম চুক্তি ৰূপাযণ বিভাগত পৰিষদে দিযা তালিকা অনুযাযী কেন্দ্ৰীয় চৰকাৰৰ ৪৭ গৰাকী বৰ্খাস্ত কৰ্মীক চাকৰিত পুনৰ নিয়ুক্তি দিযা নাই। ইযাৰ ভিতৰত তৈল প্ৰতিষ্ঠানৰ ৫ গৰাকী বিষয়া আৰু অনাতাঁৰ কেন্দ্ৰৰ দুগৰাকী বিষযা কৰ্ম্মী ৰাজ্য চৰকাৰে সহানুভূতিৰে সামযিকভাৱে নিযুক্তি দি কৰ্মসংস্থাপনৰ ব্যৱস্থা কৰিছে। কিন্তু বাকী ৪০ গৰাকীৰ ক্ষেত্ৰত এনে ব্যৱস্থাৰ ব্যতিক্ৰম হোৱাৰ কাৰণ বাৰু কি? যদিহে উত্তৰ পূৱ সীমান্ত ৰেলৱে কৰ্ত্তৃপক্ষই তেওঁলোকৰ বৰ্খাস্ত কৰ্মীক নিযুক্তি দি, কৰ্ত্তন দৰ্মহা ঘূৰাই দিযাৰ নিৰ্দ্দেশ দিব পাৰে তেন্তে আন আন বিভাগীয় কৰ্ত্তৃপক্ষই এনে ব্যৱস্থা কিয লব পৰা নাই ?

প্ৰকৃততে "বহিস্কাৰ" শব্দটোৱে চুক্তিখনৰ ক্ষেত্ৰত 'ভুৱা' বুলি কব লাগিব। বাংলাদেশ বা নেপাল চৰকাৰৰ লগত কেন্দ্ৰীয় চৰকাৰৰ এই বিষযত আলোচনা কোনো ধৰণৰ আলোচনা হোৱা নাই গতিকে বহিস্কৃত নাগৰিকক কোনে গ্ৰহণ কৰিব? আনহাতে সীমান্ত বন্ধ কৰিবলৈ কাইটীয়া তাঁৰৰ বেৰ নাইবা পকী দেৱাল নসজাকৈ, উন্মুক্ত জলপথত উপযুক্ত পহৰাৰ ব্যৱস্থা নকৰাকৈ "বহিস্কাৰ" কথাযাৰিয়েই অৰ্থহীন। চুক্তিখনত উল্লেখিত ৬ আৰু ৭ নং দফা অনুসৰি অসমৰ খিলঞ্জীয়া লোকৰ সামাজিক

সাংস্কৃতিক আৰু অৰ্থনৈতিক ৰক্ষণাবেক্ষণ দিয়াৰ যি ব্যৱস্থা সন্নিবিষ্ট কৰা হৈছে, সেয়া কাৰ্য্যকৰী হোৱা আমি দেখিবলৈ পোৱা নাই কেৱল প্ৰাৰম্ভিক কিছুমান কাম কৰি আছে। অশোক কাগজ কল পুনৰ খোলাৰ বাস্তৱ দৃষ্টিভংগী কেন্দ্ৰীয় আৰু ৰাজ্যিক উভয় চৰকাৰে গ্ৰহণ কৰা নাই। কেৱল বিষয়টো এৰাই চলিবলৈ অভিজ্ঞ ভালেমান কৰ্মীক আগধন দিয়াহে হৈছে। আই আই টি স্থাপনৰ বাবে যাৱতীয় ব্যৱস্থা লোৱাত ইমান পলম কৰাৰ কাৰণ বাৰু কি? তেনেদৰে তেল শোধানাগাৰ স্থাপনৰ ক্ষেত্ৰতো কেন্দ্ৰীয় চৰকাৰৰ স্পষ্ট নীতিৰ অভাৱতে কামত আগবাঢ়িব পৰা নাই। অসমৰ যুৱক-যুৱতীয়ে আন্দোলনৰ ৬ বছৰ কাল ৰাজ্যিক বা কেন্দ্ৰীয় চৰকাৰৰ চাকৰিৰ প্ৰাৰ্থী হ'বলৈকে নিম্নতম বয়স হেৰুৱাইছিল, কিন্তু চুক্তিত সন্নিবিষ্ট দফামতে ৰাজ্যিক বা কেন্দ্ৰীয় চৰকাৰে প্ৰাৰ্থী সকলৰ বয়সৰ সীমা ৬ বছৰলৈ বঢ়াই দিছে। অৰ্থাৎ ১৯৯০ চনৰ ৩০ ছেপ্টেম্বৰলৈকে উক্ত ব্যৱস্থা অনুযায়ী সুবিধা প্ৰদান কৰিছে। বা বেংক কৰ্মচাৰীৰ নিৰ্যাতন আজিলৈকে কিয় তুলি লোৱা নহ'ল সিও এক সাঁথৰ। ৯০,১১০,১৪০ দিনলৈ দৰ্মহা কৰ্তন হৈছে আৰু উক্ত অনুপস্থিতিৰ কালছোৱাত কৰ্মচাৰীৰ আৰ্জিত ছুটীৰ বিপক্ষে ধৰা হৈছে। কিন্তু কেন্দ্ৰীয চৰকাৰে অলপতে ও এম নম্বৰ ৩৩০১১/৬/(৫)/ ৮৮ এষ্টাব্লিষ্ট (বি) তাৰিখ ২০-৩-৮৯ ত দিয়া চিঠিৰ মৰ্মে জি আই ও এম ২৯-৬-৭১ এষ্টাব্লিষ্ট (বি)ত থকা স্বৰ্ত্ত অনুসাৰে ১৯৮০ চনৰ ১৫ নৱেম্বৰৰ পূৰ্বে অনুপস্থিতিত থকা "বিশেষ আকস্মিক ছুটী" হিচাপে গণ্য কৰিবলৈ নিৰ্দ্দেশ দিছে। তেন্তে বাকী দিনবোৰৰ ক্ষেত্ৰত এনে ব্যৱস্থা কিয কৰা নাই এযাও এক বিতৰ্কৰ বিষয। অথচ আন্দোলনৰ কালছোৱাত আছু-গণসংগ্ৰাম পৰিষদৰ আলোচনাই প্ৰায বন্ধ হৈ পৰিছিল।

চৰকাৰী নিৰ্য্যাতনত "পূৰ্বস্বৰ্ত্ত" হিচাপে ধৰি লোৱাত শেষত যেনিবা সমন্বযৰক্ষী কমিটীযে আলোচনাৰ মেজত বিষযটো লবলৈ অনুৰোধ জনাই আলোচনাৰ পথ মুকলি কৰি দিযে। কিন্তু আজি প্ৰায ৪ বছৰে এই কথা চৰকাৰৰ মনলৈ নাহিল। যোৱা ২৬ এপ্ৰিল' ৮৯ ত সদৌ অসম কেন্দ্ৰীয-অৰ্দ্ধকেন্দ্ৰীয পৰিষদে নিৰ্য্যাতন তুলি নোলোৱাৰ প্ৰতিবাদত অসম বিধান সভাৰ সন্মুখত ধৰ্ণা দিয়া কাৰ্য্যসূচী আৰু মুখ্যমন্ত্ৰীক আইন মন্ত্ৰীৰ যোগেৰে দিয়া "স্মাৰক পত্ৰ"ৰ উত্তৰ আজি প্ৰায ৩ মাহেও পোৱা নগ'ল। ভাৰতৰ ৰাষ্ট্ৰপতিকো ৰাজ্যপালৰ জৰিযতে যোৱা ২৪ জুলাইত এখন স্মাৰক পত্ৰ দিযা হৈছে।



# বিদেশী নাগৰিকৰ সমস্যা চৰকাৰেই জটিল কৰিছে

চৰকাৰৰ অদূৰদৰ্শী দৃষ্টিভঙ্গীৰ বাবেই বিদেশী নাগৰিক সমস্যাটোৱে পুনৰ জটিল ৰূপ ধাৰণ কৰিছে। ২৫ বছৰ পূৰ্বে স্বাক্ষৰিত অসম চুক্তিৰ কোনো এটা দফা আজিলৈকে চৰকাৰে সম্পূৰ্ণকৈ ৰূপায়ণ নকৰিলে। ৰাজনৈতিক অৰাজনৈতিক সকলো পক্ষই অহৰহ দাবী জনাই থকা সত্ত্বেও ৰাষ্ট্ৰীয় নাগৰিক পঞ্জীৰ প্ৰাৰম্ভিক কামেই আজিলৈকে অসম চৰকাৰে হাতত লোৱা নাই। ২০০৫ চনৰ ১২ জুলাইত উচ্চতম ন্যায়ালয়ে বাংলাদেশীৰ স্বাৰ্থত অসম চৰকাৰে প্ৰণয়ন কৰা বিতৰ্কিত আই এম ডি টি আইনখন বাতিল কৰাৰ পিছতো কেন্দ্ৰীয় চৰকাৰৰ গোপন অভিসন্ধিত অসম চৰকাৰেও ২১ টা ন্যায়াধিকৰণৰ কাম প্ৰকৃতাৰ্থত স্থগিত ৰাখি বাংলাদেশীৰ প্ৰব্ৰজনৰ বাট মোকোলাই দিলে। ভাৰত পাকিস্থান সীমাৰেখাৰ পঞ্জাৱ ৰাজস্থান ছেক্টৰৰ কাঁটা বেৰৰ যদিহে ৩/৪ বছৰতে নিৰ্মাণকাৰ্য শেষ কৰিব পাৰিলে, অসম-বাংলাদেশৰ সীমান্ত আজিও কিয় উন্মুক্ত হৈ ৰ'ল, যাৰ ফলত দিনে-নিশাই হাজাৰে-বিজাৰে বাংলাদেশীৰ অনুপ্ৰৱেশ অসমত ঘটি আছে। এই কথা আজি ৰাজ্য চৰকাৰ বা কেন্দ্ৰীয় চৰকাৰে অস্বীকাৰ কৰিব পাৰিবনে? অসম চৰকাৰে ৰাজ্যৰ বিধান সভাত আৰু কেন্দ্ৰীয় চৰকাৰে লোক সভা আৰু ৰাজ্য সভাত চৰকাৰী প্ৰতিশ্ৰুতি দিয়াৰ পিছতো চৰকাৰী নিৰ্দেশনা পালন নকৰাৰ অৰ্থ কি? অসম চুক্তি ৰূপায়নৰ ক্ষেত্ৰত দিল্লীত অনুষ্ঠিত সদৌ অসম ছাত্ৰ সন্থাৰ সৈতে কৰা ত্ৰিপাক্ষিক আলোচনাত ভাৰতৰ প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙে অসমৰ মুখ্যমন্ত্ৰী তৰুণ গগৈৰ উপস্থিতিত দিয়া চৰকাৰী প্ৰতিশ্ৰুতি মূল্য ক'ত থাকিল? কথাবোৰ শুনি আমি লাজ পাইছো।

শেহতীয়াকৈ অবৈধ বাংলাদেশীৰ স্থিতি সম্পৰ্কে গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মাননীয় ন্যায়াধীশ বিপ্লৱ কুমাৰ শৰ্মাৰ ৰায়ৰ পিছত অনুপ্ৰৱেশৰ তথ্য আৰু বেছি স্পষ্ট হৈ পৰিল। ইয়াৰ পূৰ্বেও অসমৰ প্ৰাক্তন ৰাজ্যপাল তথা জন্মু-কাশ্মীৰৰ প্ৰাক্তন ৰাজ্যপাল এছ কে সিনহাই বাংলাদেশী নাগৰিকৰ ভয়াৱহ অনুপ্ৰৱেশ সম্পৰ্কে কেন্দ্ৰীয় চৰকাৰক দিয়া তথ্যভিত্তিক প্ৰতিবেদনখনক কিয় গা এৰা দি ৰাখিলে?

কেন্দ্ৰীয় চোৰাংচোৱা বিভাগে কেন্দ্ৰীয় গৃহ মন্ত্ৰালয়ক দাখিল কৰা ৰিপোর্ট জানো মিছা আছিল? ইয়াৰ পিছতো অসমত যুগ যুগ ধৰি বসবাস কৰি থকা খিলঞ্জীয়া অসমীয়া হিন্দু-মুছলমান সংখ্যাগুৰু লোকখিনিয়ে কি যুক্তিত সংখ্যালঘু হ'বলৈ যাব? বাংলাদেশীৰ অবাধ প্ৰব্ৰজনে থলুৱা খিলঞ্জীয়া লোকক আজি নিজ ভূমিতে সংখ্যালঘু কৰাৰ পথত। এই ক্ষেত্ৰত প্ৰতিটো ৰাজনৈতিক দলৰ একমাত্ৰ চিন্তা ভোটবেঙ্ক। ভোটবেঙ্কৰ মোহত পৰি অসমৰ একমাত্ৰ শক্তিশালী আঞ্চলিক দল অসম গণ পৰিষদেও সমস্যাটোৰ সমাধানত যোৱা ২৫ বছৰে গুৰুত্ব নিদিলে। এয়া সমগ্ৰ অসমবাসীৰ বাবেই গভীৰ চিন্তাৰ বিষয়। কংগ্ৰেছ দলে বিভাজন নীতিৰে ৰাজনীতি কৰি ভাল পায়, যাৰ বাবে বাংলাদেশী সমস্যাৰ সিংহভাগেই কংগ্ৰেছ দলৰ সৃষ্টি বুলি ক'ব পাৰি। আনহাতে সদ্যহতে গঠিত এ ইউ ডি এফ ৰাজনৈতিক দলটিৰ কাৰ্য্যক্ৰমণিকা লক্ষ্য কৰিলে দেখা যায়, অবৈধ বাংলাদেশী চিনাক্তকৰণ বা বহিস্কৰণৰ কথা উঠিলেই সজোৰে জাণ্ডুৰ খাই উঠি প্ৰশ্ন তোলে — 'বাংলাদেশী চিনাক্তকৰণৰ নামত প্ৰকৃত ভাৰতীয় লোকক হাৰাশাস্তি কৰা হৈছে। কোন সেই ভাৰতীয় লোক যদি ভাৰতীয় লোকেই হয়, ভয়ৰ কাৰণ কি? আমি এ ইউ ডি এফ তথা অসম ৰাজ্যিক জমিয়তৰ বিশিষ্ট নেতা বদৰুদ্দিন আজমল ডাঙৰীযাক সুধিব খোজো — তেওঁৰ দল বা সংগঠনে বাস্তৱ দৃষ্টিত আজিলৈকে অবৈধ বাংলাদেশীৰ চিনাক্তকৰণত কিদৰে সহায় কৰিছে? বা তাৰ তথ্য কিবা আছে নেকি? অবৈধ বাংলাদেশী হিন্দুও হ'ব পাৰে, মুছলমানো হ'ব পাৰে। যিযেই নহওঁক, ই কাৰো গ্ৰহণযোগ্য নহয়। চুক্তিমতেই বহিস্কাৰ হ'ব লাগে। আজি অসমত যুগ যুগ ধৰি শান্তিৰে বসবাস কৰি থকা, মোগলৰ দিনৰে পৰা থকা অসমীযা খিলঞ্জীযা মুছলমান সম্প্ৰদাযৰ ব্যক্তি-সংগঠনেও বাংলাদেশীৰ অনুপ্ৰৱেশৰ প্ৰতিবাদ সাব্যস্ত কৰি থিয দিছে। ইযাত কোনো সাম্প্ৰদাযিকতাৰ ভিত্তি নাই। আনহাতে সদৌ অসম সংখ্যালঘু ছাত্ৰ সন্থাৰ ভূমিকালৈ যদি লক্ষ্য কৰা যায়, প্ৰকৃততে বাংলাদেশী সমস্যা সমাধানৰ ক্ষেত্ৰত আন্তৰিকতা নাই। অনুপ্ৰৱেশকাৰীক পাকে-প্ৰকাৰে অসমত স্থাযী ৰূপত সংস্থাপিত কৰিব পাৰিলেই যেন সন্তুষ্ট। নহ'লেনো উচ্চতম ন্যাযালযে আই এম ডি টি আইনখন বাতিল কৰা কাৰ্যৰ বিৰোধিতা কিয় কৰিলে? গুৱাহাটী উচ্চ ন্যায়ালযৰ ৰাযক তাচ্ছিল্য কৰাৰ সাহস কোনে দিলে? এনেবোৰ বিষয়ত বিৰোধিতা কৰি আমছুৱে 'অসম বন্ধ' দিয়াৰ ফলতে ঠাই বিশেষে সংগঠনটোৰ সমৰ্থকে গাড়ী ভাঙিলে, থলুৱা জাতি-জনজাতিক হিংস্ৰ ৰূপত আক্ৰমণ কৰি, সাম্প্ৰদায়িক সংঘৰ্ষৰ সূত্ৰপাত কৰিলে। ৰৌতা, ওদালগুৰি আদিয়ে ইয়াৰ সাক্ষ্য দিয়ে। সাম্প্ৰদায়িক

মৌলবাদী শক্তিসমূহে এনে কাৰ্যত অৰিহণা যোগাই অবৈধ বিদেশী নাগৰিক সমস্যাটোকে অদৃশ্য কৰাৰ ষড়যন্ত্ৰ চলাইছে। এইবোৰ সংগঠনৰ উচটনিতে বাংলাদেশীয় সকলো প্ৰকাৰে ৰক্ষণাবেক্ষণ পাই আছে।

এনে এটা সন্ধিক্ষণত অসমৰ জাতীয় স্বাৰ্থত অসম চুক্তিৰ স্বাক্ষৰকাৰী হিচাপে মাত-মতাৰ অধিকাৰ সদৌ অসম ছাত্ৰ-সন্থাৰ আছে। অসম জাতীয়তাবাদী যুৱ-ছাত্ৰ পৰিষদেও জাতিৰ সংকট কালত হাতে-কামে লাগি নৈতিক দায়িত্ব পালন কৰিছে। সন্দেহজনক বিদেশী নাগৰিকক চিনাক্ত কৰি ব্যৱস্থা ল'বলৈ চৰকাৰৰ পুলিচ বাহিনীক গতাই দিলেই হাৰাশাস্তি কৰা হয় নেকি ? চৰকাৰে আছু-যুৱছাত্ৰ পৰিষদৰ সদস্যবৰ্গক গ্ৰেপ্তাৰ কৰি বাংলাদেশীক তৈলমৰ্দন কৰাতহে আজি লিপ্ত হৈ পৰিল। গতিকে চৰকাৰেই যদি ভাৰতৰ অখণ্ডতা আৰু সাৰ্বভৌমত্বৰ ওপৰত গুৰুত্ব নিদিয়া কাৰ্য কৰে, তেনেক্ষেত্ৰত থলুৱা খিলঞ্জীয়া জনগণেই নিজৰ ভৱিষ্যতৰ অস্তিত্বক সুৰক্ষিত কৰাৰ ব্যৱস্থা ল'ব লাগিব। অসমৰ সকলো থলুৱা খিলঞ্জীয়া জনগোষ্ঠীয়ে মাৰ বান্ধি অবৈধ বিদেশী নাগৰিকৰ বিৰুদ্ধে যুঁজ দিব লাগিব। তৰুণ গগৈৰ চৰকাৰে যদিহে ভোটৰ আশাত অবৈধ বিদেশীৰ সপক্ষে কাম কৰে, তেন্তে উক্ত চৰকাৰৰ বিৰুদ্ধেও গণ আন্দোলন তীব্ৰ কৰি তোলাৰ প্ৰয়োজন। মুঠতে অবৈধ বাংলাদেশীৰ সমস্যাটোৱে পুনৰ ৰাজ্যখনত যাতে সাম্প্ৰদায়িক সংঘৰ্ষৰ সূত্ৰপাত নঘটায় সেই দিশটোলৈহে প্ৰতিগৰাকী অসমযীযাই খুব সতৰ্কতাৰে চকু দিব লাগিব। কাৰণ ইতিমধ্যে কাশ্মীৰৰ দৰে অসমতো মুছলিম মৌলবাদী শক্তি আল কায়দা, হুজি, ছিমি, হৰকত আদিৰ উপৰি আই এছ আইৰ কাৰ্যকলাপে অসমত ৰক্তাক্ত কৰি তোলাৰ ষড়যন্ত্ৰৰ ব্লু-প্ৰিন্ট ৰচিছে। ইয়াক সৰ্বতোপ্ৰকাৰে প্ৰতিহত কৰাৰ সময় প্ৰতোকগৰাকী অসমীয়া হিন্দু-মুছলমান, খৃষ্টিয়ান তথা বড়ো, ৰাভা, মটক, মৰাণ, তিৱা, কোচ, ৰাজবংশী, মিচিং আদি সকলোৱে। এই দীৰ্ঘদিনীয়া সমস্যাটো যদিহে অচিৰে সমাধান নকৰে, ভাৰতৰ অখণ্ডতা ৰক্ষা কৰাটো টান হৈ পৰিব।

এই সম্পৰ্কত ভাৰতৰ প্ৰধানমন্ত্ৰী অসমৰ সাংসদ ড" মনমোহন সিং আৰু অসমৰ মুখ্যমন্ত্ৰী তৰুণ গগৈৰ পৰা আমাৰ কেইটামান প্ৰশ্নৰ উত্তৰ বিচাৰিছো। আশা কৰো কোনো ৰাজনীতি নকৰি ৰাজহুৱাকৈ উত্তৰ দিব।

অসমৰ থলুৱা জনগণক কাশ্মীৰৰ দৰে সাংবাদিক ৰক্ষাকবচ দিব নে নাই? অসমীয়াৰ দৰে ক্ষুদ্ৰ জাতিসত্তাক ৰাজনীতিৰ ষড়যন্ত্ৰৰে বিলুপ্তি ঘটোৱাৰ পৰিকল্পনা কেন্দ্ৰীয় চৰকাৰে কৰিছে নেকি ?

ৰাষ্ট্ৰীয় নাগৰিকপঞ্জী প্ৰস্তুতকৰণৰ চৰকাৰী প্ৰতিশ্ৰুতি সঁচা নে ভূৱা? যদিহে এইবেলি সঁচা হয়, নিৰ্দিষ্ট কম সময়সীমা বান্ধি দি, মডেলিটী ৰাজহুৱাভাৱে প্ৰকাশ কৰি চৰকাৰী ব্যৱস্থা লওক। নগালেণ্ড, অৰুণাচল প্ৰদেশক যদিহে ভাৰতৰ একোখন অঙ্গৰাজ্য হিচাপে গণ্য কৰে, আজি অসমৰ ক্ষেত্ৰতো একে প্ৰথাৰে 'ইনাৰ লাইন পাৰ্মিট'ৰ দৰে কঠোৰ ব্যৱস্থা অচিৰেই প্ৰৱৰ্তন কৰক। অসমৰ ভূমিনীতি সংশোধন কৰি মাটি-বাৰী বিক্ৰীৰ ক্ষেত্ৰত থলুৱা লোকৰ অধিকাৰ সুনিশ্চিত কৰি কেন্দ্ৰীয় চৰকাৰৰ স্পষ্ট নিৰ্দেশনা থাকিব লাগিব যাতে বাস্তৱ ক্ষেত্ৰত বহিস্কৰণ হয়। এই গোটেই সমস্যাটো এটা নিৰ্দ্ধাৰিত সময়-সীমা উল্লেখ কৰি সকলো ৰাজনৈতিক দলৰ চূড়ান্ত সিদ্ধান্তলৈ কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰে সমাধান কৰিব লাগে, কাৰণ সময় কাৰো বাবে ৰৈ নাথাকে। অসমৰ সাতামপুৰুষীয়া ঐক্য, সংস্কৃতিৰ যাতে ক্ষুদ্ৰ ৰাজনৈতিক আশা-আকাংক্ষাই নিঃশেষ কৰিব নোৱাৰে। সেই কথা প্ৰতিজন অসমপ্ৰেমীয়ে উপলব্ধি কৰিহে আগবঢ়া উচিত। আমাৰ আত্মমৰ্য্যদা অক্ষুণ্ণ ৰাখিহে বিদেশী নাগৰিক সমস্যা সমাধান কৰিব লাগিব।



কথা কোৱাৰ আগতে শুনি লবা, লিখাৰ আগতে আয় কৰিবা, সমালোচনা কৰাৰ আগতে অপেক্ষা কৰিবা, প্ৰাৰ্থনা কৰাৰ আগতে সকলোকে ক্ষমা কৰিবা, মৃত্যুৰ আগতে সমাজক যি পৰা দি যাবা।

— **উইলিয়াম আৰ্থাৰ ৱাৰ্ড**

# গুৱাহাটীৰ সমস্যা
# নতুন চৰকাৰৰ বাবে অগ্নিপৰীক্ষা

উত্তৰ-পূৰ্বাঞ্চলৰ একমাত্ৰ মহানগৰী গুৱাহাটী। গুৱাহাটীখন খুব কম দিনৰ ভিতৰতে যিদৰে অপৰিকল্পিতভাৱে সম্প্ৰসাৰিত হ'বলৈ ধৰিছে, ভাৰতবৰ্ষৰ হয়তো আন কোনো এখন ৰাজ্যতে এনে দ্ৰুত সম্প্ৰসাৰণৰ ছবি সহজে দেখা পোৱা নাযাব। অহা অক্টোবৰ মাহত ৰাষ্ট্ৰীয ক্ৰীড়া মহোৎসৱ গুৱাহাটীতে অনুষ্ঠিত হ'ব। দেশ-বিদেশৰ বহু হাজাৰ ক্ৰীড়াবিদ, সাংবাদিক, ভি আই পি, দেশী-বিদেশী লোকেৰে গুৱাহাটী ভৰি পৰিব। আলহীক সোধা-পোছা কৰাটো সমগ্ৰ অসমবাসীৰ দায়িত্ব যদিও মূলতঃ কিন্তু গুৱাহাটী মহানগৰীৰ নাগৰিক তথা অসম চৰকাৰখনৰ দাযিত্ব আৰু কৰ্তব্যহে সৰ্বাধিক হ'ব। এই কথাখিনি প্ৰত্যেকেই এতিযাৰ পৰা উপলব্ধি কৰা উচিত আৰু অসমৰ ঐতিহ্য তথা সন্মান অটুট ৰাখিবলৈ প্ৰত্যেকেই হাতে কামে লাগি গুৱাহাটী মহানগৰীক সুন্দৰ ৰূপত সজাই তুলিব লাগিব। অসমৰ নতুন চৰকাৰখনৰ হাতত প্ৰকৃততে সময খুব কম। আনহাতে, গুৱাহাটীৰ দৈনন্দিন সমস্যাও অধিক। গুৱাহাটীৰ মূল সমস্যাৰাজিৰ ভিতৰত আছে — খোৱাপানীৰ সমস্যা, বাট-পথ, নলা-নৰ্দমাৰ সমস্যা, বিদ্যুতৰ সমস্যা, জাবৰ-জোঁথৰৰ সমস্যা, পৰিবহনৰ সমস্যা, বস্তুৰ চৰা দাম আৰু ভালেমান সৰু-বৰ সমস্যা। আটাইবোৰ সমস্যাৰে হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী আঁচনিৰ দ্বাৰা সমাধান কৰি ৰাইজক সকাহ দিব লাগিব। কাৰণ গুৱাহাটীবাসীয়ে পৌৰ নিগম কৰ্তৃপক্ষক নিযমীয়াকৈ কৰ পৰিশোধ কৰিও ন্যন্যতম প্ৰাপ্য সুবিধাৰ পৰা বঞ্চিত হৈ আছে। ইযাৰে বেছিভাগেই মধ্য আৰু নিম্ন আয়ৰ বাসিন্দা। ধনী আৰু উচ্চ আয়ৰ একাংশ লোকে কৰফাঁকি দিয়াটোও কিন্তু লক্ষণীয় কথা। সেই দিশটো চৰকাৰে কঠোৰ হাতেৰে বন্ধ কৰিব লাগে। নতুন চৰকাৰখনত আমি এটা বাক্য লক্ষ্য কৰিছোঁ। — মুখ্যমন্ত্ৰী ডাঙৰীযাই ডেকা শক্তিৰ হাতত ভালেমান গুৰুদাযিত্ব অৰ্পণ কৰি ৰাজনৈতিক পৰীক্ষা-নিৰীক্ষা কৰাৰ হযতো প্ৰয়াস কৰিছে। তেওঁলোকে সময়ত কি কৰে তালৈ আমি সূক্ষ্ম

নজৰ ৰাখিম। দুৰ্নীতি নহ'লে ৰাইজে সন্তোষ পাব। আৰম্ভণিতে চৰকাৰৰ বিভিন্ন বিভাগীয় তৎপৰতা আৰু মন্ত্ৰীসকলৰ কাৰ্যক্ৰম যিদৰে হাতত লৈছে, অহা পাঁচটা বছৰ একে গতিৰে সক্ৰিয হৈ ৰাইজৰ আশা আকাংশা পূৰণ কৰিব পৰাটোহে চৰকাৰৰ বাবে যোগাত্মক দিশ হ'ব বুলি আমি ভাবোঁ। এইবেলি গুৱাহাটী মহানগৰীৰ সমস্যা সমাধানৰ দায়িত্ব আহি পৰিছে গুৱাহাটীৰে বাসিন্দা গুৱাহাটী উন্নযন বিভাগৰ যুৱমন্ত্ৰী হিমন্ত বিশ্ব শৰ্মাৰ ওপৰত। মন্ত্ৰীৰ দায়িত্ব লৈয়ে কিছু কিছু কামত অগ্ৰসৰ হোৱা পৰিলক্ষিত হৈছে। পৰিকল্পিত আঁচনিৰ সদ্ ইচ্ছা আৰু আন্তৰিকতাৰে কামবোৰ কৰিলে ৰাইজৰ অকুণ্ঠ সহায়-সহযোগ নিশ্চয পাব, তাত কোনো সন্দেহ নাই। গুৱাহাটীৰ ভুক্তভোগী নাগৰিক হিচাপে কেইটামান মূল সমস্যাৰ লগতে সৰু-সুৰা পৰামৰ্শৰ কথা দৃষ্টিগোচৰ কৰিব খুজিছোঁ।

গুৱাহাটী মহানগৰীৰ খালে-বামে, চুকে-কোণে আজি কেইবছৰমানৰ পৰা অভাৱনীয ৰূপত বহুমহলীযা বৃহৎ বৃহৎ অট্টালিকাৰ ফ্লেটবোৰ উঠিযে আছে, তাৰ কোনো লেখ-জোঁখ নাই। বহুতৰে ঘৰ সজাৰ অনুমতিও নাই, সেই তথ্য ওলাই পৰিছে চৰকাৰৰ শেহতীযা ঘোষণাত। ইতিমধ্যে হেনো ১৯২ টা সুউচ্চ ফ্লেট তালিকাভুক্ত হৈছে। চৰকাৰী মাটিৰ বেদখল চলিযে আছে। চৰকাৰৰ নিৰ্দেশত গুৱাহাটী মহানগৰ উন্নযন কৰ্তৃপক্ষই ইতিমধ্যে অবৈধ নিৰ্মাণকাৰ্য ধ্বংসৰ প্ৰক্ৰিয়া আৰম্ভ কৰাত অধিকাংশ সৎ আৰু নিষ্ঠাৱান লোকে আনন্দিত হৈছে, কাৰণ অন্যাযৰ বিৰুদ্ধে এযা ন্যাযৰ যুঁজ। কিন্তু এইখিনিতে এটা কথা সকীযাই থোৱা ভাল, বৰ্তমান চলি থকা ব্যৱস্থাৰ যাতে কোনোধৰণৰ ৰাজনৈতিক হস্তক্ষেপ বা অবৈধ ধৰণৰ গোপন টকা-পইচাৰ লেনদেনত 'শুভ কাম' এটা হঠাতে বন্ধ হৈ নপৰে। ৰাইজৰ আস্থা আৰু বিশ্বাসত যাতে ঘুণে নধৰে, তাকেই কামনা কৰিছোঁ। মহানগৰীত গঢ়ি উঠা ফ্লেটবোৰে বহু অঞ্চলত খোৱাপানীৰ হাহাকাৰৰ সৃষ্টি কৰিছে। একোটা ফ্লেটত ৪০/৫০ টা পৰিযালৰ ব্যৱস্থা থাকে, অৰ্থাৎ এখন সৰু গাঁও বা একোটা বৃহৎ চুবুৰি। ফ্লেটৰ পানীৰ ব্যৱস্থা কৰিবলৈ দ নলীনাদৰ (ডিপ টিউৱেল) দ্বাৰা অঞ্চলটোৰ পানীৰ লেযাৰৰ তলিত টানি লয, ফলস্বৰূপে কম দৰ নাদ বা টিউৱেলৰ পানী প্ৰাযভাগতে শুকাই যোৱা দেখা যায়। ইযাৰ সলনি প্ৰতিটো ফ্লেটৰ বাবে যদিহে বহল আকাৰৰ নাদ খান্দি মটৰ লগাই পানী তুলিলে সুফল পোৱা যায় বুলি অসমৰ প্ৰসিদ্ধ অভিজ্ঞ বিল্ডাৰ জগত বৰুৱাই আমাক কৈছিল। এযা সুচিন্তিত পৰামৰ্শ। চৰকাৰেও এনে নিৰ্দেশ দিব

পাৰে। প্ৰায়ভাগ ফ্লেটতে দেখা যায় যে পেলনীয়া জাবৰ-জোঁথৰ ৰখাৰ কোনো সু-ব্যৱস্থা কৰা নহয়, ফলত ৰাইজৰ জনস্বাস্থ্যৰ বাবে ক্ষতিকাৰক হৈ পৰে। এই দিশবোৰ চিন্তা কৰি চৰকাৰে উপযুক্ত ব্যৱস্থা লোৱা উচিত।

গুৱাহাটী মহানগৰীখন বিশাল ব্ৰহ্মপুত্ৰ নদীৰ পাৰত অৱস্থিত, অথচ গুৱাহাটীৰ প্ৰায় কুৰি লাখ দুৰ্ভগীয়া জনসাধাৰণে এটুপি খোৱাপানীৰ বাবে হাহাকাৰ কৰি দিন কটাইছে। সেই স্বাধীনতাৰ আগৰ পানী যোগান ব্যৱস্থা সাতপুখুৰীৰ আওপুৰণি মেচিনৰ দ্বাৰা আৰু পাণবজাৰৰ কম শক্তিসম্পন্ন মেচিনৰ দ্বাৰা পানী যোগোৱাত গুৱাহাটীৰ ৮০ ভাগ অঞ্চলৰ লোকেই খোৱাপানী ভালদৰে নাপায়। বিশেষকৈ পুৰণি গুৱাহাটী উজানবজাৰ, যোৰপুখুৰী, আমবাৰী, চেনিকুঠী, শিলপুখুৰী, হেদায়েৎপুৰ, কম্বাচল, নৱগ্ৰহ, নিজৰাপাৰ, গান্ধীবস্তি আদিৰ জনসাধাৰণে আজিও পৌৰ নিগমৰ টেপৰ পানী বছৰজুৰি নোপোৱাকৈ আছে, কিন্তু নিগম কৰ্তৃপক্ষই কৰদাতাৰ পৰা 'পানীকৰ' নোলোৱাকৈ আছে জানো? জনসংখ্যা বৃদ্ধিৰ লগে লগে টেপৰ কানেক্‌ছনো বৃদ্ধি হৈছে অথচ আঢ়ৈ-তিনি ইঞ্চি ব্যাসাৰ্ধৰ পাইপ সলনি কৰি দহ-বাৰ ইঞ্চি কৰা নাই। গতিকে জনগণে পানী ক'ৰ পৰা পাব। পৌৰ নিগমৰ পানী যোগানৰ মুখ্য অভিযন্তাক আপত্তি দৰ্শালে এটাই কথা — আমি কি কৰিম? চৰকাৰৰ ওচৰত আঁচনি দাখিল কৰা হৈছে। চৰকাৰে নকৰিলে আমাৰ উপায় নাই।' একেবাৰে সহজ উত্তৰ। আমাৰো প্ৰশ্ন চৰকাৰ মানে অকল মন্ত্ৰী নেকি? কাক ক'ম কোনে কৰিব, ছেগতে আৰু এটা কথা কৈ থওঁ। এতিয়া গুৱাহাটীত অসংখ্য ছাত্ৰ-ছাত্ৰী, চাকৰিয়ালৰ ব্যক্তিগত হোষ্টেল ব্যৱসায়িক ভিত্তিত গঢ় লৈ উঠিছে। প্ৰায় প্ৰতিটো অঞ্চলতে পাইপৰ পৰা 'মটৰ' লগাই ভদ্ৰলোকসকলে পানী চোৰ কৰে ফলত প্ৰকৃত কৰদাতাই পানী নাপায়। যেতিয়া অঞ্চলটোত বিজুলি নাথাকে তেতিয়া পানী কিছু আহে অন্যথা পানীৰ হাহাকাৰ। বহু ঠাইত এনে চুৰি কাৰ্য্য কৰা ধৰা পৰি মটৰ বাজেযাপ্ত কৰা হৈছে যদিও কৰ্তৃপক্ষই কঠোৰ ব্যৱস্থা লোৱা আমি দেখা নাই। নতুন চৰকাৰৰ নতুন মন্ত্ৰীয়ে তৎকালীন কঠোৰ ব্যৱস্থা ল'লে দুৰ্ভগীয়া ৰাইজে সকাহ পাব।

গুৱাহাটী মহানগৰীত বাট-পথৰ উন্নয়ন একেবাৰে হোৱা নাই বুলি আমি নকওঁ। কিছু কিছু ঠাইত খৰতকীয়া ব্যৱস্থাৰে হৈছে। কিন্তু কিছুমানত হোৱা নাই বা লেহেমে গতিত হৈছে। য'ত মন্ত্ৰী, বিধায়ক, ভঙা মন্ত্ৰী, ভি আই পি বা চৰকাৰৰ দলীয় শক্তিশালী ব্যক্তি-কৰ্মী থাকে, সেই অঞ্চলৰ কথা সুকীয়া। তাত কিছু চকুত লগাকৈ

ব্যতিক্ৰম দেখা যায়। আমি বিচাৰিছোঁ, সৰ্বসাধাৰণ জনসাধাৰণ, খাটিখোৱা দুখীয়া লোকৰ উন্নয়ন। যিসকলে ৰাস্তাৰে খোজ কাঢ়ে, বাকীসকলে দামী গাড়ীত চলা ফুৰা কৰে হেতুকে হয়তো অনুভৱ কমকৈ কৰে। গড়কাপ্তানি বিভাগৰ কোনোবা দুই নম্বৰী ঠিকাদাৰ বা দুৰ্নীতিপৰায়ণ মহাপ্ৰতাপী অৱসৰপ্ৰাপ্ত অভিযন্তাৰ কাৰ্যকলাপে ৰাজ্যখনৰ বাট-পথৰ ক্ষিপ্ৰ উন্নয়ন আমি আশা কৰিব পাৰিমনে ? এই দিশত চৰকাৰ সতৰ্ক হোৱা উচিত। অসমৰ উন্নযনৰ ক্ষেত্ৰ বিশ্ব বেংক, কেন্দ্ৰীয় চৰকাৰ আৰু ভালেমান আন্তঃৰাষ্ট্ৰীয় বিত্তীয় সংস্থাৰ পৰা পৰ্যাপ্ত পৰিমাণৰ অৰ্থ সাহায্য ৰাজ্যখনলৈ আহে, কিন্তু সঠিক ৰূপত খৰচ হয নে নহয় যথেষ্ট সন্দেহৰ অৱকাশ আছে। এইক্ষেত্ৰত মহাগাণনিক কাৰ্যালয়ৰ 'অডিট ৰিপ'ৰ্ট চালেই প্ৰমাণ পোৱা যায। সেয়েহে নতুন বিধানসভাৰ অধিক দায়িত্বশীল কমিটি 'পাব্লিক একাউন্টছ কমিটি'ৰ দাযিত্ব আৰু কৰ্তব্যৰ ওপৰত অসমৰ জনসাধৰণে গভীৰ আস্থা আৰু বিশ্বাসেৰে অপেক্ষা কৰে, যাতে চৰকাৰৰ ধন কোনো প্ৰতাৰক বিষযা-কৰ্মীয়ে আত্মসাৎ কৰি শাস্তি নোপোৱাকৈ সাৰি যাব নোৱাৰে। লাখ লাখ, কোটি কোটি টকা খৰচ কৰি গুৱাহাটীৰ কিছুমান প্ৰধান ৰাস্তা মেৰামতি আৰু পকী কৰা হয। কিন্তু দেখা যায যে পৌৰ নিগমে পানীৰ কানেক্ছন দিওঁতে ভাল ৰাস্তাবোৰ খান্দি-ভাঙি নষ্ট কৰি তেনেকৈ এৰি যায। একেদৰে টেলিকম বিভাগেও 'কেব্‌ল' বহুওৱাৰ নামত ৰাস্তাবোৰ নষ্ট কৰি পিছত মেৰামতি নকৰে। এতিযা দেখা গৈছে যে ব্যক্তিগত ব্যৱসাযিক প্ৰতিষ্ঠানেও প্ৰায় বৃহৎ আকাৰৰ তোৰণবোৰ সাজি ৰাস্তাত গাঁত কৰি থয, শেষত ৰাস্তাবোৰ ভাঙি-ছিঙি যাবলৈ ধৰে। চৰকাৰৰ গডকাপ্টানি বিভাগ, পৌৰ প্ৰশাসন কৰ্তৃপক্ষ আৰু টেলিকম বিভাগৰ দাযিত্ব সম্পৰ্কে কাৰো লগত কোনোধৰণৰ 'সমন্বযৰক্ষী গোট' আজিলৈকে আমি দেখা নাই। চৰকাৰে এটা বিহিত ব্যৱস্থা লৈ সমগ্ৰ প্ৰক্ৰিযাটোকে নিযন্ত্ৰিত কৰিব লাগিব বুলি আমি অনুভৱ কৰিছোঁ। গুৱাহাটীৰ ৰাস্তাত অত্যাধিক যানজঁটৰ প্ৰতি লক্ষ্য ৰাখি অতি সোনকালে পদযাত্ৰীৰ সুবিধাৰ্থে শিলপুখুৰী, চানমাৰি, শুক্ৰেশ্বৰ, ফাঁচিবজাৰ পল্টন বজাৰ, কাছাৰী, বামুণীমৈদান, নুনমাটি আৰু কিছুমান ঠাইত 'ফুটব্ৰীজ' সজাৰ অতিকৈ প্ৰযোজন হৈছে।

গুবাহাটী মহানগৰীত পৰিবহণ ব্যৱস্থা অতি শোচনীয বুলিব পাৰি। চৰকাৰী চিটিবাছসেৱা নাই বুলিয়েই হ'ব। বেচৰকাৰী চিটিবাছসেৱাৰ বাছবোৰ আওপুৰণি। যাত্ৰীৰ বাবে একেবাৰে অনুপযুক্ত। বহা ছীটবোৰ ভগা-ছিগা। যাত্ৰী পাণ জপাদি কটিযাই। কণ্ডাক্টৰে ভাৰা লৈ টিকট নিদিযে। কণ্ডাক্টৰৰ অভদ্ৰ আচৰণ, নিশা ৮/৯ বজাত ড্ৰাইভাৰ-কণ্ডাক্টৰৰ মৰ্জিত বাছসেৱা মহানগৰীত বন্ধ কৰে, দূৰণিবটীয়া

যাত্ৰীৰ ভীষণ আহুকাল হৈ পৰে। সেয়েহে ভাৰতৰ অন্যান্য প্ৰধান মহানগৰীৰ দৰে নিশা ১১/১২ বজালৈ চৰকাৰী চিটিবাছসেৱা প্ৰৱৰ্তন কৰিব লাগে। অ'টোৰিক্সাত মিটাৰ লগোৱাটো বাধ্যতামূলক কৰিব লাগে। ট্ৰেকাৰ ছাৰ্ভিচত বেছি যাত্ৰী কঢ়িওৱাটো বন্ধ কৰিব লাগে। সকলোধৰণৰ পৰিবহন সেৱা আধুনিকীকৰণ আৰু উন্নয়ন কৰাৰ ক্ষেত্ৰত চৰকাৰে 'ম'বাইল পৰিদৰ্শন'ৰ ব্যৱস্থা কৰিলে হয়তো সুফল পোৱা যাব — এনে ব্যৱস্থা আন ৰাজ্যত আছে। গুৱাহাটী মহানগৰী তথা সমগ্ৰ অসমৰ বিদ্যুতৰ যোগান ব্যৱস্থা একেবাৰে শোচনীয়। চৰকাৰে লাজ পোৱা উচিত। অকল দিছপুৰ কমপ্লেক্সৰ ভাগ্যৱান ব্যক্তিসকলে ২৪ ঘন্টা লাইট-পানী পালেই নহ'ব। দিনটোত ১৫/২০ বাৰ লোডছেডিং। উদ্যোগ-প্ৰতিষ্ঠান, ছাত্ৰ-ছাত্ৰীৰ পঢ়া-শুনা, পৰীক্ষাৰ কথা আৰু সৰ্বসাধাৰণ লোকৰ দৈনন্দিন জীৱনৰ চিন্তা-চৰ্চাৰ কথা চৰকাৰে পাহৰি পেলাইছে। বিদ্যুৎ বিভাগৰ মইমতালি দেখি যদিহে ৰাইজ অতিষ্ঠ হৈ পৰে, কেতিযাবা সাংঘাতিক ঘটনাও ঘটি যাব পাৰে। এই কথাও চৰকাৰে পলম নকৰি অনুধাৱন কৰক। ৰাইজৰ নূন্যতম মৰ্যাদাক উপলুঙা কৰাটোও অপৰাধৰ শাৰীত পৰে। গুৱাহাটী মহানগৰীক পৰিস্কাৰকৈ ৰাখিবলৈ হ'লে ৰাইজো সচেতন হ'ব লাগিব। ৰাস্তাৰ কাষৰ জাৱৰ-জোঁথৰ নিয়মিতভাৱে পৰিস্কাৰ কৰাৰ লগতে প্লাষ্টিক বেগৰ প্ৰচলন সম্পূৰ্ণ আইনগতভাৱে বন্ধ হ'ব লাগিব। তেতিয়াহে প্ৰদূষণ মুক্ত হ'ব। মুকলি ঠাই আৰু খেলপথাৰৰ যে খুব প্ৰয়োজন প্ৰতিগৰাকী সচেতন নাগৰিকেই আজি বুজি পাইছে। নাগৰিকৰ বহুদিনীয়া অভাৱ পূৰণ কৰি, ব্যক্তিগত বজাৰবোৰ বন্ধ কৰি আধুনিক সা-সুবিধাৰে শিলপুখুৰীকে আদি কৰি কমেও সমগ্ৰ গুৱাহাটীত চৰকাৰে বজাৰ স্থাপন কৰক বৰ্তমান চৰকাৰৰ ওচৰত এয়ে আমাৰ পৰামৰ্শ।



> শিক্ষক সকল জন্মদাতা পিতৃমাতৃতকৈয়ো শ্ৰদ্ধাৰ পাত্ৰ। কাৰণ পিতৃ-মাতৃয়ে সন্তানক জন্মহে দিয়ে জীৱন যাত্ৰাৰ প্ৰণালী শিক্ষকেহে নিৰূপন কৰে।
>
> — **এৰিষ্টটেল**

# আই এম ডি টি আইনখনে সমন্বয়ক আঘাত কৰিছে

অসমৰ পৰিস্থিতি দিনে-দিনে ভয়াৱহ হৈ আহিছে। কাৰণসমূহ ব্যাখ্যা কৰিও যেন সঠিক উত্তৰ পোৱা নেযায়। সামাজিক, অৰ্থনৈতিক দিশৰ প্ৰতিটো ক্ষেত্ৰতে চাৰিওপিনৰ পৰা আক্ৰমণ প্ৰতি আক্ৰমণ আহি পৰিছে। এনে সন্ধিক্ষণত জনগণৰ সুষ্ঠ, সুস্থিৰ, চিন্তা আৰু সচেতনতাইহে শান্তিৰ পৰিৱেশ সৃষ্টিত অৰিহণা যোগাব পৰা যায়। বৰ্তমান ক্ষমতা কেন্দ্ৰিক ৰাজনীতিয়ে সমাজত ভিন ভিন মেৰু বিভাজন ঘটাই জটিল সমস্যাৰ সৃষ্টি কৰিছে যিটো সহজ-সৰল লোক, কৃষিজীৰি, বণুৱা, শ্ৰমিক শ্ৰেণীলোকে বুজি নাপায়। এচাম স্বাৰ্থপৰ লোকৰ পৰিকল্পিত ষডযন্ত্ৰই ঐক্য সংহতিত আঘাত হানি লব খোজা ব্যৱস্থাবোৰক যুক্তি আৰু সহনশীলতাৰে প্ৰতিৰোধ কৰিব লাগিব। সংঘৰ্ষৰ মাজেৰে নহয়। অসমৰ সমস্যাৰ লেখ-জোখ নাই। এটাৰ সমাধান সূত্ৰ বিচৰাতে আন এটা আহি পৰে। এক ঐতিহাসিক আন্দোলনৰ মাজেৰে অবৈধ বিদেশী নাগৰিকৰ অনুপ্ৰৱেশ সমস্যাৰ সমাধান কৰিবলৈ কেন্দ্ৰীয় চৰকাৰে অসম চুক্তি ৰূপায়ণ কৰিলে কিন্তু আজি ১৭ বছৰে প্ৰকৃতাৰ্থত অসমবাসীক প্ৰতাৰণা কৰি চুক্তিখনকে গাপ দি ৰাখিলে। ফলত অসমীয়া লোকৰ সাংবিধানিক অধিকাৰ আৰু অস্তিত্বৰ প্ৰতি প্ৰত্যাহ্বান আহি পৰিছে। বৰ্তমান ভাৰতীয় বৈধ নাগৰিক অৰ্থাৎ অসমীয়া জাতিৰ লোকক ৰক্ষা কবচ কোনে দিব? অসম চুক্তিৰ ৬ নং দফা কাৰ বাবে? এই প্ৰশ্নৰ উত্তৰ আজি কেন্দ্ৰীয় চৰকাৰে নিদিয়ে আনহাতে অসমৰ কংগ্ৰেছ দলৰ চৰকাৰেও কোনো দিনে নিদেয়ে। অসমৰ খিলঞ্জীয়া জনগণক মাধমাৰ শোধাবলৈ ১৯৮৩ চনতে জাপি দিয়া বিতৰ্কিত আই এম ডি টি আইনখন বাতিলৰ প্ৰশ্নত, কংগ্ৰেছ দল আৰু আন্দোলনৰ সময়ত জন্ম লাভ কৰা কিছু সংখ্যালঘু সংগঠনে জাণ্ডুৰ খাই উঠে। আইনখন সংখ্যালঘু সম্প্ৰদাযৰ ৰক্ষা কবচ, কি অৰ্থত কৰে বুজা টান। আই এম ডি টি আইনখন নথকা অৱস্থাত ভাৰতৰ অন্যান্য ৰাজ্যত বসবাস কৰা মুছলমান লোক আৰু অসমৰ মুছলমান সম্প্ৰদায়ৰ কোনো ক্ষেত্ৰতে নিৰাপত্তাৰ অভাৱ হোৱা নাছিল। আনকি হিন্দু সম্প্ৰদায়ৰ লোকেও কোনো দিন ভাবুকিৰ সৃষ্টি কৰা নাই। এনে ক্ষেত্ৰত অকল অসমৰ বাবে উক্ত

আইনখন বলবৎ কৰি ভাৰতৰ কোনো এটা অংশতে ইয়াৰ প্ৰয়োগ নকৰাত, দেখা দেখি এক চূড়ান্ত বৈষম্যমূলক কাৰ্য হোৱা বুলি চৰকাৰে স্বীকাৰ কৰিবই লাগিব।

সৰলভাবে চাবলৈ গ'লে আইনখন কেৱল অসমত অবৈধভাবে অনুপ্ৰৱেশ কৰা বাংলাদেশী হিন্দু আৰু মুছলমান নাগৰিকৰ বাবেহে ৰক্ষা কবচ বুলি ধৰিছে। এয়া এক সাম্প্ৰদায়িক চিন্তাধাৰাৰ মাথোন কৌশল। বিদেশী নাগৰিকৰ সংঘাত হিন্দু বা মুছলমান বুলি বিতৰ্ক হোৱা উচিত নহয়। ভাষা, ধৰ্ম বা সম্প্ৰদায়কলৈ বিদেশী নাগৰিকৰ চিনাক্তকৰণ কৰাৰ দৃষ্টান্ত হয়তো সমগ্ৰ পৃথিৱীতে নোলাব। আন নালাগে বাংলাদেশ বা পাকিস্থানেও এনে নীতি গ্ৰহণ কৰিব নে? এটা বৃহৎ আন্দোলনৰ পিছত সকলো পক্ষই মানি লৈছে যে ১৯৭১ চনৰ ২৫ মাৰ্চ তাৰিখৰ পিছত অহা সকলো অবৈধ বিদেশী নাগৰিকক ভাৰতৰ পৰা বহিস্কাৰ কৰিব লাগিব তাৰ কোনো বিকল্প নাই"। ১৯৭১ চনৰ আগৰখিনিক নীতিগত ভাবেই মানি লোৱাৰ পিছত চৰকাৰেই আকৌ কি যুক্তিত নাগৰিকত্ব আইন সংশোধনৰ জৰিয়তে ১৯৮৬ চনলৈ অহা বিদেশী নাগৰিকৰ সতি-সন্ততিসকলকো ভোটাধিকাৰ দিয়া কাৰ্য হৈছে; আন এক ষডযন্ত্ৰমূলক পন্থা। অসমক সকলো ক্ষেত্ৰতে পৰীক্ষাগাৰ হিচাপে লৈ দেশৰ নিৰাপত্তাক আওঁকাণ কৰা কাৰ্য দেশবাসীৰ বাবেই এদিন বিপদজনক হৈ পৰিব। কেন্দ্ৰীয় চৰকাৰে অকল কাশ্মীৰক সৰ্বান্তকৰণে গুৰুত্ব দি অসমক অৱহেলা কৰাৰ পৰিণাম ভুগিব লাগিব। যুগ যুগ শান্তিৰে বসবাস কৰি অহা অসমৰ খিলঞ্জীয়া হিন্দু-মুছলমান, খৃষ্টীযান লোকৰ পৰিচয় হ'ল 'অসমীয়া'। আন আন ৰাজ্যৰ দৰে ধৰ্মৰ ভিত্তিত চলা সাম্প্ৰদাযিক সংঘৰ্ষ অসমৰ ক্ষেত্ৰত তেনেদৰে হোৱা উদাহৰণ নাই। বৰ্তমান পৰিস্থিতিত ই এক শুভ লক্ষণ। ৰাজনীতিৰ পাক চক্ৰত পৰি যাতে মানুহৰ মনবোৰ ভাঙি নাযায়, সেই দিশটো সকলো 'সম্প্ৰদায'ৰ লোকেই উপলব্ধি কৰিব লাগিব। সংখ্যাগুৰু, সংখ্যালঘু সকলোৰে দাযিত্ব সমান বুলি আমি ভাবো। তেনেলোকে পৰ্বত, ভৈয়াম, বননি বা চৰ অঞ্চলতেই বসবাস নকৰক কিয়। মুঠতে বিদেশী নাগৰিকৰ জটিল সমস্যাটো অচিৰে সমাধান হ'লে সকলোৰে বাবে মংগল। শান্তি সকলোৰে বাবে প্ৰযোজন আৰু কাম্য।

১৯৪৬ চনৰ নাগৰিক আইনখন যিহেতু সমগ্ৰ দেশৰ বাবেই প্ৰযোজ্য সেই ক্ষেত্ৰত সংখ্যালঘু সম্প্ৰদাযৰ বাবে ৰক্ষা কবচৰ আৱশ্যক হলে উক্ত আইনত সংশোধনীৰ মাজেৰে অধিক নিকা কৰিব লব লাগে। আনহাতে স্বদেশী, বিদেশীৰ তালিকা বিচাৰি প্ৰশাসন যন্ত্ৰই হাবাথুৰি খোৱাতকৈ ৰাষ্ট্ৰীয় নাগিৰক পঞ্জী প্ৰস্তুত কৰি সমস্যাটোৰ স্থায়ী সমাধান কৰি লোৱা উচিত। ১৯৫১ চনৰ নাগৰিক পঞ্জীক

আধাৰ হিচাপে লৈ ১৯৭১ লৈ সাঙুৰি ললেই ভাবো সমস্যাৰ সমাধান ওলাই পৰিব। এই ক্ষেত্ৰত নিশ্চয় কোনো পক্ষৰে আপত্তি নাথাকিব আই এম ডি টি আইনখন কিয় বাতিল হ'ব লাগে এই সম্পৰ্কে এক যুক্তিসংগত নিৰপেক্ষ প্ৰতিবেদন অসমৰ প্ৰাক্তন ৰাজ্যপাল জেনেৰেল এছ, কে, সিনহাদেৱে ভাৰতৰ মাননীয় ৰাষ্ট্ৰপতিৰ হাতত ইতিমধ্যে অৰ্পণ কৰিছে, এই কথাৰো নিশ্চয় গুৰুত্ব আছে যিহেতু ৰাজ্যপাল গৰাকী এখন ৰাজ্যৰ সাংবিধানিক মুৰব্বী।

আন এটা দিশত আই এম ডি টি আইনখন বাতিলৰ ক্ষেত্ৰত ভাৰতৰ উচ্চতম ন্যায়ালয়ত গোচৰ ৰুজু হৈ আছে। গতিকে ন্যালায়ৰ দ্বাৰা বিবেচিত হৈ বাতিল হ'লে সকলো পক্ষৰ বাবেই এক সুবিধাজনক স্থিতি আহি পৰে। যদিহে বিচাৰত অযথা পলম হয় তেন্তে কেন্দ্ৰীয চৰকাৰে সংসদীয প্ৰথাৰেই অতি সোনকালে যুটীয়া সাংসদ আহ্বান কৰি হলেও পোটা আইনৰ দৰে আই এম ডি টি আইনখনো তুলি দিয়াৰ ব্যৱস্থা কৰিব লাগে, এন ডি এ চৰকাৰৰ অন্যান্য অংশীদাৰ গোট সমূহেও মৰ্য্যদাৰ প্ৰশ্ন মনলৈ নানি, ৰাষ্ট্ৰীয নিৰাপত্তাৰ কথা বিবেচনা কৰিহে বিতৰ্কিত আইনখন বাতিল কৰা উচিত।

অন্যথা অসমৰ জনগণক পৰিকল্পিত ৰূপত ভাৰতৰ শাসক গোষ্ঠীযে আকৌ এবাৰ উপেক্ষা কৰা হ'ব, সেইটো যাতে নহয় তাকেই আমি অন্তঃকৰণে আশা কৰিছো, কাৰণ স্বৰ্গীয গোপীনাথ বৰদলৈদেৱে এসময়ত গ্ৰুপিঙৰ পৰা অসমক ৰক্ষা কৰাৰ পিছত পুনৰ অসমবাসীযে আজি এক সমস্যাত উপনীত হৈছে। এই সন্ধিক্ষণত দ্বিতীয়গৰাকী বৰদলৈ ওলাবনে?



> জীৱনত ধন ঘটাটোৱেই একমাত্ৰ কাম্য হ'ব নোৱাৰে, মানুহ হৈ জীয়াই থাকিব পৰটোৱে আচল কথা নিজ চিন্তাত থকাতকৈ আনৰ বাবে কিমান কৰিব পাৰি তাৰ চিন্তাহে কৰিব লাগে।
>
> **— সৰ্বপল্লী ৰাধাকৃষ্ণণ**

# আই এম ডি টি আইন বাতিল হ'ল
# প্ৰকৃত সমস্যা সমাধান হ'বনে?

বিতৰ্কিত আই এম ডি টি আইনখন বাতিল হোৱাত সামগ্ৰিকভাৱে অসমৰ অধিকাংশ লোকেই আজি আনন্দ প্ৰকাশ কৰিছে। দুই-এটা সংগঠনে আকৌ সিদ্ধান্তৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰিছে। এনেধৰণৰ কৰ্মকাণ্ডই কোনো লোকৰ উপকাৰ সাধিব নোৱাৰে বৰং ভৱিষ্যতৰ বাবে তেওঁলোকৰ অপকাৰ হোৱাৰহে সম্ভাৱনা থাকে। বিতৰ্কিত কথাবোৰত আৱেগিক দৃষ্টিভংগী পৰিহাৰ কৰা উচিত। সদায় যুক্তিসহকাৰে বিশ্লেষণ কৰিব, বুজিব পাৰিলেহে সমস্যা সমাধানৰ পথ মুকলি হয়। আইনখন বাতিল হোৱাৰ পিচত সকলোপক্ষই সহনশীল মনোবৃত্তিৰে অবৈধ বিদেশী নাগৰিকৰ সমস্যা সমাধান কৰাত আৰু অসমৰ সামগ্ৰিক উন্নয়নৰ কথা চিন্তা-চৰ্চা কৰা উচিত।

আই এম ডি টি আইন বাতিল একেদিনাই হোৱা নাই। দেশৰ সৰ্বোচ্চ উচ্চতম ন্যায়ালয়ত মুখ্য ন্যায়াধীশৰ লগতে আন দুগৰাকী জ্যেষ্ঠ অভিজ্ঞ ন্যায়াধীশৰ খণ্ড আদালতত যোৱা পাঁচ বছৰ ধৰি আইনৰ যুদ্ধখন চলিছিল। অসম আন্দোলনৰ পৰিসমাপ্তি ঘটাই অসম চুক্তি স্বাক্ষৰিত কৰালৈকে কেন্দ্ৰীয় চৰকাৰৰ সৈতে আছু আৰু গণসংগ্ৰাম পৰিষদৰ সৈতেও মুঠ ২৭ লানি আলোচনা হৈছিল। ঠিক তেনেদৰে তাৎপৰ্য্যপূৰ্ণ কথা যে আই এম ডি টিৰ ক্ষেত্ৰতো ২৭ টা শুনানিৰ পিচতহে বৈষম্যমূলক আইনখন বাতিলৰ বাবে ৰায় প্ৰদান কৰা হয়। বহুতো পৰীক্ষা-নিৰীক্ষা কৰাৰ অন্তত দিয়া ১১৪ পৃষ্ঠাৰ ৰায় তথা সিদ্ধান্তটো নিশ্চয় কোনো প্ৰকাৰে ভুল হ'ব নোৱাৰে। আনহাতে এখন ন্যায় যুদ্ধত অৱতীৰ্ণ হোৱা এসময়ৰ প্ৰাক্তন ছাত্ৰ নেতা, বৰ্তমানৰ সাংসদ সৰ্বানন্দ সোনোৱালকে বিজয় গৌৰৱ কঢ়িয়াই অনাৰ বাবে আমি আন্তৰিক অভিনন্দন জনালো। কিছুমান ৰাজনৈতিক দল আৰু সুবিধাবাদী ব্যক্তিয়ে আইনখনক লৈয়ে সাম্প্ৰদায়িক ভোটৰ ৰাজনীতি কৰি অসমৰ সমাজ জীৱনত এক অস্থিৰ বাতাৱৰণ সৃষ্টি কৰিছিল। অসমৰ সাতামপুৰুষীয়া সমন্বয়ৰ ক্ষেত্ৰত বিষবাষ্প বিয়পাই দিছিল। এই আইনখনৰ অবিহনে অসমৰ ৰাজনৈতিক

পটভূমিত কিছু পৰিবৰ্তন আহিব বুলি আমাৰ ধাৰণা হয়। আই এম ডি টি আইনখনে প্ৰকৃততে অবৈধ বিদেশী নাগৰিকক ৰক্ষণাবেক্ষণ দি বৈধতা প্ৰদান কৰাৰ এক গোপন সুদূৰপ্ৰসাৰী পৰিকল্পনাৰ সূত্ৰ বহন কৰিছিল। আনহাতে অসমৰ ভূমিপুত্ৰ খিলঞ্জীয়া অসমীয়াসকলক নিজ ৰাজ্যতে ত্ৰিপুৰাবাসীৰ দৰে সংখ্যালঘুত পৰিণত কৰাৰ আঁচনি চলি আছে। এতিয়া আইনখন উঠি যোৱাৰ লগে লগে এক সতৰ্কতা অৱলম্বন কৰাৰ প্ৰয়োজন হ'ব যাতে কোনো বৈধ ভাৰতীয় নাগৰিকৰ ওপৰত অনাহকত হাৰাশাস্তি হ'ব নোৱাৰে তেওঁলোক লাগিলে সংখ্যালঘু বা সংখ্যাগুৰু হিন্দু, মুছলমান, খৃষ্টিয়ান, জৈন, বুদ্ধ যি সম্প্ৰদায়ৰে নহওঁক কিয়, তেওঁলোকে স্বীকৃতি পাব ভাৰতীয় হিচাপে। এই দিশটোৰ পিনে চৰকাৰ আৰু ৰাইজে সতৰ্ক দৃষ্টি ৰখাৰ প্ৰয়োজন আছে। কাৰণ বহু সময়ত দেখা যায় কিছুমান সুবিধাবাদী লোক, উদ্দেশ্যপ্ৰণোদিতভাৱে দল বা সংগঠন আৰু চৰকাৰী প্ৰশাসনৰ চতুৰ ব্যক্তিয়েও বৰ কৌশলগতভাৱে সাম্প্ৰদায়িক সংঘৰ্ষ লগোৱাৰ উদ্দেশ্যত ভাৰতীয় বৈধ নাগৰিককো অবৈধ হিচাপে চিনাক্ত কৰি সন্দেহৰ বীজ ৰোপণ কৰে। সকলো সময়তে নিৰ্বাচনী প্ৰক্ৰিয়াত এনেধৰণৰ গোলমালবোৰ দেখা যায। এনে কামত লিপ্ত হোৱা দোষী ব্যক্তিক চিনাক্ত কৰি চৰকাৰীভাৱে কঠোৰ শাস্তি দিযাৰ ব্যৱস্থা কৰা উচিত। এনেবোৰ হক কথাত বৈধ নাগৰিকে সহায়-সহযোগ কৰিলে বহু সমস্যাৰ সমাধান হ'ব পাৰে। এই মূল কথাবোৰ অনুধাৱন কৰি সমূহ বৈধ সংখ্যালঘু লোকে কোনো ধৰণৰ ভয়, শংকা মনলৈ অনা উচিত নহয। তাৰ পৰিবৰ্তে অসম চুক্তিখন যিহেতু সকলো পক্ষই মানি লৈছে তাৰ ভিত্তিতেই ১৯৭১ চনৰ ২৫ মাৰ্চৰ পিচত যিমান সংখ্যক অবৈধ বাংলাদেশী নাগৰিকে অসমলৈ চোৰাংকৈ অনুপ্ৰৱেশ কৰি আজি অসমত জটিল সমস্যাৰ সৃষ্টি কৰিছে, সেই আটাইখিনিকে ভাষা, ধৰ্ম নিৰ্বিশেষে আইনসন্মতভাৱে অসমৰ পৰা বাহিৰ কৰিব লাগে। এই কাৰ্য্যত বৈধ সংখ্যালঘু সম্প্ৰদাযৰ সকলো গোষ্ঠীযে পৰ্বত-ভৈয়ামৰ সমূহ খিলঞ্জীযা জনগণৰ লগত আন্তৰিকতাৰে সহযোগ কৰি বিদেশীমুক্ত 'অসম গঢ়া'ত দেশপ্ৰেমৰ উদাহৰণ দাঙি ধৰা উচিত। চৰকাৰেও দলীয ভোটবেংকৰ কথা পৰিহাৰ কৰি নীতিগতভাৱে এটা সময়সীমা নিৰ্ধাৰণ কৰি কামত অগ্ৰসৰ হ'ব লাগে যাতে জনসাধাৰণৰ আস্থা আৰু বিশ্বাস ভংগ নোহোৱাকৈ কামবোৰ হৈ উঠে। সকলোবোৰ ৰাজনৈতিক দলেই পূৰ্ণ সমৰ্থন দি চৰকাৰ আৰু ৰাইজক সহায কৰা উচিত। ১৯৪৬ চনৰ দেশত প্ৰচলিত 'ফৰেইনাৰ্ছ এক্ট'খনৰ আধাৰতে বিদেশী চিনাক্তকৰণ আৰু বহিস্কৰণ হোৱা উচিত। জানিব পৰা মতে আই এম ডি টি আইন বাতিলৰ পিচত কংগ্ৰেছ নেতৃত্বাধীন

ইউ পি এ চৰকাৰে কেন্দ্ৰত মন্ত্ৰী পৰ্যায়ৰ এখন কমিটি গঠন কৰি বিকল্প আঁচনিৰ কথা চিন্তা-চৰ্চা কৰিছে। কংগ্ৰেছে দলীয় স্বাৰ্থক অধিক প্ৰাধান্য দি অসমৰ অসমীয়া খিলঞ্জীয়া মানুহক আই এম ডি টিৰ দৰে পুনৰবাৰ শলঠেকত পেলোৱাৰ যাতে চেষ্টা নকৰে সেইকথা আগতীয়াকৈ সকীয়াই থলো। প্ৰকাশিত বাতৰিমতে অসমৰ মাননীয় মুখ্যমন্ত্ৰীয়ে হেনো সংবাদমেলত কৈছে, বিদেশী আইনৰ অধীনত নতুনকৈ ৩২ খন ন্যায়াধিকৰণ গঠন কৰি সমস্যাটোৰ সমাধান কৰিব পৰা কিন্তু আমাৰ পূৰ্বৰ অভিজ্ঞতাৰে ক'ব বিচাৰো আই এম ডি টি আইনৰ লেখীয়া কামবোৰ যাতে ২২ বছৰীয়া লেহেম গতিৰ নহয়। ন্যায়াধিকৰণৰ নিৰ্ধাৰিত সময়সীমা বান্ধি দিব লাগে যাতে উচ্চতম ন্যায়ালয়ৰ ৰায়ৰ দৰে জাতীয় দায়বদ্ধতা লৈ কাম কৰে। বিদেশী নাগৰিকৰ সমস্যাটো দুই-চাৰিটা ৰাজনৈতিক দল আৰু কিছুমান ন্যস্তস্বাৰ্থৰ লোকৰ বাবে যুগ যুগ ধৰি চলি থকাটো অসমবাসীয়ে নিবিচাৰে। স্বাধীনতাৰ পিচৰ পৰা অসমৰ ৰাইজে বহু কষ্ট আৰু নিৰ্যাতন ভোগ কৰিলে, এতিয়া শান্তি লাগে। সাম্প্ৰদায়িক সংঘৰ্ষ অসমত প্ৰায় নহয়ে, ভৱিষ্যতলৈও নোহোৱাৰ পথ বন্ধ হ'ব লাগে।

আই এম ডি টি আইন বাতিলৰ ৰায়দানৰ পিচত ইয়াৰে আনুষংগিক কেইটামান গুৰুত্বপূৰ্ণ দিশ আছে যিবোৰৰ সমাধান চৰকাৰেই কৰিব লাগিব আৰু দিশকেইটাৰ স্পষ্টীকৰণো কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰে অসমবাসীক জনোৱাটো উচিত বুলি আমি দাবী কৰো।

প্ৰথমতে সকলোৰে বিচৰামতে আৰু ৰাজ্য চৰকাৰেও নীতিগতভাৱে মানি লোৱাৰ পিচত ১৯৫০ চনৰ পৰা ১৯৭১ চনৰ ২৫ মাৰ্চলৈকে অসমত এখন শুদ্ধ 'ৰাষ্ট্ৰীয় নাগৰিকপঞ্জী' প্ৰস্তুত কৰি উলিয়াব লাগে। লগতে বৈধ নাগৰিকক পৰিচয়পত্ৰ ফটোসহ দিয়াৰ ব্যৱস্থা, পাৰিলে ২০০৫ চনৰ ১৫ আগষ্টৰ পৰা কাম হাতত লৈ এবছৰমান ভিতৰত সমাপ্ত হ'ব লাগে। তেতিয়া হ'লে শুদ্ধ ভোটাৰ তালিকাৰ ক্ষেত্ৰতো প্ৰকৃত নাগৰিক চিনাক্তকৰণত সহায়ক হ'ব। অবৈধ বাংলাদেশী নাগৰিকৰ হকে যেন কোনো ভাষা বা ধৰ্মীয় প্ৰভাৱে কাম কৰিব নোৱাৰে। সেই ক্ষেত্ৰত সমূহীয়া প্ৰচেষ্টাৰে দৃষ্টি ৰাখিব লাগিব চৰকাৰ তথা সচেতন ৰাইজে।

দ্বিতীয়তে ভৱিষ্যতে বাংলাদেশৰ পৰা অনুপ্ৰৱেশ বন্ধ কৰিবলৈ হ'লে খুব কম সময়ৰ ভিতৰতে ভাৰত-বাংলাদেশৰ সীমান্ত অচিৰে বন্ধ কৰাৰ বাবে বাকী থকা কাটাতাঁৰৰ বেৰৰ নিৰ্মাণ কাৰ্য্য সমাপ্ত হ'ব লাগিব। ভাৰত-পাকিস্থানৰ সীমা যদি নিৰ্দিষ্ট সময়ত বন্ধ কৰিব পাৰে, অসম, মেঘালয, ত্ৰিপুৰা, মিজোৰামৰ ক্ষেত্ৰত

কেন্দ্ৰীয় চৰকাৰে কিয় নোৱাৰে? জলপথৰ সীমাতো চোকা পহৰাৰ ব্যৱস্থা হ'ব লাগিব। এই ব্যৱস্থাৰ কথা আছু, কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্য চৰকাৰৰ মাজত হ'বলগীয়া আগন্তুক ত্ৰিপাক্ষিক আলোচনাত নিৰ্ধাৰিত সময়সীমা বান্ধি দিব লাগে। কথা আৰু কামৰ মাজত যাতে ব্যতিক্ৰম নহয় চৰকাৰে তাৰ প্ৰতিশ্ৰুতি দিয়া উচিত।

শেষত এটা কথাই আমাৰ মনৰ শংকা আৰু সন্দেহ দূৰ কৰিব পৰা নাই, সেয়া হ'ল আইনগতভাৱে প্ৰমাণিত হোৱা অবৈধ অনুপ্ৰৱেশকাৰী বাংলাদেশী নাগৰিকক উন্মুক্ত সীমান্ত পাৰ কৰাই দিলেই সমস্যা সমাধান হ'বনে। বাংলাদেশে সঘনাই কৈ থকাৰ দৰে অনুপ্ৰৱেশকাৰীসকলক যদি গ্ৰহণ নকৰি পুনৰ ভাৰতলৈ পঠিয়াই দিয়ে তেতিয়া আমাৰ কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰে কি ব্যৱস্থা ল'ব। বাংলাদেশ চৰকাৰৰ লগত কেন্দ্ৰীয় চৰকাৰৰ এই বিষয়ে কিবা নীতি যুগুত কৰিছে নেকি সেই কথাবোৰো স্পষ্টকৈ ৰাইজক অৱগত কৰিব লাগে। নহ'লে এই গুৰুতৰ সমস্যাটোৱে প্ৰহসনত পৰিণত হ'ব বুলি আমাৰ ধাৰণাই সত্য হ'ব। নহ'লে আই এম ডি টি আইনখন বাতিল হ'লেও সংখ্যালঘু অবৈধ বাংলাদেশীৰহে নিৰাপত্তা সুনিশ্চিত হৈ পৰিব। চৰকাৰে যাতে পুনৰায় অসমবাসীক প্ৰতাৰণা নকৰে সেই কথাও আমি আজি সকীয়াই থ'লো। ৰাইজ সজাগ থাকিব বুলি আশা কৰিলো। অন্যথা আমি আকৌ ভূগিব লাগিব।



যিজনক বিশ্বাস কৰিব পাৰি আৰু যিজনৰ আগত নিজৰ চিন্তা লুকঢাক নকৰাকৈ ব্যক্ত কৰিব পাৰি তেৱেঁই বন্ধু।

— এমাৰ্ছন

# আলোচনাই একমাত্র পথ

আজি বহু বছৰ ধৰি অসমৰ জনসাধাৰণে সন্ত্ৰাসৰ মাজত জীৱন-অতিবাহিত কৰিবলগীয়া হৈছে। বাতৰি কাকতবোৰৰ প্ৰথম পৃষ্ঠাতে হত্যা, লুণ্ঠন, ধৰ্ষণৰ বাতৰি আৰু আলোক চিত্ৰবোৰে জনসাধাৰণৰ মানসিকতাক তীব্ৰভাৱে আঘাত কৰি আহিছে। সামাজিক শান্তিৰ পৰিৱেশ বিনষ্ট কৰি চৌদিশে অশান্তিৰ দাবানলে আগুৰি ধৰিছে। মানুহৰ জীৱন আৰু সম্পত্তিৰ কোনো নিৰাপত্তা নোহোৱা হৈ পৰিছে। উগ্ৰপন্থীৰ লোকে বোমা বিস্ফোৰণ ঘটাই হেজাৰ বিজাৰ নিৰস্ত্ৰ, নিৰীহ লোকক হত্যা কৰি আজি কাৰ স্বাৰ্থপূৰণ কৰিছে সেয়া বিচাৰ কৰিব লাগিব। ৰাজ্যখনৰ শত্ৰু বিভিন্ন মৌলবাদী সংগঠনৰ পৰিকল্পিত উদ্দেশ্য আৰু সুদূৰ প্ৰসাৰী আঁচনিৰে অসমৰ উগ্ৰপন্থী গোটবোৰক হাতত লৈ অসমখনক ধ্বংস কৰাৰ যি ষডযন্ত্ৰ ৰচিত হৈছে, ইয়াৰ বিৰুদ্ধে অসমৰ সমগ্ৰ থলুৱা জনগোষ্ঠীয়ে মাৰ বান্ধি থিয হৈ প্ৰতিৰোধ কৰাৰ সময় আজি আহি পৰিছে। এনে ভয়াৱহ পৰিস্থিতিতো চৰকাৰৰ নিৰ্লিপ্ততাত জনসাধাৰণ ক্ষুব্ধ হৈ পৰিছে। চৰকাৰে উগ্ৰপন্থী দমনৰ নামত ভাৰতীয় সেনাৰ জৰিয়তে অসমৰ জনগণৰ ওপৰত নিৰ্মম অত্যাচাৰ চলাই নিৰীহ লোকক হত্যা কৰিছে। ইয়াৰ প্ৰত্যক্ষ উদাহৰণ অলপতে সংঘটিত ডুমডুমা কাকপথাৰ আদিৰ ঘটনাৱলীযেই। অজিত মহন্ত, ফুলেশ্বৰ মৰাণ, বুদ্ধেশ্বৰ মৰাণৰ দৰে নিৰীহ ব্যক্তিসকলক হত্যা কৰি সৈন্য বাহিনীয়ে জানো শ'লঠৈকত পৰা নাই। কেৱল অসমীয়া যুৱকক হত্যা কৰিয়ে ৰাজনৈতিক সমাধান হ'ব নোৱাৰে। আলফাৰ সমস্যা আলোচনাৰ ভিত্তিত ৰাজনৈতিকভাৱে সমাধান হ'বই লাগিব। এই ক্ষেত্ৰত চৰকাৰে আগভাগ লোৱাৰ প্ৰয়োজন আছে কাৰণ আলোচনাৰ প্ৰস্তুতি আৰম্ভ হৈয়ে কাৰ ষডযন্ত্ৰত আধাতে বন্ধ হ'ল সেই কথাও নিশ্চিত হ'ব লাগে। এই দিশত ভাৰতৰ প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙৰ দায়িত্ব আৰু কৰ্তব্য সবাতকৈ বেছি। কাৰণ দেশৰ ৰাজ্যসভাত চাৰিবাৰকৈ অসমৰ প্ৰতিনিধি হিচাপে নিৰ্বাচিত হৈ দেশৰ বিত্তমন্ত্ৰী আৰু প্ৰধানমন্ত্ৰীৰ দৰে আসন শুৱনি কৰি অসমৰ জ্বলন্ত সমস্যাটোক ড° মনমোহন সিঙে আজিলৈকে কিয় জীয়াই ৰখাৰ প্ৰয়াস কৰিছে সেই উত্তৰো অসমবাসীক সন্তুৰ দিব লাগিব। ৰাজ্য আৰু কেন্দ্ৰত একে কংগ্ৰেছী চৰকাৰ হোৱা সত্বেও আলোচনাৰ ব্যৱস্থা বিলম্ব হোৱাটোৱেই বৰ্তমান অসমত কূটাঘাতমূলক কাৰ্যবৃদ্ধি

হোৱাৰ মূল কাৰণ। অসমৰ চাৰিওপিনে বিদেশী ৰাষ্ট্ৰই ঘেৰি আছে। বাংলাদেশ আৰু পাকিস্থানৰ ভাৰত বিৰোধী কাৰ্যক্ৰমণিকাৰ কথা লোকসভা, ৰাজ্যসভাত বহুবাৰ আলোচিত হৈছে। চৰকাৰেও তথ্য সহকাৰে স্বীকাৰ কৰিছে কিন্তু কেন্দ্ৰীয় চৰকাৰৰ বাস্তৱ পদক্ষেপ লোৱা আমি দেখা নাই, ইয়াৰ প্ৰকৃত কাৰণ কি ? হয়তো কেন্দ্ৰীয় চৰকাৰৰ গৃহ মন্ত্ৰালযৰ অসম বিৰোধী বিষয়া চক্ৰৰ ভূল নীতিয়ে চৰকাৰখনকে বশ কৰি ৰাখিছে। অসমৰ জনসাধাৰণৰ দাবীত বাধ্য হৈ বা যি কাৰণতেই নহওক কিয়, শেহতীযাকৈ অসম বিধান সভাৰ সৰ্বদলীয় সভাত গৃহীত প্ৰস্তাৱযোগে আলোচনাৰ সপক্ষে বিধান সভাৰ অধ্যক্ষই কেন্দ্ৰীয় চৰকাৰক অৱগত কৰোৱাৰ পিছতো, কেন্দ্ৰীয চৰকাৰে নতুন নতুন চৰ্ত আৰোপ কৰি সৈন্য বাহিনীক অধিক ক্ষমতা প্ৰদানেৰে অসমবাসীক হাৰাশাস্তি কৰিবলৈ আলফাৰ সৈতে আলোচনাৰ প্ৰস্তাৱ পুনৰ নাকচ কৰাৰ সিদ্ধান্ত কেন্দ্ৰীয় চৰকাৰে কিহৰ ভিত্তিত ল'বলৈ পালে সেই কথাৰো উত্তৰো অসমবাসীয়ে জনা উচিত। এখন ৰাজ্যৰ বিধান সভাৰ সৰ্বদলীয় 'সৰ্বসন্মত প্ৰস্তাৱক' সন্মান নজনালে কেন্দ্ৰীয চৰকাৰখনে কাৰ ওপৰত বিশ্বাস ৰাখি দেশখন চলাব, সিযো বিচাৰ্য বিষয কিন্তু কাৰোবাৰ ইচ্ছা-অনিচ্ছা আৰু ভুলৰ বাবে সমগ্ৰ অসমবাসীয়ে অমাৰ্জনীয নিৰ্যাতনত ভুগি থাকিব আৰু ৰাইজেও চিৰকালৰ বাবে চকু মুদি সহ্য কৰি থাকিব সেযা হ'ব নোৱাৰে, ইয়াৰ ৰাজনৈতিক সমিধান লাগিবই। 'তথ্য জনাৰ অধিকাৰ' সম্পৰ্কে যদি বিধানসভা, লোকসভা, ৰাজ্যসভাত বিল পাছ কৰি 'আইন' সৃষ্টি কৰিব পাৰে, তেন্তে ৰাজ্য চৰকাৰ কেন্দ্ৰীয চৰকাৰেও ভাৰতৰ গণতন্ত্ৰক বিশ্বাসত লৈ সকলো কথা ৰাইজক অবগত কৰোৱা উচিত বুলি আমি ভাবো।

চাবলৈ গ'লে অসমৰ পৰিস্থিতি দিনে দিনে শোচনীয হৈ গৈ আছে। যোৱা ২৫ জানুৱাৰীৰ পৰা ২৬ মে'লৈ অকল গুৱাহাটী মহানগৰীতে উগ্ৰপন্থীযে ১৩ বাৰ শক্তিশালী বোমা বিস্ফোৰণ ঘটাই ১০ গৰাকী খাটিখোৱা নিৰীহ ব্যক্তিক হত্যা কৰি আনহাতে ১১৩ গৰাকী ব্যক্তিক আহত কৰা কাৰ্যই কেন্দ্ৰীয আৰু ৰাজ্য চৰকাৰ দুয়োখনকে ব্যথিত কৰিব পৰা নাই। ইযাৰ কাৰণ কি ? ভাৰতৰ আন ৰাজ্যত এনে ঘটনা ঘটিলে দিল্লীৰ মন্ত্ৰী-পালিমন্ত্ৰীৰ চকুত টোপনি নোহোৱা হয। কিন্তু অসমৰ বেলিকা এনে বৈষম্য কিয় ? অসবাসীৰ দুৰ্দশা দেখি চৰকাৰেই প্ৰকাৰন্তৰে উগ্ৰপন্থীসকলক উৎসাহ যোগোৱা যেন আমাৰ-ধাৰণ হয়। নহলেনো ২৬ মে'ত ভয়াবহ বোমা বিস্ফোৰণৰ পিছতেই আমাৰ মুখ্যমন্ত্ৰী তৰুণ গগৈয়ে ২৭ মে'ত গুৱাহাটীৰে জজ খেলপথাৰত বিশেষ ৰাজহুৱা সভা পাতি নিজৰ চৰকাৰখনৰ জযঢোল বজাই প্ৰথম বৰ্ষপূৰ্তি অনুষ্ঠান কি সততেৰে পাতিব পাৰিলে ভাবিলেই লাজ লাগে। ৰাজকোষৰ পৰা 'লাখ-লাখ টকা খৰচ কৰি ৰাইজৰ কি উপকাৰ

সাধিছে সেইকথা অন্ধজনেও আজি বুজি পায়। বৰ্ষপুতিৰ আলম লৈ আজি কিছুদিনৰ পৰা তৰুণ গগৈৰ চৰকাৰখনে নিজৰ সাফল্যৰ ঢোল পিতি বাতৰি কাকতত 'বিজ্ঞাপন' দিয়াৰ অৰ্থ কি। ৰাজহুৱা ধন কোটি কোটি টকাৰে শৰাধ কৰা কাৰ্য নিশ্চয় চৰকাৰৰ বাবে এক ভয়াৱহ অপৰাধ। প্ৰকৃততে যদিও সফল হৈছে ৰাইজে চকুৰে দেখিব, মনেৰে বুজি পাব, ইমান প্ৰচাৰৰ কি প্ৰয়োজন। বাতৰি কাকতত তথ্য সহকাৰে চৰকাৰৰ বিৰুদ্ধে প্ৰচাৰ কৰা আমি দেখি আছো, মন্ত্ৰী-বিধায়কৰ পুঁজিৰ ধন বিতৰণ নোহোৱাকৈ ঘুৰাই দিবলগীয়া কিয় হৈছে? অসমৰ সাংসদৰ পুঁজিৰ ধন বিতৰণ নোহোৱাকৈযে ঘূৰাই দিবলগীয়া কিয় হৈছে? অসমৰ সংসদৰ পুঁজিৰ ধনো খৰচ কৰিব নোৱাৰি ঘূৰাই পঠিয়ায়। এনেকি প্ৰধানমন্ত্ৰীৰ ক্ষেত্ৰতো একে অৱস্থা, লাজৰ বিষয। তৰুণ গগৈ চৰকাৰৰ গতানুগতিক বিত্তীয় কেলেঙ্কাৰী সম্পৰ্কে তথ্য ভিত্তিক বাতৰি অসমৰ মহাগাণনিক গৰাকীয়ে প্ৰেছমেল পাতি কিযা সদৰি কৰিবলগীযা হ'ল। সেইবোৰো মিছা অভিযোগ নেকি? চৰকাৰৰ উত্তৰ হ'লে আমি দেখা নাই। বি. টি চি. চুক্তি অনুসৰি কেন্দ্ৰীয় চৰকাৰে ২১০ কোটি টকাৰ অনুদান দিযা সত্বেও অসম চৰকাৰে মাত্ৰ ১৪১ ৫২ কোটি টকা মোকোলাই দিলেই বড়ো ৰাইজৰ উন্নযন ক্ষিপ্ৰ হ'ব জানো? এনে উদাহৰণৰ অভাৱ নাই। অসম চৰকাৰে আজি আইন-শৃঙ্খলা ৰক্ষাৰ ক্ষেত্ৰত সম্পূৰ্ণ ব্যৰ্থ হৈছে। অথচ বাস্তব পদক্ষেপ ল'ব পৰা নাই, মানুহ মৰি আছে চৰকাৰৰ কাণসাৰ নাই, এয়ে আমাৰ গণতন্ত্ৰ। এটা সময আছিল, মাত্ৰ এটা ৰেল দুৰ্ঘটনাৰ বাবেই নৈতিক দাযিত্ব মূৰ পাতি লৈ তেতিযাৰ ৰেলমন্ত্ৰী লাল বাহাদূৰ শাস্ত্ৰীযে মন্ত্ৰীৰ পৰা পদত্যাগ কৰিছিল। আজিৰ চৰকাৰবোৰত তেনে সততাৰ ব্যক্তি ওলাব নে। এয়া মৌলিক প্ৰশ্ন।

আমি দোহাৰিছো অসমত শান্তিৰ পৰিৱেশ সৃষ্টি কৰাৰ একমাত্ৰ বিকল্প হৈছে উগ্ৰপন্থীৰ সৈতে আলোচনা। আলফাকো আমি অনুৰোধ জনাইছো নিৰীহ জনসাধাৰণৰ মুখলৈ চাই সহনশীল হওঁক। ৰাইজ মৰি শেষ হ'লৈ, সংগ্ৰামৰ ক্ষতি হ'ব। অসমৰ প্ৰতিনিধি প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙে দলীয় ৰাজনীতিৰ উৰ্দ্ধত সম্পূৰ্ণ মানবীয় দৃষ্টিভঙ্গী লৈ, বহুবছৰ ধৰি চলা নগা বিদ্ৰোহীৰ লগতে হোৱা আলোচনাৰ আৰ্হিত অসমৰ স্বাৰ্থত চৰকাৰ আৰু আলফাৰ মাজত আলোচনাৰ শুভাৰম্ভ কৰক, এয়ে আমাৰ কামনা সৈন্য বাহিনীৰ অত্যাচাৰে ৰাজনৈতিক সমাধান নানে।



# সংখ্যাগুৰুৰ অস্বাভাৱিক মৰণ অথচ সংখ্যালঘুৰ নামত দীৰ্ঘম্যাদী সপোন

দেশ স্বাধীন হোৱাৰ সময়তো অসমত আজিৰ সংখ্যাগুৰু আৰু সংখ্যালঘুৰ প্ৰশ্নটো বিতৰ্কিত ৰূপত অহা নাছিল। অসমত বসবাস কৰা সকলো খিলঞ্জীয়া হিন্দু, মুছলমান, জৈন, বুদ্ধ আৰু খৃষ্টিয়ান লোকৰ পৰিচয় আছিল অসমীয়া। অসমত অসমীয়া লোকেই সংখ্যাগুৰু। এই ক্ষেত্ৰত কোনো ধৰ্মীয় প্ৰশ্ন আহিব নোৱাৰে। লোকপিয়লৰ তথ্য অনুসৰিও অসমীয়া ভাষিক বিভিন্ন সম্প্ৰদায়ৰ লোকেই অসমত সংখ্যাগুৰু বুলি স্বীকৃত। আন কি ১৯৫৬ চনত ভাষাৰ ভিত্তিত ৰাজ্য পুনৰ গঠন আযোগ যেতিয়া ফজল আলী ড° কুঞ্জৰু আৰু ড° পানীকৰৰ নেতৃত্বত গঠিত হৈছিল, তেতিয়াও এই প্ৰশ্নবোৰৰ সমাধান উক্ত প্ৰতিবেদনতে স্পষ্ট কৰি দিছিল। তেনেদৰে ভাৰতৰ অন্যান্য ৰাজ্যবোৰতো একে নীতি অৱলম্বন কৰিছিল। সমস্যা একো নাছিল।

অসমত বসবাস কৰা কোনো হিন্দু বা মুছলমান লোকেই নিজৰ-নিজৰ নিৰাপত্তাৰ কথা কোনো দিনেই চিন্তা কৰা নাছিল আৰু কৰাৰ প্ৰযোজনো নাছিল। এতিযা কিন্তু থলুৱা লোকৰ লগতে ভাষা কৃষ্টি আৰু সংস্কৃতিৰ নিৰাপত্তাৰ চিন্তাও খিলঞ্জীয়া অসমীয়া জনগোষ্ঠীৰ মাজত গুৰুতৰভাৱে আহি পৰিছে। অসমৰ চুবুৰীয়া ৰাজ্য 'ত্ৰিপুৰা'ৰ খিলঞ্জীয়া লোকৰ অৱস্থা দেখি, অসমৰ খিলঞ্জীয়া অসমীয়া লোক আজি সংখ্যাগুৰু হৈযো অদূৰ ভৱিষ্যতত সংখ্যালঘু হোৱাৰ এক ভয়াৱহ প্ৰতিচ্ছবি দেখিবলৈ পোৱা গৈছে। ইয়াৰ প্ৰকৃত কাৰণ কি। সেই কথাবোৰ আমি কোনো আবেগিক চিন্তা-চৰ্চাৰে নহয়, বাস্তৱ সত্যৰ ওপৰত ভিত্তি কৰি উপলব্ধিৰ মাজেৰে কাৰ্য ব্যৱস্থা হাতত লোৱা উচিত। ৰাজনীতিৰ চিন্তাধাৰাৰ সাম্প্ৰদাযিকতা কোনো ক্ষেত্ৰতে আহিব নালাগে। এই ক্ষেত্ৰত দৈনিক অসম কাকতৰ সম্পাদকে আজি কিছুদিন ধৰি ধাৰাবাহিকভাৱে গঠনমূলক দৃষ্টিভঙ্গীৰে অসমৰ ভযাবহ সামাজিক পৰিবৰ্তন, অৰ্থনৈতিক সমস্যা, ৰাজনৈতিক অঘটন আৰু সাংস্কৃতিক পৰম্পৰাৰ কথাবোৰ তেওঁৰ সম্পাদকীয কলমত সুন্দৰভাৱে স্পষ্টভাষাত প্ৰকাশ কৰি অসমবাসীক সকীযাই দিয়াটো দূৰদৃষ্টিৰ লক্ষণ বুলি আমি হাড়ে হিমজুৰে উপলব্ধি কৰিছো। সঁচা কথা কোৱাত কোনো ব্যক্তিযে শঙ্কাবোধ কৰা উচিত নহয।

দেশৰ শাসন ব্যৱস্থাত গণতন্ত্ৰই উৎকৃষ্ট পন্থা বুলি আজি সমগ্ৰ বিশ্বই মানি লৈছে কিন্তু তাৰ ভযাৱহ কিছুমান দিশো আছে। গণতন্ত্ৰত জনসংখ্যাইহে সামাজিক, ভাষিক, ৰাজনৈতিক ক্ষেত্ৰতে দিক নিৰ্ণয় কৰে। সেই কথা কোনেও অস্বীকাৰ

কৰিব নোৱাৰে। যিটো সমস্যাৰ বাবে আজি অসমবাসীয়ে কুফল ভোগ কৰি আছে। অসমৰ অস্বাভাৱিক জনসংখ্যা বৃদ্ধিয়ে থলুৱা লোকক শংকিত কৰি তুলিছে। মূলতঃ ইয়াৰ দুটা কাৰণ হ'ল ১৯৭১ চনৰ পৰাই বাংলাদেশৰ পৰা লাখ-লাখ অবৈধ বিদেশী নাগৰিকৰ অসমলৈ হোৱা অনুপ্ৰৱেশ আৰু আনটো হ'ল অবৈধ নাগৰিকৰ পৰিয়ালৰ জন্ম হোৱা সাত-সহস্ৰ সতি-সন্ততিৰ ক্ষেত্ৰত ভাৰতীয় নাগৰিক হিচাপে কৰা অন্যায় দাবী। বাংলাদেশী অবৈধ নাগৰিকৰ মাজত ভাৰত তথা অসমৰ জনগণৰ বাবে থকা সংখ্যাৰ পৰিৱৰ্তে জন্ম-নিয়ন্ত্ৰণত বাংলাদেশীৰ কোনো বাধা নাই, আনহাতে খাটি খোৱা শ্ৰমিক-কৃষক-মজদুৰৰ ক্ষেত্ৰত এতিযাও 'বহু-বিবাহ' প্ৰথা আইনগতভাৱেই প্ৰচলিত। মুছলিম আইনেও এই ক্ষেত্ৰত উক্ত পৰিয়ালবোৰক সুৰক্ষা প্ৰদান কৰে।

এই দুযোটা কাৰণতে অসমৰ থলুৱা জনগাঠনিৰ অস্বাভাৱিক পৰিবৰ্তন পৰিলক্ষিত হৈছে। এই গতিত চলিলে কালিলৈ অসমীয়া খিলঞ্জীয়া লোক অসমৰ মাটিতে সংখ্যালঘু হ'লে আচৰিত হ'বলগীয়া একো নাথাকিব। এবাৰ ভোটাৰ তালিকাত নাম সন্নিবিষ্ট কৰিব পাৰিলেই শুদ্ধ ভাৰতীয় নাগৰিক হৈ পৰে। হায ভাৰতীয় প্ৰশাসন, আমাৰ কি দুৰ্ভাগ্য। লগে লগে আমাৰ প্ৰশাসন তথা চৰকাৰেও সাৱধানবাণী জাৰি কৰে — অবৈধ বিদেশী নাদৰিকৰ চিনাক্তকৰণৰ ক্ষেত্ৰত যাতে প্ৰকৃত ভাৰতীয নাগৰিকক হাৰাশাস্তি কৰা নহয। ইযাৰ অৰ্থ চৰকাৰে বুজিও নুবুজে, এতিয়া আমি কি কৰিব পাৰো। ৰাজ্যখনত শেহতীযাকৈ ১৪ ৰ পৰা সৰ্বোচ্চ ৪৬ শতাংশ পৰ্যন্ত অস্বাভাৱিক ৰূপত ভোটাৰ বৃদ্ধিৰ বিষয়টো অলপতে অসম ভ্ৰমণলৈ আহি যোৱা নিৰ্বাচন আয়ুক্ত নবীন বি চাওলাই সঠিক দিশেৰেই অনুসন্ধান কৰাৰ আশ্বাস দি গৈছে।

আনহাতে চৰকাৰৰ অৰ্থনীতি আৰু পৰিসংখ্যা সঞ্চালকালযৰ প্ৰতিবেদনত বাতৰিযোগে প্ৰকাশ পোৱা অসমৰ ১২৬ টা বিধান সভাৰ সমষ্টিৰ ভিতৰত ৫৫ টা সমষ্টিতে নিৰ্ণায়ক ভূমিকা ল'ব হেনো সংখ্যালঘু ভোটাৰে। সূত্ৰটোৱে যুগুত কৰা তথ্য মতে অসমৰ ২৩ খন জিলাত চলোৱা অনুসন্ধানৰ ফলত দেখা যায ২০০১ চনলৈকে বৰপেটা, ধুবুৰী, গোৱালপাৰা আৰু হাইলাকান্দিত সংখ্যালঘু ভোটাৰ প্ৰথম স্থানত আছিল, তেনেদৰে নগাঁও, মৰিগাঁও আৰু কৰিমগঞ্জ জিলাতো সংখ্যালঘু ভোটাৰ আছিল দ্বিতীয় স্থানত। আচৰিত কথা যে ১৯৭১ চনৰ পৰা ১৯৯১ চনৰ ভিতৰত বিশেষকৈ ধুবুৰী, গোৱালপাৰা, নগাঁও, মৰিগাঁও আৰু হাইলাকান্দি জিলাত সংখ্যালঘু ভোটাৰৰ বৃদ্ধিৰ হাৰ ইমান বেছি, কল্পনা কৰিলেই ভয লাগে। গড হিচাপত যদি চোৱা যায হিন্দু জনসংখ্যাৰ বৃদ্ধিৰ হাৰ ৪১ ৮৯ শতাংশৰ বিপৰীতে সংখ্যালঘু জনসংখ্যাৰ বৃদ্ধিৰ হাৰ হ'ল ৭৭.৪২ শতাংশ। সূত্ৰটোৰ তথ্যৰ ভিত্তিত উল্লেখ কৰা যায় যে ধুবুৰী জিলাত ২৯ ২৪ শতাংশ হিন্দু জনসংখ্যাৰ বিপৰীতে

৭১ ১৩ শতাংশ সংখ্যালঘু ভোটাৰ, নগাঁও জিলাতো হিন্দু জনসংখ্যাৰ ৩১,১৯ শতাংশৰ বিপৰীতে ৮৯.৯১ শতাংশ সংখ্যালঘু, গোৱালপাৰাত ২২ ৬৭ শতাংশ হিন্দু জনসংখ্যাৰ বিপৰীতে ৬৪.৮৪ শতাংশ সংখ্যালঘুৰ জনসংখ্যা বৃদ্ধি পায়। তেনেদৰে হিন্দু জনসংখ্যাৰ তুলনাত মৰিগাঁও জিলাত ৩৮.৬৯ শতাংশৰ বিপৰীতে ৬৯.৪৮ শতাংশ, হাইলাকান্দিত ৩৪ ৩৪ শতাংশৰ বিপৰীতে ৫৭.৩৯ শতাংশ সংখ্যালঘু জনসংখ্যা বৃদ্ধি পোৱাটো বিশেষ মনকৰিবলগীয়া কথা।

বৰ্তমান অসমৰ লক্ষিমপুৰ, ডিব্ৰুগড, শোণিতপুৰ, দৰং, নলবাৰী বঙাইগাঁও, কোকৰাঝাৰ, কামৰূপ, গোলাঘাট, যোৰহাট, শিৱসাগৰ আৰু কাছাৰ জিলা মুঠ ১২ খনতে সংখ্যালঘুৰ জনসংখ্যা বৃদ্ধিয়ে ভোটৰ লালসাত হয়তো কংগ্ৰেছ যথেষ্ট উৎসাহিত হৈছিল কিন্তু যোৱা ১২ জুলাই তাৰিখে বিতৰ্কিত আই এম ডি টি আইনখন খাৰিজ হৈ যোৱাৰ পিছত কংগ্ৰেছ শিবিৰত ৰাজনৈতিকভাৱে হাহাকাৰ লাগি পৰিছে। লগে লগে সংখ্যালঘু ৰাজনৈতিক দল আৰু বিভিন্ন সংগঠনে অহৰহ প্ৰতিবাদী কাৰ্যসূচীৰে দিচপুৰ, দিল্লীত সংখ্যালঘুৰ নিৰাপত্তাৰ হকে তোলপাৰ লগাইছে। অথচ অসম চুক্তি অনুসৰি ১৯৭১ চনৰ ২৫ মাৰ্চলৈ বাংলাদেশৰ পৰা আহি শৰণাৰ্থীকে আদি কৰি অসমত বসবাস কৰি থকা হিন্দু-মুছলমান সকলোখিনি লোককে ভাৰতীয় বুলি স্বীকৃতি দিয়াৰ পিছতো নিৰাপত্তাৰ ভয় কিহৰ বাবে? ইয়াৰ অৰ্থ এইটো নেকি যে বৈধ বুলি ধৰা লোকৰ লগতে, লাখ-লাখ অবৈধ প্ৰব্ৰজনকাৰীকো কিবা প্ৰকাৰে ভাৰতীয় বৈধ বুলি ধৰা লোকৰ লগতে, লাখ লাখ অবৈধ প্ৰব্ৰজনকাৰীকো কিবা প্ৰকাৰে ভাৰতীয় বৈধ নাগৰিকৰ প্ৰমাণপত্ৰখন দিব লাগে।

এই সম্পৰ্কত ইতিমধ্যে মীৰজুমলাৰ দিনৰে পৰা অসমত বসবাস কৰি অহা খিলঞ্জীয়া অসমীয়া মুছলমান সম্প্ৰদায় আৰু বাংলাদেশৰ পৰা সদ্যহতে অহা মুছলমান শ্ৰেণীৰ মাজত নীতিগতভাৱে মেৰু বিভাজন ঘটা বুলি বাতৰি কাকতত পঢ়িবলৈ পাইছো। অসমে বহন কৰি অহা সুকীয়া ভাষা-কৃষ্টি-সংস্কৃতিৰ গুৰু মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, আজানপীৰৰ ৰাজ্যখনৰ খিলঞ্জীয়া বাসিন্দা অসমীয়া হিন্দু-মুছলমানৰ সামাজিক বান্ধোন আৰু সমন্বয়ৰ ক্ষেত্ৰখন শ শ বছৰীয়া পুৰণি। হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰ আৰু পোৱামক্কাৰ ইতিহাসেও কোনো কালে সংখ্যাগুৰু-সংখ্যালঘুৰ প্ৰশ্ন অৱতাৰণা কৰা নাই। অসমীয়া খিলঞ্জীয়া মুছলমানৰ সময়োপযোগী উপলব্ধিক আমি স্বাগতম জনাইছো। অসমৰ জাতীয় স্বাৰ্থৰ বেলিকা ভাষা-কৃষ্টিতকৈ, যিকোনো ধৰ্মীয় চিন্তা-চৰ্চা পৰিহাৰ কৰাটোৰেই সকলোৰে বাবে আজিৰ পৰিস্থিতিত মঙ্গলজনক কথা হ'ব।

বৃটিছৰ শাসন কালত অৰ্থাৎ ১৯৪২ চনৰ পৰা ১৯৪৬ চনৰ ফেব্ৰুৱাৰী মাহলৈ থকা মুছলিম লীগৰ প্ৰাৰ্থী অসমৰ মুখ্যমন্ত্ৰী চৈয়দ মহম্মদ ছাদুল্লাৰ লাইন প্ৰথাৰ

আঁচনিমতে অবিভক্ত ভাৰতবৰ্ষৰ পূৰ্ববঙ্গৰ মৈমনসিং জিলা, শ্ৰীহট্ট জিলা আদিৰ পৰা 'গ্ৰো মোৰ ফুড' নীতিৰে পমুৱা বৃহৎ সংখ্যক মুছলমান লোকক অসমলৈ আমদানি কৰি আনিছিল। সেইসকলক ভাৰতীয় নাগৰিক বুলি সংবিধানেও গ্ৰহণ কৰিছে। কিন্তু ভাৰত স্বাধীন হোৱাৰ পিছতো পূৱ পাকিস্থানৰ পৰা উকা আন্তঃৰাষ্ট্ৰীয় সীমান্তৰে যথেষ্ট সংখ্যক অবৈধ নাগৰিকে অসমত অনুপ্ৰৱেশ কৰিলে, তাৰ পিছত ৭১ চনৰ আগতে আৰু পিছতো বাংলাদেশৰ পৰাও একে ঘটনা ঘটি থাকিল, যিসকলক ভাৰতীয বুলি ক'ব নোৱাৰি। এতিয়া অসমত ছাদুল্লাৰ 'গ্ৰো' মোৰ ফুডৰ' সংজ্ঞা যেনিবা 'গ্ৰো মোৰ পপুলেচনত' পৰিবৰ্তিত হ'ল বুলি কব পাৰি। এই প্ৰচেষ্টা পৰিকল্পিতভাৱে চলি থাকিলে এটা সময়ত অসমত ভযাৱহ সমস্যাৰ সৃষ্টি হ'ব বুলি আমাৰ শংকা হৈছে।

তদুপৰি আমি সদায় বাতৰি কাকতত প্ৰমাণ সহকাৰে পাযে আছো যে, পাকিস্থানী চোৰাংচোৱা সন্থা আই এছ আইৰ কাৰ্যকলাপ, বাংলাদেশৰ মৌলবাদী বিভিন্ন সংগঠনৰ লগতে ইছলামিক লিবাৰেচন আৰ্মী মুজাহিদ ভলন্টিযাৰ ফোৰ্চ, হৰকট উল মুজাহিদীন মালটা, মুছলিম এমচা ফোৰ্চ, মোগল টাইগাৰ ফোৰ্চ আদি উগ্ৰপন্থী সংগঠনেও অসমক লৈ আৰু বাংলাদেশক সাঙুৰ এক বৃহত্তৰ 'ইছলামিস্থান' বা বৃহত্তৰ বাংলাদেশ গঠনৰ ষডযন্ত্ৰ কৰি আছে। এনেবোৰ কৰ্মকাণ্ড দেখি-শুনি যুগ যুগ ধৰি অসমত বসবাস কৰি থকা খিলঞ্জীযা হিন্দু মছুলমান সম্প্ৰদাযৰ লোকেও বাস্তৱ ব্যৱস্থা লোৱাৰ সময আহি পৰিছে। ভাৰতীয গণতন্ত্ৰই অসমীযা জাতিসত্ত্বাৰ সমন্বযক কোনো প্ৰকাৰে জীযাই ৰখাটো সম্ভৱ নকৰিব। এনেকুৱা উদাহৰণ বিশ্বৰ বহু প্ৰান্তত দেখা গৈছে। সেযেহে ভাৰত যিহেতু ধৰ্মনিৰপেক্ষ দেশ এই দেশৰ সমস্যা যেনে বিদেশী বিতাডন অবৈধ অনুপ্ৰৱেশ নাগৰিকৰ অস্তিত্ব আৰু সুৰক্ষা দিযাৰ ক্ষেত্ৰত, জন্ম নিযন্ত্ৰণত চকু দিযা আদি বিষযতো সকলো শ্ৰেণী-সম্প্ৰদাযৰ লোকৰ ক্ষেত্ৰত থকাৰ দৰে আইনৰ ব্যৱস্থাও সম অধিকাৰ, সমমৰ্যদাৰ হোৱা উচিত। গতিকে গণতন্ত্ৰৰ পাকচক্ৰত পৰি অদূৰ ভৱিষ্যতে অসমৰ সংখ্যা গুৰুৱেই সংখ্যালঘু হয নে সংখ্যালঘুৱে সংখ্যাগুৰু হৈ দেখা দিযে সময়ে ক'ব, যেতিযালৈকে খিলঞ্জীয়া, ভুমিপুত্ৰ আৰু বৈধ পমুৱা লোকে একত্ৰিতভাৱে অসম মাতৃক ৰক্ষা কৰিবলৈ, প্ৰকৃত দেশপ্ৰেম প্ৰদৰ্শন নকৰে জন্ম-মৃত্যুৰ হাৰ দেশৰ অন্যান্য প্ৰান্তৰ লগত মিল থাকিব লাগে কিন্তু অসমত সংখ্যালঘুৰ অস্বাভাৱিক বৃদ্ধিৰ সূত্ৰটোও কি নিশ্চয জানিব লাগিব। সত্যক ঢাকি ৰাখিব নোৱাৰি এই কথা সকলোৱে জানে?

০ ০ ০

# সমস্যা সমাধানৰ পথ প্ৰকৃতাৰ্থত অৰ্থনৈতিক সংগ্ৰাম

অসমৰ সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক আৰু ৰাজনৈতিক দিশত আজি অস্থিৰতাই দেখা দিছে। তথাপি সমাজৰ বান্ধোনত আমি চলিবলৈ হ'লে, প্ৰতি গৰাকী ব্যক্তিৰে কিছুমান নিম্নতম দৈনন্দিন কৰণীয় কৰ্তব্য থাকে। সেইবোৰ আমি নিজৰ জীৱনৰ একো একোটা মহান কৰ্তব্য বুলি গণ্য কৰিয়ে কামত অগ্ৰসৰ হোৱা উচিত। অসমবাসীৰ মনত আজি আস্থা আৰু বিশ্বাসৰ অভাৱ ঘটিছে। অসমত যুগ যুগ ধৰি বসবাস কৰা থলুৱা খিলঞ্জীয়া ভিন ভিন সম্প্ৰদায়ৰ মাজত অহেতুক সন্দেহৰ বীজ কিছুমান ৰোপণ কৰা হৈছে। বিশেষকৈ ৰাজনীতিয়েই এইবোৰৰ মূল কাৰণ বুলি ভাবিবৰ থল আছে। ৰাজনীতিৰ ক্ষুদ্ৰ স্বাৰ্থৰ বাবেই সমাজৰ বিভিন্ন গোষ্ঠীৰ মাজত সৰু সুৰা কথাবোৰত সংঘৰ্ষৰ সৃষ্টি কৰি হিংসা বিদ্বেষৰ ভাৱ বৃদ্ধি কৰা হৈছে। এই ক্ষেত্ৰত প্ৰত্যেকেই সচেতন হোৱা উচিত। কাৰণ অশান্তি হৈ থকা ৰাজ্যত উন্নয়নৰ দিশ স্থবিৰ হৈ পৰে। বৰ্তমান ৰাজনীতিৰ অশুভ দিশবোৰ আঁতৰাই শুদ্ধ বাতাবৰণ সৃষ্টিত জনসাধাৰণৰ লগতে ছাত্ৰ সন্থা তথা নৱ-প্ৰজন্মৰ দায়িত্ব অধিক বুলি আমি উপলব্ধি কৰো।

ৰাজনৈতিক চৰিত্ৰ সলনি কৰিলেহে সমাজত সুস্থ পৰিৱেশ সৃষ্টি হ'ব। সৎ, আদৰ্শৱান ব্যক্তিৰ সহযোগত মূল্যবোধক গুৰুত্ব দিয়া ৰাজনৈতিক দৰ্শনক জনগণৰ অন্তৰত স্থান দিব পৰাটোহে বৰ্তমান সময়ৰ আহবান। সকলো জনগোষ্ঠীয় ভাষা-সাহিত্য সংস্কৃতিৰ সম-বিকাশ আৰু দ্ৰুত সমৃদ্ধিৰ হকে আন্তৰিকতাৰে কাম কৰাৰ প্ৰমাণ পালেহে ভিন ভিন গোষ্ঠীৰ মানুহৰ মনত পাৰস্পৰিক আস্থা আৰু বিশ্বাস গঢ় লৈ উঠিব। সেই পৰিৱেশ সৃষ্টি কৰাৰ দাযিত্ব আমি সকলোৰে কান্ধ পাতি ল'ব লাগিব।

একেদৰে থলুৱা কৃষ্টি সংস্কৃতিক কোনো ধৰণৰ বিজতৰীয়া ৰূপ নিদি নিজৰ নিজৰ ঐতিহ্য জীয়াই ৰখাটোৱেই সচেতন সমাজৰ দায়িত্ব আৰু কৰ্তব্য। অসমীয়া জাতিৰ পিতৃস্বৰূপ জগতগুৰু মহাপুৰুষ শঙ্কৰদেৱ-মাধৱদেৱ, সাহিত্য কাণ্ডাৰী

ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা, সাংস্কৃতিক বিপ্লৱৰ মহান শিল্পী ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা আৰু সমাজ সংস্কাৰক আজানপীৰৰ দৰে মহীয়ান ব্যক্তিসকলে জাতিৰ বাবে দি থৈ যোৱা আপুৰুগীয়া সম্পদৰাজিক বিকৃত নকৰি সংৰক্ষণ কৰিব পাৰিলেই ভিন ভিন থলুৱা সংস্কৃতিৰ বিকাশৰ লগতে ঐক্য সংহতিও ৰক্ষা কৰা হ'ব বুলি আমি অনুভৱ কৰোঁ।

সমাজৰ আটাইতকৈ প্ৰয়োজনীয় দিশটোৱে হ'ল - অৰ্থনীতি। সুস্থ-সবল সমাজ এখন গঢ় দিবলৈ অৰ্থনৈতিক স্বাৱলম্বিতাৰ গুৰুত্ব অপৰিসীম। প্ৰত্যেক গৰাকী নাগৰিকেই কোনো ধৰণৰ দ্বিধা ভাৱ মনলৈ নানি নিজৰ যোগ্যতা অনুসৰি কৰ্মত ব্ৰতী হ'ব পাৰিলেই সমাজৰ অৰ্থনৈতিক ক্ষেত্ৰখন চহকী হৈ পৰিব। উদাহৰণতকৈ আহিঁ ভাল বুলি কথা এষাৰ আছে, সেই কাম আমি কিয় কৰিব নোৱাৰো? অসমৰ বহুতো সমস্যা আছে, আটাইবোৰ সমস্যাক বিশ্লেষণ কৰিবলৈ খোজা নাই। অসমত লাখ লাখ অবৈধ বিদেশী নাগৰিকে অনুপ্ৰৱেশ কৰি অসমীয়া জাতিৰ অস্তিত্বকে বিপন্ন কৰি তুলিছে। ছয় বছৰীয়া এক বৃহৎ গণ আন্দোলন হ'ল, আন্দোলনটিৰ পৰি সমাপ্তিও ঘটিল। অসম চুক্তি স্বাক্ষৰিত হ'ল। কিন্তু বিদেশী বিতাড়ন নহ'ল। আমাৰ চৰম দুৰ্ভাগ্য। দুবাৰকৈ আঞ্চলিক চৰকাৰ প্ৰফুল্ল মহন্তই গঠন কৰিও সমস্যা সমাধানত চূড়ান্তভাৱে ব্যৰ্থ হ'ল। অসমৰ ৰাইজক প্ৰতাৰণা কৰিলে। এতিয়া আমি বুজিব পাৰিছোঁ, কোনো ৰাজনৈতিক দলৰ চৰকাৰেই বিদেশীৰ ভোটৰ লালসাত সমস্যাটোৰ সমাধান নকৰে। গতিকে ৰাইজেও ভোটাধিকাৰেৰে যোগ্য প্ৰত্যুত্তৰ দিয়াৰ সময় আহি পৰিছে। দেশপ্ৰেমৰ নামত কোনোধৰণৰ আপোচ কৰিব নালাগে। এতিয়া আমি কি কৰিম সেই কথাও ভাবিব লাগিব।

অসমীয়া মানুহে ৰাজনৈতিক আন্দোলন কৰি পাৰ পোৱা নাই। বিদেশী বাংলাদেশী নাগৰিকক খেদিবলৈ হ'ল অৰ্থনৈতিক অৱৰোধৰ প্ৰয়োজন আছে। অৰ্থাৎ বাংলাদেশীক হাতেৰে নামাৰি ভাতেৰে মৰাৰ কৌশল ল'ব লাগিব। খাবলৈ নাপালে দেশ এৰি যাবলৈ বাধ্য হ'ব। সেইফেৰা কাম আমি নকৰো কিয়? অসমৰ থলুৱা জনগোষ্ঠীক বচাবলৈ হ'ল নিজৰ পেটৰ ভাতমুঠি মোকলাবলৈ নিজৰ আত্মমৰ্যদাৰ দোহাই দি বহি থাকিলে একো কামেই নহ'ব। কামত সৰু-বৰ নাই। সৰু-সুৰা কামবোৰ আমাৰ নিবনুৱা যুৱক-যুৱতীয়ে হস্তগত কৰিব লাগিব। বাংলাদেশী পুৰুষ-মহিলাক কম হাজিৰাত কোনো ঘৰুৱা কাম বা বাট-পথ মেৰামতিৰ কামত নিযোগ কৰা একেবাৰে বন্ধ হ'ব লাগিব তেতিয়াহে সুফল পাম। তেনেধৰণৰ কামত আমাৰ গাঁও-ভূঁইৰ থলুৱা অশিক্ষিত বা অৰ্দ্ধশিক্ষিত যুৱক-যুৱতী সোমাই পৰিব লাগে। অৰ্থ উপাৰ্জনৰ পথ বন্ধ হৈ পৰিলে বহিৰাগত

বা বাংলাদেশী লোক অসম ভূমি এৰি যাবলৈ বাধ্য হ'ব। তেতিয়া গাঁৱৰ অৰ্থনৈতিক অৱস্থাও ক্ৰমে উন্নত হ'ব।

অসমত বৃহৎ উদ্যোগৰ চাহিদা আন আন ৰাজ্যৰ দৰে নাই। কুটিৰ-শিল্পও বৃহৎ আকাৰত সম্প্ৰসাৰিত হ'ব পৰা নাই। অসমৰ সামাজিক জীৱনত দৈনন্দিন কৰ্মক্ষেত্ৰৰ বাবে জীৱিকা উপাৰ্জনৰ পথ উভৈনদী হৈ আছে কিন্তু এই ক্ষেত্ৰত থলুৱা লোকৰ কৰ্ম প্ৰেৰণা তেনেই হতাশজনক। এইটো কিয় হ'বলৈ পাইছে? একমাত্ৰ অসমীয়া মানুহৰ মাজত চলি থকা, এলাহ, লাজ, অহং ভাৱ আৰু কৰ্ম বিমুখ স্বভাৱৰ বাবে আমি আৰ্থিক দীনতাত ভুগি আছোঁ, অসমৰ থলুৱা লোকৰ মাজত নাপিত, ধুবি, তুলা ধনুকাৰ, কাঠমিস্ত্ৰী, ৰাজমিস্ত্ৰী, ফেৰীৱালা, চানাচুৰৱালা আদি নাই বুলিলেই হয়। এইবোৰ সৰু ব্যৱসায় অথচ প্ৰচুৰ ধন। এইবোৰ কাম কৰিবলৈ অধিক শিক্ষাগত অৰ্হতাৰো প্ৰযোজন নাই। আমি যদি চাও আজি অসমীয়া কৈৱৰ্ত্ত, নমঃশূদ্ৰ লোকৰ সাতাম পুৰুষীয়া লাভজনক মাছৰ ব্যৱসাযটো ইতিমধ্যে বাংলাদেশী, বিহাৰী আৰু অন্যান্য সম্প্ৰদাযৰ হাতলৈ গুচি গৈছে। তেনেহ'লে সোণ-ৰূপৰ গহনা-গাঠুৰি ব্যৱসায, মাটিৰ বাচন-বৰ্তনৰ একচেতিযা ব্যৱসায়টো অসমীয়া লোক বণিযা আৰু হীড়া সম্প্ৰদায়ৰ হাতৰ পৰাও আন বহিৰাগত লোকে হস্তগত কৰি লৈছে। বৰ্তমান যুগত কৰ্মৰ ক্ষেত্ৰত কোনো জাতিগত সম্প্ৰদায় ভিত্তিক ব্যৱসায-বাণিজ্যৰ প্ৰচলন হ'ব নোৱাৰে। ব্যৱসাযিক দৃষ্টিকোণৰ অনাঅসমীযা লোকেই প্ৰচুৰ অৰ্থ উপাৰ্জন কৰি সমাজত যোগ্য স্থান অধিকাৰ কৰি আছে। জাতি গঠনত কৰ্ম সংস্কৃতিক প্ৰাধন্য দিব লাগিব, কৰ্ম বিমুখ অসমীযা লোকে এইবোৰ প্ৰকৃততে গভীৰভাৱে চিন্তা-চৰ্চা কৰাৰ বিষয় আৰু জ্বলন্ত সমস্যা সমাধানৰ পথ এই ব্যৱস্থাৰেহে সম্ভৱ হ'ব বুলি আমি বিশ্বাস কৰো।

অসমৰ অতি শাক্তিশালী যুৱপ্ৰজন্মৰ যোগ্য প্ৰতিনিধি স্বৰূপ ছাত্ৰসন্থা আৰু যুৱ-ছাত্ৰ পৰিযদৰ প্ৰতিগৰাকী সদস্যই জাতীয় স্বাৰ্থৰ শপত লৈ এটা কাম কৰিব পাৰে। ৰাজ্যখনৰ প্ৰতিটো অঞ্চলতে দুই এখনকৈ প্ৰশিক্ষণ কেন্দ্ৰ পাতি উল্লেখিত বৃত্তিবোৰৰ প্ৰশিক্ষণ দি থলুৱা যুৱক-যুৱতীক বিপণী-চেলুন আদিৰ যোগেৰে ক্ষুদ্ৰ ক্ষুদ্ৰ ব্যৱসায়ত জড়িত কৰিব পাৰিলে ৰাজ্যখনৰ অৰ্থনীতিত এক আমূল পৰিৱৰ্ত্তন আনিব পৰা যাব। ইযাতকৈ গঠনমূলক কাম আৰু কি হ'ব পাৰে। সমগ্ৰ অসমবাসীযে এনে কৰ্মত পৰামৰ্শ, সহায-সহযোগ আগবঢোৱা উচিত। তেতিযাহে সমস্যাবোৰৰ সমাধান ওলাব, সমাজত শান্তি বিৰাজ কৰিব।



# অসমৰ জাতীয় জীৱনত দৈনিক অসম কাকতৰ ভূমিকা

চকুৰ প্ৰচাৰতেই চল্লিশটা বছৰ পাৰ হৈ গ'ল। আজি ২০০৫ চনৰ ৪ আগষ্ট। চল্লিশ বছৰপূৰ্বে এনে এটি শুভ দিনতে অৰ্থাৎ ১৯৬৫ চনৰ ৪ আগষ্ট তাৰিখে অসমৰ বাতৰি কাকতৰ বাটকটীয়া স্বৰূপ আছাম ট্ৰিবিউন গোষ্ঠীৰ স্বত্বাধিকাৰী সিংহপুৰুষ প্ৰয়াত ৰাধা গোবিন্দ বৰুৱাৰ তৃতীয় মানস সন্তান স্বৰূপ 'দৈনিক অসম' কাকতখনে জন্মলাভ কৰিছিল। ইযাৰ আগেযে ৬৬ বছৰ পূৰ্বে ১৯৩৯ চনৰ ৪ আগষ্ট তাৰিখেই ইংৰাজী কাকত 'আছাম ট্ৰিবিউন'ৰ জন্ম হৈছিল। আনহাতে একে প্ৰতিষ্ঠানৰ পৰা ১৯৫৫ চনত অসমীযা সাপ্তাহিক বাৰ্তালোচনী 'অসমবাণীৰো' জন্ম হয়। আজি ইমান দিনে বহল হৃদযৰ মালিকপক্ষ, অভিজ্ঞ সম্পাদক মণ্ডলী আৰু নিপুণ কৰ্মীবৃন্দৰ ইচ্ছাশক্তি আৰু একগ্ৰতাৰ ফল স্বৰূপেই তিনিওখন বাতৰি কাকতে আপোচহীনভাৱে দেশৰ আৰু ৰাইজৰ সেৱা আগবঢাই আহিছে। ই কম গৌৰৱৰ বিষয নহয।

প্ৰযাত বৰুৱাই 'আছাম ট্ৰিবিউন' আৰু 'দৈনিক অসম'ৰ জন্ম তাৰিখ ৪ আগষ্টটো কিয বাছি ল'লে, তাৰো নিশ্চয ঐতিহাসিক কাৰণ থাকিব পাৰে। 'অসম বাণী' আৰু 'দৈনিক অসম' জন্ম মুহূৰ্ত্তৰ পৰা আজিলৈকে যতি নপৰাকৈ আমিও গ্ৰাহক, পঢুৱৈ আৰু শুভাকাংক্ষীৰ স্থান ল'ব পৰাটোও আমাৰ বাবে পৰম সৌভাগ্য বুলি সমযে সমযে গৌৰৱবোধ কৰো, ট্ৰিবিউন গোষ্ঠীৰ কাকত বুলিলেই সাধাৰণতে প্ৰাযবোৰ মানুহে মৰম আৰু আৱেগৰ দৃষ্টিভংগীৰে চোৱাটো আমি লক্ষ্য কৰিছো। কাৰণ কাকত কেইখনৰ ভাষাৰ শৈলী, শিষ্টাচাৰ, শালিনতাবোধ আৰু ৰাইজৰ প্ৰতি থকা দাযবদ্ধতা আজিও অটুট ৰাখিবলৈ সক্ষম হৈছে।

দৈনিক অসম কাকতখনৰ অতীতলৈ যদি আমি উভতি চাওঁ পোনতেই ভালে কেইগৰাকী স্বনামধন্য ব্যক্তিৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তিৰে মূৰ দোৱাব লাগিব, যিসকল ব্যক্তি আজি আমাৰ মাজত নাই অথচ তেওঁলোকৰ আশাশুধীয়া প্ৰচেষ্টা, জীৱনৰ অতি মূল্যৱান সময দি কাকতখনক আজিৰ পৰ্যাযলৈ তুলি আনিছে। সেইসকলৰ

ভিতৰত প্ৰথমতেই আমি শ্ৰদ্ধাৰে নাম ল'ব লাগিব দৈনিক অসমৰ 'জন্মলগ্নতে প্ৰতিষ্ঠাপক সম্পাদকৰূপে সেৱা "আগবঢ়োৱা কীৰ্তিনাথ হাজৰিকাক", যি গৰাকী অভিজ্ঞ সম্পাদকে ১৯৬৫ চনৰে পৰা ১৯৮৬ চনলৈ একেৰাহে সুদীৰ্ঘ ২১ বছৰ কাল, তাৰ পিছতো পনৰ নিযুক্তিৰে কিছুদিন কাম কৰি কাকতখনক আঞ্চলিক পৰ্যায়ৰ পৰা ৰাষ্ট্ৰীয় পৰ্যাযলৈকে তুলি নিয়াৰ প্ৰয়াস কৰিছিল আৰু প্ৰকৃততে সফলো হৈছিল। নহ'লেনো এখন আঞ্চলিক ভাষাৰ ক্ষুদ্ৰ জাতিসত্ত্বাৰ কাকতে পৰিসংখ্যাৰ দিশত প্ৰায় এক লাখ কপি প্ৰকাশ কৰিব পৰাটোও একেবাৰে সহজ কাম নাছিল। এটা সুকীয়া পৰিস্থিতি আৰু সময়ৰ আহ্বানত এনে কষ্টসাধ্য কামটোও হৈ উঠিছিল। সেই সময়টো আছিল ১৯৮০-৮৫ চন, অসম আন্দোলনৰ গুৰুত্বপূৰ্ণ মুহূৰ্ত্ত। জাতিৰ আৰু দেশৰ প্ৰতি থকা দায়বদ্ধতাৰ কাৰণেই হাজৰিকাই দৈনিক অসমৰ সম্পাদনাৰ দাযিত্ব পালন কৰিছিল। এনেকি হাজৰিকাই সম্পাদকৰ দাযিত্বত থকা কালছোৱাত কোনো ৰাজহুৱা সভা-সমিতিত যোগ দিয়া নাছিল অৰ্থাৎ নিৰপেক্ষ ভূমিকা পালনৰ স্বাৰ্থত। এয়া আছিল সম্পূৰ্ণ আদৰ্শগত নীতিৰ জ্বলন্ত উদাহৰণ। সেযেহে তেওঁ সাংবাদিকতাৰ বাবে কেইবাটিও উচ্চ পৰ্যাযৰ সন্মানৰ অধিকাৰী হ'ব পাৰিছিল— যেনে শ্ৰীমন্ত শঙ্কৰদেৱ বঁটা আৰু গোৱেংকা বঁটা। কাকতখনৰ সু-পৰিচালনাৰ বাবে তেওঁৰ অতি বিশ্বাসযোগ্য সুদক্ষ সহযোগী হিচাপে বিশিষ্ট সংস্কৃতিবান সাংবাদিক ফনী তালুকদাৰ, আন এগৰাকী অভিজ্ঞ সাংবাদিক কমল গগৈ আৰু কথাশিল্পী বি বৰুৱা কলেজৰ অধ্যাপক যোগেশ দাসক বিশেষ বিশেষ দাযিত্ব দি কাকতখন ৰাইজৰ মনোগ্ৰাহী কৰি সজাই পৰাই তুলি দিব পৰাটো নিশ্চয় কৃতিত্বৰ কথা। এই কামত আন আন সহকৰ্মীসকলৰো নিষ্ঠা আৰু একাগ্ৰতাৰ অভাৱ হোৱা নাছিল। তাতোকৈ ডাঙৰ কথা কোনো ক্ষেত্ৰতে মালিক পক্ষই বাতৰি কাকতৰ কামত হস্তক্ষেপ কৰা নাছিল। দৈনিক অসমৰ ইযো এক বৈশিষ্ট্য। স্বাধীনচিতীয়া ভাৱে কাম কৰাৰ সুযোগ প্ৰতিটো স্তৰতে প্ৰদান কৰিছিল বাবেই সমূহ কৰ্মচাৰীযে নিজ নিজ কামত পাৰদৰ্শিতা দেখুৱাই নিজে সুখী হোৱাৰ লগতে আনকো সুখ-স্বাচ্ছন্দ্য দিব পাৰিছিল আৰু বৰ্তমানো স্থবিৰ হৈ পৰা নাই পঢ়ুৱৈ সমাজৰ আশা-আকাংক্ষাক বাস্তৱ ক্ষেত্ৰত ৰূপ দিবলৈ। ই নিশ্চয় শুভ লক্ষণ দৈনিক অসম পৰিযালবৰ্গৰ বাবে।

দৈনিক অসমে জন্ম পোৱাৰ শুভক্ষণত গুৱাহাটীৰ পৰা আন এখন জনপ্ৰিয় দৈনিক বাতৰি কাকত 'নতুন অসমীযাই' জনগণৰ চাহিদা পূৰণ কৰিব পৰাকৈ প্ৰকাশ পাইছিল তথাপি এক প্ৰতিযোগিতা সুলভ মনোবৃত্তিৰে আৰু জাতীয

ভাৱধাৰাৰে অনুপ্ৰাণিত গৈ দৈনিক অসমে আত্মপ্ৰকাশ কৰাত কাকতখনৰ স্বত্বাধিকাৰ তথা প্ৰতিষ্ঠাপক ৰাধা গোবিন্দ বৰুৱাৰ মনত আনন্দৰ সীমা নাছিল। দৈনিক অসমে আৰম্ভণিৰ পৰাই অসমৰ জাতীয় জীৱনক প্ৰতিফলিত কৰিব পৰাকৈ কিছুমান সুকীয়া নীতি আৰু আদৰ্শ যুগুতাই লৈছিল যাতে অসমৰ প্ৰতিটো জনগোষ্ঠীৰ আশা-আকাংক্ষা, সমস্যাবোৰৰ সমাধানত কাকতখনে নিৰ্ভৰশীল আৰু নিষ্ঠা সহকাৰে বাতৰি পৰিৱেশন কৰি জনসচেতনতা আনিব পাৰে আৰু চৰকাৰেও কৰ্তব্য পালনত বাধ্য হৈ পৰে। অসমৰ ভাষা, কৃষ্টি-সংস্কৃতি জড়িত, জাতীয় জীৱনৰ সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক আৰু ৰাজনৈতিক দৃশ্যপটৰ প্ৰটভূমিত চিত্ৰ দাঙি ধৰি কাকতখনে মূল্যবোধৰ পৰিচয় দি আহিছে। নিৰ্ভীক, স্পষ্টবাদিতা আৰু দেশপ্ৰেম কাকতখনৰ আন এক বৈশিষ্ট্য। সেয়েহে হয়তো দৈনিক অসমৰ প্ৰথম দিনাৰ প্ৰথম সংখ্যাৰ আঠ পৃষ্ঠাজোৰা কাকতখনৰ মূল বিষয় বস্তুক লৈ প্ৰকাশ কৰা বাতৰিটো আছিল — 'অসমত বান-খহনীয়াৰ সমস্যা ঃ ৰাষ্ট্ৰীয় সমাধান প্ৰযোজনীয়। আন এটি গুৰুত্বপূৰ্ণ ৰাজনৈকিত বাতৰি আছিল — 'এঘাৰজন এম এল এৰ প্ৰতি সতৰ্কবাণী ঃ কংগ্ৰেছ কাৰ্যনিৰ্বাহকৰ প্ৰস্তাৱ।' দুয়োটা বাতৰিৰ প্ৰতি সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই অতি গুৰুত্ব সহকাৰে মন্তব্য দি কেন্দ্ৰীয় চৰকাৰৰ লগত যোগাযোগ কৰি ব্যৱস্থা লৈছিল যদিও উক্ত জাতীয় সমস্যাটোৰ সমাধান কেন্দ্ৰীয় চৰকাৰে আজিলৈকে নকৰাত অসমৰ জনসাধাৰণৰ দুখ-দুৰ্গতিৰ সীমা নোহোৱা হৈছে। আনহাতে তেতিয়াৰ পূৱ পাকিস্থান আৰু বৰ্তমানৰ বাংলাদেশৰ পৰা অবৈধ বিদেশী নাগৰিকৰ বৃহৎ সংখ্যক প্ৰব্ৰজনৰ ফলত উদ্ভৱ হোৱা অসমৰ মূল সমস্যাটো আজিও সমাধান নকৰাত ৰাজ্যিক আৰু কেন্দ্ৰীয় চৰকাৰৰ বিফলতাত ৰাইজ ক্ষুণ্ণ হৈ পৰিছে। অবৈধ বিদেশী নাগৰিকৰ বহিস্কাৰৰ ব্যৱস্থা অচিৰে নকৰিলে পৰিস্থিতি ভয়াৱহ হ'ব বুলি চৰকাৰে জনা উচিত বুলি দৈনিক অসমে সকীয়নী দিয়া বক্তব্যত নিশ্চয় উল্লেখনীয় দিশ। দৈনিক অসমৰ প্ৰথম সংখ্যাৰ প্ৰথম সম্পাদকীয় স্তম্ভতে হাজৰিকাই চোকা কলমেৰে সমস্যাবোৰৰ সম্পৰ্কত সকীয়াই দি লিখিছিল — 'সময়ৰ লগে লগে সেইবোৰ আহুকাল পাতলি যাব বুলিয়েই আমি আশা কৰিছো। কিন্তু সেইবুলি বাট চোৱাৰ সময় নাই — আমি আগবাঢ়িব লাগিব, অক্ষয় সংগ্ৰাম চলাই যাব লাগিব। তাৰবাবে লাগিব সংকল্পৰ দৃঢ়তা আৰু আন্তৰিক প্ৰচেষ্টা আৰু লাগিব অসমৰ নগৰে-গাঁৱে থকা ৰাইজৰ চেনেহৰ এচেৰেঙা পোহৰৰ উম। আমাৰ বিশ্বাস — আমি তাকে পাম আৰু অসমক সমৃদ্ধ কৰি তোলাৰ মহান যাত্ৰাত আমি সকলো সহযাত্ৰী হম।' মন কৰিলে উপলব্ধি হয় লিখনীটো কিমান দূৰদৰ্শী আৰু আশাবাদী ধাৰণাৰে পৰিপষ্টি। কাকতখনৰ প্ৰতিটো

বাতৰিৰ ক্ষেত্ৰত বিশ্বাসযোগ্যতা সম্পৰ্কে সম্পাদকে সদা সতৰ্ক দৃষ্টি ৰাখিছিল। নতুন কাকতখনে জনপ্ৰিয়তা অৰ্জন কৰিবলৈ কিছুমান শিতান বাছি লৈছিল। আমি দেখিছো প্ৰথম সংখ্যাৰ পৰা আৰম্ভ কৰা 'কাঁহুদী' আৰু 'সময়ৰ শৰ' দুয়োটা শিতানে বিগত চল্লিশটা বছৰে গতি সলনি কৰা নাই। তাৰ মাজেৰে মানুহৰ অন্তৰত কিছুমান সূক্ষ্ম অনুভূতি সৃষ্টি কৰাত সফল হৈছে। তদুপৰি বহুতো তথ্যপূৰ্ণ শিতান, সাময়িক প্ৰৱন্ধ-পাতি, গ্ৰাম্য অঞ্চলৰ বাতৰি দেশ-বিদেশৰ আন্তঃৰাষ্ট্ৰীয় তথা ৰাষ্ট্ৰীয় ঘটনা প্ৰবাহ, সামযিক প্ৰসঙ্গ, ৰেখা চিত্ৰ, ফটো ফিচাৰৰ লগতে শিশুৰ শিতান, মহিলাৰ শিতান, খেলজগতৰ বা-বাতৰি, চিনেমা, ভ্ৰাম্যমান থিয়েটাৰৰ বিভিন্ন ৰসৰ আলোচনা আৰু মৃতকৰ শ্ৰদ্ধা নিবেদিত "স্মৃতি তৰ্পণ" শিতানবোৰে দৈনিক অসমৰ চাহিদা বৃদ্ধি কৰাত সহায়ক হৈছে। নতুনকৈ সংযোজিত কৰা "আজিৰ ৰাশিফল" শিতানটোও বহুতৰ বাবে মনোগ্ৰাহী হৈছে। কাকতখনৰ বৰ্তমানৰ অন্যতম অংশীদাৰ প্ৰফুল্ল গোবিন্দ বৰুৱাৰ প্ৰত্যক্ষ সহযোগত' গঢ় লৈ উঠা নতুন লেখকৰ সন্ধানত আৰু ফটোগ্ৰাফী প্ৰতিযোগিতা দুযোটা শিতানে নতুন চিন্তা-চৰ্চাৰ সমল যোগাইছে। কাকতখনৰ এইবোৰ গঠনমূলক দিশ আমি দেখিবলৈ পাইছো। এটা সময আছিল বাতৰি কাকত প্ৰকাশ কৰা আৰু নিযাৰিকৈ চলোৱা এক কষ্টকৰ কাম দৈনিক অসম জন্ম লোৱাৰ সমযছোৱাতে এই সমস্যাবোৰ আছিল। আজি কিন্তু বহু সহজ হৈ পৰিল প্ৰিন্টিং টেকন'লজী অভাৱনীয ৰূপত আগবাঢি গৈছে। আজি পি টি এছ আৰু অফচেট প্ৰিন্টিংৰ যুগ। লগে লগে কম্পিউটাৰ, ইন্টাৰনেটৰ আবিৰ্ভাৱে বহু কাম উজু কৰি দিছে। বৰ্তমান গুৱাহাটী মহানগৰীৰ পৰাই ৮/১০ খন দৈনিক অসমীয়া বাতৰি কাকত প্ৰকাশ পায, সেই হিচাপে গ্ৰাহক-পঢুৱৈৰ সংখ্যাও বৃদ্ধি পাইছে। কেইবাখন কাকতে অসমৰ বিভিন্ন ঠাইৰ একেলগে প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিছে — সেই হিচাপে ব্যৱসায দিশত লাভবান হৈছে। ট্ৰিবিউন গোষ্ঠীযে সেই কামটো হাতত লোৱা বৰ্তমান দেখা গৈছে। বাতৰি কাকতৰ একপ্ৰকাৰ বাটকটীযা হিচাপে অচিৰেই নতুন নতুন দিশ উদ্ভাৱন কৰাটো আমি কামনা কৰো। বাতৰি কাকত আজি উদ্যোগ প্ৰতিষ্ঠানত পৰিণত হৈছে, ব্যৱসায়ৰ ক্ষেত্ৰতো তুমুল প্ৰতিযোগিতা চলিছে। প্ৰতিখন কাকতেই ৰঙীণ চিত্ৰসহ মাল্টিকালাৰত প্ৰকাশ পাবলৈ ধৰিছে। তদুপৰি সাপ্তাহিক 'দেওঁবৰীয়া চ'ৰা' পুস্তিকা আকাৰত এক নতুন সংযোজন আৰম্ভ হৈছে। পূজা সংখ্যাৰ আলোচনীখন দৈনিক অসমেই পোনপ্ৰথমে প্ৰৱৰ্তন কৰিছিল। সাংবাদিক ফনী তালুকদাৰৰ সহযোগত 'কাটুন'ৰ প্ৰচলন আন এটা নতুন দিশ। জনপ্ৰিয শংকৰছ্ উইক্লীৰ আৰ্হিত এই শিতান চলাইছে। লিখকক

পাৰিশ্ৰমিক দিয়া প্ৰথাও ট্ৰিবিউন গোষ্ঠীয়ে আৰম্ভ কৰা বুলি ক'ব পাৰি। বহুতো নবীন কবি-সাহিত্যিক প্ৰৱন্ধকাৰ দৈনিক অসম কাকতৰ জৰিযতে প্ৰবীণ সাহিত্যিকৰ স্থান পাইছে। সাধাৰণ পাঠকেও বাতৰি কাকত পঢ়াৰ অভ্যাস আজিকালি নিযমীয়া কৰি লৈছে। বাতৰি কাকত একোখনে কেৱল শিক্ষিত বৌদ্ধিক সমাজখনতে আৱদ্ধ নাৰাখি সৰ্বসাধাৰণ ৰাইজৰ মাজলৈ যাব পৰাটোৱে কৃতিত্ব বুলিব লাগিব। লগে লগে পুৱাৰ ভাগতে যাতে কাকতখন গ্ৰাহকৰ হাতত পৰে, সেই যাতাযত ব্যৱস্থা সুচল কৰাৰ সময় আহিছে।

দৈনিক অসমৰ সম্পাদকৰ গুৰু দাযিত্ব সুদীৰ্ঘ কাল লোৱাৰ পিছত হাজৰিকাই কাকতখনৰ দায়িত্ব অৰ্পণ কৰিছিল দৈনিক জন্মভূমি কাকতৰ প্ৰাক্তন সম্পাদক প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ হাতত। বৰুৱাৰ লগত আমাৰ ৰাজহুৱা জীৱনৰ সম্পৰ্ক আছিল ১৯৬০ চনৰ ভাষা আন্দোলনৰ পৰাই। সেয়েহে তেওঁক এগৰাকী স্বদেশপ্ৰেমী, কৰ্মঠ ব্যক্তি হিচাপে আমি জানো। সাংগঠনিক অভিজ্ঞতাৰ পৰিপুষ্ট হৈ দৈনিক অসমৰ ধাৰাবাহিকতাৰ পৰম্পৰা অক্ষুণ্ণ ৰাখিবৰ চেষ্টা কৰিছিল। জাতীয় সমস্যাবোৰৰ ক্ষেত্ৰত বৰুৱাইও কাকতখনত আগস্থান দিছিল। দুই চাৰিটা নতুন শিতানৰ পাতনি মেলি আনহাতে মৃতকৰ প্ৰতি থকা 'শ্ৰদ্ধাঞ্জলি' শিতানটো বাদ দিযাত আমি ক্ষুণ্ণ হৈছিলো। তেওঁৰ যুক্তি আছিল মৃত্যুৰ পিছত সকলো ব্যক্তিকে ধাৰ্মিক, সমাজকৰ্মী সজোৱা হয। আমাৰ যুক্তি আছিল একোগৰাকী ব্যক্তিৰ কৰ্মক্ষেত্ৰই ৰাজ্যখনৰ বিভিন্ন অঞ্চলক প্ৰতিনিধিত্ব কৰে সেযেহে অঞ্চলৰ আৱেগ-অনুভূতিও জড়িত হৈ থাকে, গতিকে শিতানটোৰ গুৰুত্ব আছে বুলি ৰাইজে বিচাৰে। বৰুৱাই কাকতখনৰ লগত বেছিদিন নাথাকি বিদায লয়। পিছত দৈনিক অসমৰে আন এগৰাকী জ্যেষ্ঠ আৰু অভিজ্ঞ সাংবাদিক অনিল বৰুৱাক দৈনিক অসমৰ সম্পাদকৰ দাযিত্ব অৰ্পণ কৰে। বৰুৱাই কাকতখনৰ জন্মলগ্নৰ পৰা থকাৰ গুণতে বহু কথাৰ সম্ভেদ পাইছিল। তেওঁ এগৰাকী ভাল স্তম্ভ লেখক আৰু প্ৰগতিবাদী চিন্তা-চৰ্চাৰ প্ৰবক্তা। কাকতখনৰ ঐতিহ্যপূৰ্ণ ধাৰাবাহিকতাৰ বিশেষ সলনি নকৰিলে। দাযিত্ব লৈ কিছুদিন থকাৰ পিছত চাকৰিৰ পৰা অবসৰ লৈ সম্পাদকৰ দাযিত্বৰ পৰাও বিদায লয। অনিল বৰুৱাৰ পিছত কিছু দিনলৈ অন্যতম স্বত্বাধিকাৰী প্ৰফুল্ল গোবিন্দ বৰুৱাই সম্পাদকৰ দাযিত্ব পালন কৰে। পিছত দৈনিক অসমৰ বৰ্তমান সম্পাদকৰ দাযিত্ব ল'লে ধীৰেন্দ্ৰ নাথ চক্ৰৱৰ্ত্তীযে। চক্ৰৱৰ্ত্তী এগৰাকী অভিজ্ঞ অৱসৰপ্ৰাপ্ত প্ৰশাসনিক বিষয়া। সুদীৰ্ঘকাল চৰকাৰী তথ্য আৰু জনসংযোগ বিভাগৰ গুৰু দাযিত্ব বহন কৰি আজি প্ৰথম শ্ৰেণীৰ এখন বাতৰি কাকতৰ 'সম্পাদক'। সকলো কথা প্ৰায তেওঁৰ নখ-দৰ্পণত জিলিকি আছে। আজি চাৰিটা দশকজুৰি

তেওঁক লগ পোৱাৰ দিনৰে পৰা দেখিছো দেশপ্ৰেমৰ সজ্জাৰে এটা আপোচহীন মন লৈ সকলো স্তৰতে নিৰ্ভীক আৰু স্পষ্টবাদিতাৰ পৰিচয় দি আহিছে। দৈনিক অসমৰ 'সম্পাদকীয়' ধাৰাটো কিছু সলনি কৰা পৰিলক্ষিত হৈছে। প্ৰতিটো জাতীয় সমস্যা বা আন্তঃৰাষ্ট্ৰীয় সমস্যা নাইবা আঞ্চলিকতাবাদৰ মূল সমস্যাবোৰক চুটি চুটি বাক্য গাঁথনিৰে পাঠকৰ মনোগ্ৰাহী কৰি 'সম্পাদকীয়' লিখাৰ এটা সুকীয়া ধাৰা প্ৰৱৰ্ত্তন কৰিবলৈ লৈছে। প্ৰতিষ্ঠাপক সম্পাদক হাজৰিকাৰ দৰে ক্ষুৰধাৰ সমালোচনাৰে বিষয়বোৰ উত্থাপন কৰি দৈনিক অসমক নিৰপেক্ষতাৰ জখলাত থিয় কৰাব পাৰিছে।

দৈনিক অসম কাকতে ধাৰাবাহিকভাৱে ১৯৭২ চনৰ মাধ্যম আন্দোলন ১৯৭৪ চনৰ খাদ্য আন্দোলন আৰু ১৯৭৯ চনৰ পৰা ১৯৮০ চনলৈ বিদেশী বহিস্কাৰ আন্দোলনৰ এক গুৰু দায়িত্ব বহন কৰিছিল। তদুপৰি অসমৰ ভয়াৱহ নিবনুৱা সমস্যা, জনজাতীয় সমস্যা, উত্তৰ-পূৰ্বাঞ্চলৰ উগ্ৰবাদীৰ সমস্যা আদিকো অহৰহ গঠনমূলক দৃষ্টিকোণেৰে ৰাইজক অৱগত কৰোৱাত সফল হ'ব পাৰিছে বুলি আমাৰ বিশ্বাস। দৈনিক অসম কাকতৰ সোণালী যুগটো 'অসম আন্দোলন' আছিল বুলি ক'ব পাৰি। সেইখিনি সময়তে কাকতখনে বহু পৰম্পৰা ভঙ্গ কৰি অভিলেখ সৃষ্টি কৰিছিল — অসম আন্দোলনটোক প্ৰকৃতাৰ্থত সংবাদ মাধ্যমেৰে এক বলিষ্ঠ নেতৃত্ব দিছিল। এই ক্ষেত্ৰত প্ৰয়াত সাংবাদিক কীৰ্তিনাথ হাজৰিকাৰ একক প্ৰচেষ্টাৰ কথা সকলোৱে স্বীকাৰ কৰিব লাগিব। ৰাজ্যখনত আঞ্চলিকতাৰ বীজ ৰোপণ কৰাত মূলত দৈনিক অসমৰ ভূমিকা লেখত ল'বলগীয়া আছিল অসম আন্দোলনৰ ভৰপক মুহূৰ্ত্তত জনগণৰ স্বাৰ্থত নিৰ্ভীক অগ্নিগৰ্ভা সত্যনিষ্ঠ বাতৰি পৰিৱেশন কৰা হেতুকেই খাটি খোৱা জনতাৰ কৃষক-বনুৱা শ্ৰমিক-কৰ্মচাৰী, ছাত্ৰ-ছাত্ৰী, পুৰুষ-মহিলা, বৃদ্ধ-শিশুকে লৈ সকলো শ্ৰেণীৰ লোকেই দৈনিক অসম কাকতখন হাতত পৰালৈকে খাপ পিটি অপেক্ষা কৰাৰ নজিৰ পাবলৈ বিৰল। কাকতখনৰ প্ৰতি থকা অটল বিশ্বাসযোগ্যতা আজিও অটুট আছে। জনপ্ৰিয়তাৰ শিখৰত আছে বুলি ক'ব পাৰি।

আনহাতে দৈনিক অসমৰ এটা সময়ত অন্ধকাৰো নামি আহিছিল ১৯৭৫ চনত দেশৰ জৰুৰীকালীন অৱস্থাৰ পটভূমিত আৰু অসম আন্দোলনৰ উগ্ৰ সমৰ্থক বুলি চৰকাৰে ৰোষত পৰি কাকতখনৰ ওপৰত 'চেঞ্চৰ নীতি' প্ৰৱৰ্ত্তন কৰি চৰকাৰে গণতন্ত্ৰকে হত্যা কৰিছিল। চেঞ্চৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰাৰ আন উপাই নথকাত 'বাতৰিৰ স্তম্ভ' আৰু 'সম্পাদকীয় স্তম্ভ' উকা কৰি প্ৰতিবাদ সাব্যস্ত কৰা হৈছিল। ১৯৮১ চনতো দ্বিতীয়বাৰৰ বাবে দৈনিক অসমক 'চেঞ্চৰ নীতি'ত পেলাইছিল,

সেই একে ধৰণৰ প্ৰতিবাদ জনোৱা হৈছিল। কিন্তু সুখৰ বিষয় গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মাননীয় ন্যায়াধীশ ইবটম্বা সিং আৰু ন্যায়াধীশ বি এল হানচাৰিয়াই চৰকাৰৰ বিৰুদ্ধে দিয়া ৰায় আছিল ঐতিহাসিক। অথচ এই ৰায় সম্পৰ্কে সৰ্বভাৰতীয় স্তৰত যি প্ৰতিক্ৰিয়া হ'ব লাগিছিল অসমৰ বুলিয়েই হয়তো সেই প্ৰতিক্ৰিয়া নহ'ল। এনেধৰণৰ প্ৰতিটো অন্যায়, শোষণৰ বিৰুদ্ধে দৈনিক অসমে যোৱা ৪০ টা বছৰে মাত মাতি আহিছে ৰাইজৰ যোগ্য প্ৰতিনিধি ৰূপে। জাতীয় জীৱনত কাকতৰ এনে ভূমিকা চিৰস্মৰণীয় হৈ ৰ'ব।

অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামে আমাকো ট্ৰিবিউন গোষ্ঠীৰ একোগৰাকী শুভাকাঙ্খী সদস্যৰূপে ভাবিবলৈ সকাহ দিলে। বিশেষকৈ দৈনিক অসমত অসমৰ জাতীয় সমস্যাৰ ওপৰত লিখা আমাৰ ভালেমান প্ৰৱন্ধ-পাতি প্ৰকাশ কৰিও আমাক আপ্লুত কৰি ৰাখিছে। ঠিক তেনেদৰে এচাম জাতীয় চেতনাবোধ থকা লিখকৰ মূল্যবান নিৱন্ধ প্ৰকাশ কৰিও, লিখকৰ সৃষ্টি কৰাৰ লগতে ৰাইজে নিশ্চয় উপকৃত হৈছে। বিশেষ দ্ৰষ্টব্য — অসমৰ এগৰাকী অতি সচেতন ব্যক্তি প্ৰযাত অৰূপ বৰদলৈৰ অসম আন্দোলনৰ সম্পৰ্কত ভালেকেইটা তথ্যপূৰ্ণ প্ৰৱন্ধ মানচিত্ৰসহ দৈনিক অসমত প্ৰকাশ পোৱাত আমাৰ লগতে বহুতৰে উপকাৰ গৈছে। প্ৰৱন্ধবোৰ প্ৰকাশ পাইছিল ১৯৮৪ চনৰ ১৯ ডিচেম্বৰ, ১৯৯৩ চনৰ ১২ জুন আৰু ১৯৯৬ চনৰ ২৫ নৱেম্বৰ তাৰিখে।

উক্ত প্ৰবন্ধবোৰৰ গুৰুত্ব আজিও বিদ্যমান। দৈনিক অসমৰ ঐতিহাসিক প্ৰাসঙ্গিকতা আছে বুলিযেই যোৱা ১৯৭৯ চনৰ ৮ জুন তাৰিখৰ পৰা ১৯৮৫ চনৰ ১৫ আগষ্ট তাৰিখলৈকে (অসম চুক্তি স্বাক্ষৰিত) ঐতিহাসিক অসম আন্দোলনৰ গোটেই সময়ছোৱাৰ লক্ষ্য বহনকাৰী 'দৈনিক অসম' আৰু 'আছাম ট্ৰিবিউন' কাকতৰ সমুদায় কপি বৰ সযতনে এই লিখকে বন্ধাই ৰখাত ভৱিষ্যতৰ কোনোবা গবেষক আৰু বুৰঞ্জীবিদসকলৰ উপকাৰত আহিলেও বাতৰি কাকত দুখনৰ ঐতিহ্যক শ্ৰদ্ধাৰে স্মৰণ কৰা হ'ব। (অসম আন্দোলনৰ দস্তাবেজ, দৈনিক অসমৰ বাতৰি ২৫ জুলাই, ০৫)। দহ বছৰৰ পিছত আহিবলগীয়া 'দৈনিক অসম'ৰ সোণালী জয়ন্তী উৎসৱলৈ আগতীয়াকৈ বৈপ্লৱিক অভিনন্দন জনাই পৰ্যালোচনাটি সামৰিলোঁ।



> শিক্ষাৰ ঘাই শিপাডাল বৰ তিতা কিন্তু ইয়াৰ ফলাফল বৰ মিঠা।
>
> — **এৰিষ্টটেল**

# মুখ্যমন্ত্ৰী সমীপেষু

মুখ্যমন্ত্ৰী ডাঙৰীয়া, আপুনি পৃথিৱীৰ তিনিখন সম্পদশালী দেশ ইংলেণ্ড, কানাডা আৰু ইটালীৰ পৰা বিদেশ ভ্ৰমণ কৰি অসমলৈ উভতি আহিল। আমি জনাত দেশত মূল্য সংযোজিত কৰ সম্পৰ্কীয় এক অধ্যয়নকাৰী দলৰ নেতৃত্ব লৈ য'ত দিল্লী, হিমাচল প্ৰদেশ, বিহাৰ আৰু পঞ্জাৱৰ বাৰজনীয়া প্ৰতিনিধি দলে আপোনাক সহযোগ কৰিছিল আৰু আপুনি আছিল দলটোৰ মূল ব্যক্তি। কেন্দ্ৰীয় চৰকাৰৰ পৰামৰ্শমতেই কৰ আহৰণৰ প্ৰক্ৰিয়া 'ভেট'ৰ দ্বাৰা কেনেকৈ ৰাজ্যসমূহত ৰাজহ বৃদ্ধি কৰিব পাৰি তাৰ কৌশল জনাৰ বাবেই হয়তো আছিল বিদেশ যাত্ৰা, কিন্তু ঘূৰি অহাৰ পিচত আপোনালোকৰ যাত্ৰাৰ সফলতা, বিফলতা আদি সম্পৰ্কে ৰাইজে সবিশেষ জানিব পৰা নাই। আপোনাৰ লগত যিহেতু ৰাজ্যখনৰ কেইবাগৰাকী বিযাগোম বিষয়া অভিজ্ঞতা আহৰণৰ বাবে গৈছিল তাৰ সুফল নিশ্চয় দুখীয়া ৰাইজে আশা কৰিব পাৰে। ইয়াৰ ব্যতিক্ৰম হ'লেহে ৰাইজে যাত্ৰাবোৰ আমোদ-প্ৰমোদৰ বাবে কৰা ভ্ৰমণ বুলি ভাবিবলৈ বাধ্য হয। আমাৰ চুবুৰীয়া ৰাজ্য পশ্চিমবংগৰ বাওঁপন্থী চৰকাৰৰ মুখ্যমন্ত্ৰী মাননীয় বুদ্ধদেৱ ভট্টাচাৰ্য্যই যদি পশ্চিমীয়া দেশৰ সাহায্যত ৰাজ্যখনত উদ্যোগ স্থাপনৰ ব্যৱস্থাত আগভাগ ল'ব পাৰে, অসমৰ মুখ্যমন্ত্ৰী হিচাপে আপুনিও বিদেশ ভ্ৰমণৰ জৰিযতে এনেধৰণৰ কৌশল আৰু বুদ্ধিৰ ৰাজনীতিৰ সেই সুবিধাকণ ল'ব পাৰিছে নে নাই আমি নাজানো। কাৰণ নিৰ্বাচনৰ পিচত দ্বিতীযটো কাৰ্যকালৰ বাবে চৰকাৰ গঠন কৰি প্ৰথমখন সংবাদমেলত আপুনিযেই সগৰ্বে ঘোষণা কৰিছিল— ৰাজ্যখনৰ সকলোধৰণৰ উন্নযন খৰতকীয়া কৰাৰ সংকল্প লোৱাৰ কথা। তাৰ ভিতৰত আছিল ৰাজ্যখনৰ লাখ লাখ নিবনুৱাৰ নিযুক্তি, আলফাৰ সৈতে শান্তি আলোচনাক গুৰুত্ব দিযাৰ আশ্বাস আদি বিষযৰ লগতে কৃষি উন্নয়ন আৰু ভালেমান আঁচনিৰ সংবাদ আমাক দিছিল।

আজি বিশেষ দিশ এটা আপোনাৰ দৃষ্টি আকৰ্ষণ কৰিব বিচাৰিছো যিটো ৰাজ্যখনৰ বাবে অতি গুৰুত্বপূৰ্ণ কথা। ৰাজ্যখনত সন্ত্ৰাবাদীৰ গুলীত বাইশগৰাকী লোক গুৰুতৰভাৱে আহত হৈ বহুতো দুখীয়া পৰিযাল সৰ্বস্বান্ত হৈ পৰিল, এযা জানো

শান্তিৰ লক্ষণ? জনসাধাৰণৰ জীৱনৰ নিৰাপত্তা ক'ত থাকিল? ইয়াত কোনো অতিৰঞ্জিত কৰা নাই, সকলো চৰকাৰী তথ্যৰ ওপৰত ভিত্তি কৰিহে কোৱা হৈছে। ৰাজ্যখনৰ আইন-শৃংখলাৰ দায়িত্ব আপোনাৰ ওপৰতে নিশ্চিত হৈ আছে। একে সময়তে অসমৰ বিভিন্ন প্ৰান্তত তেলৰ পাইপ লাইন ফুটোৱা হ'ল, ৰেল লাইনত বোমা, গ্ৰেনেড ফুটিল, ৰাজহুৱা স্থানত বোমা ফুটিল আৰু যে কিমান কি নঘটিল সেয়া অনুসন্ধান কৰিলেই জানিব পাৰিব। একেসময়তে ডিব্ৰুগড চহৰত চিকিৎসাৰ নামত এচাম ডাক্তৰে সিংহৰ ভূমিকা প্ৰদৰ্শন কৰিলে শুনিলেই লাজ লাগি যায়। আমিনো কোনখন দেশত বাস কৰিছো। এনেবোৰ অন্যায়, দুৰ্নীতি কৰ্মৰ প্ৰতিবাদ কৰিবলৈ গৈ সমগ্ৰ ডিব্ৰুগডবাসী ৰাইজেই আজি আপোনাৰ পুলিচ, চি আৰ পি বাহিনীৰ হাতত মাধমাৰ খাই শাৰীৰিকভাৱে ঘুণীয়া হ'বলগীয়া হৈছে। পোন্ধৰটা গণতান্ত্ৰিক সংগঠনৰ ঐক্যবদ্ধ প্ৰতিবাদৰ ফল আমি দেখিবলৈ পামনে সাধাৰণ জনগণৰ জীৱনক লৈ হেতালি খেলিছে কিয়? দোষী ব্যক্তিয়ে প্ৰকৃততে শাস্তি পাবনে? ভূতৰ ওপৰত দানহৰ দৰে ৰাজ্যখনৰ পৰা মেলেৰীয়াৰ প্ৰকোপ এতিয়াও শাম কটা নাই। মুখ্যমন্ত্ৰী হিচাপে কিবা এটা কৰক। ইমানবোৰ আহুকালৰ মাজতে আকৌ অসমৰ বছৰেকীয়া বানপানীৰ 'উৎসৱ'টো লাগি আছে। হেজাৰ হেজাৰ পৰিয়াল গৃহহীন হৈ মুক্ত আকাশৰ তলত দিন কটাবলগীয়া হৈছে। এনে অৱস্থাত মুখ্যমন্ত্ৰীৰ দীঘলীয়া অনুপস্থিতিয়ে নিশ্চয় ৰাইজৰ মনত ভয় আৰু শংকাৰ সৃষ্টি হোৱাটো নিতান্তই স্বাভাৱিক কথা বুলি আমি ভাবো। দেশখনৰ প্ৰধানমন্ত্ৰীৰ ক্ষেত্ৰতো একে কথা বুলি আমি জানো। নহ'লেনো গুলজাৰিলাল নন্দৰ দৰে অভিজ্ঞ জ্যেষ্ঠ মন্ত্ৰীগৰাকীয়ে কিমানবাৰ অস্থায়ী দাযিত্ব বহনকাৰী প্ৰধানমন্ত্ৰী হ'ব লগীয়া হৈছিল সেই কথা আজিৰ প্ৰজন্মই নাজানিলেও আগৰচামৰ সকলো ব্যক্তিয়ে ভালদৰে জানে।

আপুনি জানেই দেশৰ ভিতৰত অসম আজি সমস্যাবহুল ৰাজ্য বুলি পৰিচিত। চৰকাখনৰ প্ৰথম বিধানসভা অধিৱেশনৰ মাজতেই ৰাজ্যখনৰ মুখ্যমন্ত্ৰীগৰাকীৰ বিদেশ যাত্ৰাটোও আছিল তেনেদৰে তাৎপৰ্যপূৰ্ণ কথা। মুখ্যমন্ত্ৰী এগৰাকী যেতিয়া ৰাজ্যৰ বাহিৰত অথবা বিদেশত দীঘলীয়া সময়ৰ বাবে যাবলগীয়া হয়, সাধাৰণতে তেওঁৰ কেবিনেটৰ যিকোনো অভিজ্ঞ সতীৰ্থ এগৰাকীৰ হাতত অস্থায়ীভাৱে দাযিত্ব অৰ্পণ কৰি গ'লে ৰাজ্যখনৰ প্ৰশাসন ব্যৱস্থাটো একেবাৰে স্থবিৰ হৈ নপৰে। যিহেতু মুখ্যমন্ত্ৰীৰ হাতত ৰাজ্যখনৰ কেইবাটাও অতি গুৰুত্বপূৰ্ণ বিভাগ ন্যস্ত হৈ আছে যেনে আইন-কানুন, বিত্ত আৰু ভালেকেইটা গধুৰ বিভাগ। ৰাজ্যখনৰ যিকোনো

গুৰুত্বপূৰ্ণ সিদ্ধান্ত ল'বলৈ হ'লেই মুখ্যমন্ত্ৰীৰ অনুমোদনৰ প্ৰশ্ন আহি পৰে, গতিকে ৰাজ্যৰ প্ৰশাসন অচল হৈ পৰাটো স্বাভাৱিক। মুখ্যমন্ত্ৰীৰ কৰ্তৃত্বশীল দায়িত্বত কোনো নাথাকিলে আনসকল মন্ত্ৰীও প্ৰকৃতাৰ্থত কৰ্মহীন হৈ পৰে। দিছপুৰৰ জনতা ভৱন, সচিবালয় কক্ষও যেন উদং হৈ পৰে, তেনে যেন লাগে, বিদেশ-যাত্ৰাৰ এই দীঘলীয়া সময়ছোৱাত আপুনি কাকো দায়িত্ব দি নগ'ল। অথচ উক্ত সময়ছোৱাত ৰাজ্যখনত যিমানবোৰ ঘটনা ঘটি গ'ল, আপুনি নিশ্চয় নজনাকৈ থকা নাই। ৰাজ্যখনত যিধৰণে ধাৰাবাহিকভাৱে বোমা বিস্ফোৰণ ঘটি পাঁচগৰাকী নিৰীহ লোকে প্ৰাণ দিবলগীয়া হ'ল এয়া আছিল এক জ্বলন্ত উদাহৰণহে। সেই নীতি ৰাজ্যবোৰৰ ক্ষেত্ৰতো পালন কৰা উচিত। আপুনি বিত্ত বিভাগৰ দায়িত্বতো আছে। অথচ বিদেশলৈ যোৱাৰ আগতেই 'মন্ত্ৰী পদ' যাচিব নোৱাৰ আঠগৰাকী বিধায়কক সংসদীয় সচিব হিচাপে লৈ শপত লোৱালে, কিন্তু কাৰ্যভাৰ অৰ্পণ নকৰিলে। মন্ত্ৰীৰ দৰে দা-দৰমহা, অন্যান্য সুবিধাবোৰ ভোগ কৰাৰ সুৰুঙা উলিয়াই দিলে। দুখীয়া ৰাজ্য এখনৰ বাবে ৰাজহুৱা ধনৰ অপচয় হোৱা নাইনে? সেইদৰে কেন্দ্ৰীয় চৰকাৰৰ ৰাজহুৱা প্ৰতিষ্ঠানবোৰত ৰাজনৈতিক ব্যক্তিৰ সলনি সম্পূৰ্ণ অৰাজনৈতিক অভিজ্ঞ বিষয়াকহে চেয়াৰমেন কাম মেনেজিং ডিৰেক্টৰ পাতি ধনৰ অপচয় ৰোধ কৰে। ৰাজ্য চৰকাৰে এনে ব্যৱস্থা অনুসৰণ কৰিলে বহুকেইটা নিগম-প্ৰতিষ্ঠান মৃত্যুমুখৰ পৰা অন্ততঃ ৰক্ষা পৰিব। এয়া আমাৰ পৰামৰ্শহে ৰাজ্যখনৰ বিত্তীয় সংস্কাৰৰ স্বাৰ্থত। আমি উপলব্ধি কৰিছো — এপিনে ৰাজ্যখনৰ ৰাজহ বৃদ্ধিৰ স্বাৰ্থত মুখ্যমন্ত্ৰীয়ে বিদেশ ভ্ৰমণ কৰিছে, আনপিনে ৰাজ্যখনৰ ৰাজহৰ ধনৰ অপচয হৈছে। সেইটো আমি বিচৰা নাই। চৰকাৰী-বেচৰকাৰী সকলোৱে মিলি কথাবোৰ আন্তৰিকতাৰে হৃদয়ংগম কৰা উচিত। আশাকৰো প্ৰশাসনীয় মুৰব্বী হিচাপে মুখ্যমন্ত্ৰীয়ে উল্লিখিত বিষযসমূহত চকু দি অনুধাৱন কৰিব পাৰিলেই ভৱিষ্যতে সুফল পোৱা যাব আৰু ৰাইজৰ মনৰ খুদুৱনি আঁতৰ হ'ব।

○ ○ ○

ক্ৰোধে মানুহক ঘৃণাৰ পাত্ৰ কৰে, শত্ৰুসৃষ্টি কৰে আৰু দুখৰ স'তে সম্বন্ধ ঘটায়।

— **কৌটিল্য**

# মুখ্যমন্ত্ৰীৰ দৃষ্টি আকৰ্ষণেৰে

মুখ্যমন্ত্ৰীলৈ বুলি লিখা এই চিঠিত ৰাজহুৱা অভিযোগ কিছুমানহে দাঙি ধৰিব খুজিছোঁ। যেতিয়া চৰকাৰৰ বিভাগীয় কৰ্তৃপক্ষৰ কাৰ্যত চৰম হেমাহি পৰিলক্ষিত হয়, তেতিয়াই ৰাইজৰ প্ৰতিনিধি স্বৰূপ এম এল এ আৰু বিভাগীয় মন্ত্ৰীৰ দৃষ্টি গোচৰ কৰি বছৰৰ পিচত বছৰ ধৰি কোনো সুফল নাপালে মুখ্যমন্ত্ৰীক অৱগত কৰাটোৱে গণতান্ত্ৰিক ৰাইজৰ নৈতিক দায়িত্ব বুলি আমি ভাবো। মুখ্যমন্ত্ৰী হিচাপে চাৰে চাৰি বছৰৰ ওপৰ কাল শাসন ভাৰ চলোৱাৰ পাছত মাজতে মাথো দুই চাৰিমাহ বাকী নিৰ্বাচনলৈ, কিন্তু মুখ্যমন্ত্ৰীৰ বিগত কালছোৱাৰ ভালেমান কাম কাজে আমাক হতাশ কৰিছে। চৰকাৰৰ মুৰব্বী হিচাপে তেওঁ ৰাজ্যখনৰ জনগণৰ হিত চিন্তা কৰাটোহে আমি কামনা কৰো। ৰাজ্য এখনৰ মুখ্যমন্ত্ৰীযে অকল নিজ দলৰ চিন্তা চৰ্চাতে ব্যস্ত থাকিলে, ৰাজ্যৰ সৰ্বাঙ্গীন উন্নতি কেনেকৈ হ'ব। শেহতীয়াকৈ কাৰ্বি আংলংৰ ভয়াবহ গোষ্ঠী সংঘৰ্ষত বহুতো নিৰীহ জনসাধাৰণে অনাহকত প্ৰাণ দিবলগীয়া হ'ল। চৰকাৰে সময়মতে ব্যৱস্থা লোৱা আৰু ৰাইজক জীৱন সম্পত্তিৰ নিৰাপত্তা দিযাত তেওঁ সম্পূৰ্ণ ব্যৰ্থ হৈছে। ৰাষ্ট্ৰীয ক্ৰীডা মহোৎসৱ সময়মতে পাতিব নোৱাৰি অসমবাসীৰ মান মৰ্য্যদা হানি হোৱাই নহয ভাৰতৰ জনসাধাৰণৰ ওচৰত অসমৰ জনগণে লজ্জাজনকভাৱে অপমানিত হৈছে। অসমৰ ৰাইজৰ ওচৰত মুখেৰে ক্ষমা প্ৰাৰ্থনা বিচাৰিলেই যথেষ্ট নহয। এই সকলোবোৰৰ মূলতেই হৈছে চৰকাৰখনৰ চূড়ান্ত দুৰ্নীতি। প্ৰতিটো বিভাগতে কোটি কোটি টকাৰ বীভৎস লেনদেন চলিছে। পুলিচৰ নিযুক্তি, শিক্ষকৰ নিযুক্তিত কেৱল টকা পইচাৰ খেল। চৰকাৰৰ দুৰ্নীতিগ্ৰস্থ অলেখ মন্ত্ৰী, বিযাগোম বিযযাৰ টকা পইচাৰ কেলেঙ্কাৰীৰ কথা বিভিন্ন বাতৰি কাকতত সদায প্ৰমাণ সহ প্ৰকাশ পালেও মুখ্যমন্ত্ৰী চকু মুদি থাকে একেবাৰে ধৃতৰাষ্ট্ৰৰ দৰে। ইযাৰ দ্বাৰা তেওঁৰ পৰোক্ষ সমৰ্থন থকাকে নুবুজালেনে? নহ'লে তেওঁ ব্যৱস্থা নলয কিয়? এনেধৰণৰ অজস্ৰ অভিযোগ তেওঁৰ আছে। ৰাষ্ট্ৰীয ক্ৰীডা মহোৎসৱ সময মতে পাতিব নোৱাৰাৰ দোষত অসমক এক কৌটি টকাৰ জৰিমণা যে ভৰিলে এতিয়া তেওঁ কোনটো শিতানৰ পৰা এই টকা দিব। এয়া ৰাইজৰ টকা নহয জানো? এনে গুৰুতৰ অভিযোগ আৰু বহুতো আছে। আজি

মাথো বিস্তৃত ৰূপত স্থানীয় দুটা অভিযোগহে দাখিল কৰিলো তেওঁৰ হস্তক্ষেপ বিচাৰি। আপুনি কোৱা মতে নিকা প্ৰশাসনৰ পৰা তৎকালিন ব্যৱস্থা ল'বলৈ দাবী জনালো।

অসমৰ বাট-পথ, দলং আদিৰ ক্ষেত্ৰত চৰকাৰে উন্নয়নৰ কাৰণে কি কৰিছে তেওঁ দিয়া বাতৰি শুনিহে আছোঁ। বাস্তৱ ক্ষেত্ৰত কিন্তু তাৰ ওলোটাটোহে হোৱা দেখিছো। উদাহৰণ স্বৰূপে, গুৱাহাটী মহানগৰীৰ অতিকৈ পুৰণি অঞ্চল চেনিকুঠীৰ মাজেৰে যোৱা ৯০০ মিটাৰ দৈৰ্ঘৰ কালিকা লগা 'কমলা কান্ত ভট্টাচাৰ্য্য পথটো পৌৰ নিগমৰ পৰা যোৱা ২০০৩ চনতে চৰকাৰৰ গড়কাপ্তানি বিভাগলৈ হস্তান্তৰ কৰা হৈছিল আৰু চেনিকুঠী উন্নয়ন সমিতিৰ নেৰা-নেপেৰা চেষ্টাত ৰাস্তাটোৰ আৰু কাষৰ সৰুনলা দুটাৰ মেৰামতিত হাত দি আজি সুদীৰ্ঘ তিনিবছৰে পঞ্চাশ শতাংশ কামো নোহোৱাকৈ বৰ্তমান ৰাস্তাৰ কাম আধৰুৱা হৈ পৰি থকাটোত কাৰ ষড়যন্ত্ৰ নিহিত হৈ আছে, যি হওঁক বৰ্তমান পাচ বছৰৰ মূৰত যেনিবা হ'ল কিন্তু শিৱ মন্দিৰৰ পৰা এম চি ৰোডলৈ দুয়োকাষে নলা নহ'ল। মুখ্যমন্ত্ৰীযে ৰাজহুৱাকৈ জনাব নে? কে কে ভট্ট ৰাস্তাটোৰ সংক্ৰান্তত অসমৰ প্ৰতিখন বাতৰি কাকততে বিস্তৃতভাৱে বহুবাৰ তথ্য সহকাৰে বাতৰি ওলাই গৈছে। কিন্তু চৰকাৰৰ নিৰ্লিপ্ততাত আমি আচৰিতেই নহয়; লাজো পাইছো। বিশেষ গুৰুত্বপূৰ্ণ কথা যে ৯ টাকৈ উপপথ সংলগ্ন হোৱা কমলাকান্ত ভট্টাচাৰ্য্য পথৰ দুয়োকাষে প্ৰায় ১২ শ পৰিয়ালে বসবাস কৰে। আনহাতে ৰাস্তাৰ দাতিতে বিদ্যা মন্দিৰ, লিটিল স্কলাৰ্ছ স্কুল, জাতীয় বিদ্যালযৰ লগতে কেবাটিও ছোৱালী হোষ্টেল, ল'ৰাৰ হোষ্টেল থকাৰ বাবে বিকল্প পথ নথকা একমাত্ৰ এই পথটোৰেই ছাত্ৰ-ছাত্ৰী, বুঢা-বুঢী আৰু সমূহ জনসাধাৰণে অহা-যোৱা কৰিবলগীযা হয। গোপীনাথ বৰদলৈ পথ আৰু নৱগ্ৰহ পথত অত্যাধিক যান জটৰ সৃষ্টি হ'লে, কে কে ভট্ট পথটোকে ৰিক্সা, ট্ৰেকাৰ, শ শ গাড়ী, অটো, বাইক আদিযে বিকল্প পথ হিচাপে ব্যৱহাৰ কৰিব লগা হয। খোজ কাটি অহা-যোৱা কৰা লোকসকলৰ তেতিয়া অৱস্থা কি হ'ব পাৰে মুখ্যমন্ত্ৰীয়ে ভাবি চাইছে নে? ৰাস্তাৰ কামত হাত দিওতে আমি ইতিমধ্যে দুটা বাৰিষা পাৰ কৰিলোঁ। একেদৰে নৱগ্ৰহ পাহাৰৰ পৰা নামি অহা পানীযে এটা নলাক বুৰাই পেলাই কৃত্ৰিম বানপানীৰ সৃষ্টি কৰিলে ৰাইজৰ হাহাকাৰ হয। জানিব পৰা মতে ৰাস্তাটোত তিনিবছৰ পূৰ্বেই প্ৰায ৪০ লাখ টকাৰ মঞ্জুৰি দিযাৰ পাছত কামো নহ'ল। ঠিকাদাৰেও সম্পূৰ্ণ টকা নাপালে। জে বৰুৱা উপপথৰ সংলগ্নৰ পৰা মাণিক চন্দ্ৰ বৰুৱা ঘাই পথলৈ কামত হাতেই নিদিলে। বিভাগীয শত-সহস্ৰ ইঞ্জিনীযাৰ, মহৰী থকা সত্বেও গডকাপ্তানি পথ

এটাৰ তদাৰক কৰা ব্যৱস্থা নাই নেকি? ৰাস্তাত কোনো 'ডাষ্টবিনৰো' ব্যৱস্থা নাই। পৌৰ নিগমৰ পানী, ৰাস্তাৰ বিজুলী চাকি বছৰ-বছৰ ধৰি নাই, অথচ ৰাইজে কৰকাটল নিয়মিতভাৱেই দি আছে। চেনিকুঠী উন্নয়ন সমিতিয়ে ৰাইজৰ পৰা টকা তুলি ৪৬ টাকৈ লাইট দুবাৰ দিছিল কিন্তু চৰকাৰ এখন থাকোতে ৰাইজে বাৰে-বাৰে কিয় দিব? আমি জানিব পাৰিছোঁ এই পথৰ এগৰাকী পুৰণি বাসিন্দা মুখ্যমন্ত্ৰীৰ ঘৰুৱা সম্পৰ্কীয় মানুহ। সকামে নিকামে তেওঁ বোলে তেওঁলোকৰ ঘৰলৈ আহে। এবাৰ ৰাস্তাটো পাৰিলে তেওঁ অনুসন্ধান কৰি যাবচোন। এই বেয়া ৰাস্তাৰ বাবেই নৱগ্ৰহ শ্মশানলৈ অনা মৰাশৰ সাঙি পৰ্যন্ত ৰাস্তাত পৰি গৈছিল। বাইলেনবোৰ ভাগি চিগি একাকাৰ হৈছে মেৰামতি সমূলি হোৱা নাই। এই অঞ্চলৰ এম এল এ গৰাকীও চোন মুখ্যমন্ত্ৰীগৰাকীৰ একে দলৰে প্ৰতিনিধি, তথাপিও আমি ইমান নিৰ্যাতন কিয় ভোগ কৰিবলগীয়া হৈছে, বুজি নাপাও। কোন কোন মন্ত্ৰী, এম এল এৰ ঘৰৰ পদুলীমুখলৈ পকী ৰাস্তাৰ ব্যৱস্থা হৈছে সেই খবৰো আমি ৰাখিছোঁ। নিৰ্বাচনলৈ বেছি দিন নাই, কথাবোৰত গুৰুত্ব দিয়ক, অন্যথা বিকল্প পথ সমগ্ৰ ৰাইজৰ হাতত।

এতিয়া আহো আন এটা গুৰুত্বপূৰ্ণ ৰাস্তাৰ প্ৰসঙ্গলৈ। গুৱাহাটী মহানগৰীৰ আটাইতকৈ ব্যস্ত আৰু সৰ্বাধিক গুৰুত্বপূৰ্ণ ৰাস্তাটোৱেই হ'ল — গোপীনাথ বৰদলৈ আৰু মণিৰাম দেৱান পথ, যিটো ৰাস্তাৰ কাষে-কাষে কেবাখনো প্ৰখ্যাত নাম কৰা বাতৰি কাকতৰ মুখ্য কাৰ্যালয় তথা প্ৰতিষ্ঠান, কেবাটিও ৰাজনৈতিক দলৰ মুখ্য কাৰ্যালয়, কেবাখনো শিক্ষানুষ্ঠান, স্বয়ং গড়কাপ্তানি বিভাগৰ মুখ্য অভিযন্তাৰ কাৰ্যালয় আৰু ভালেমান চৰকাৰী মুখ্য কাৰ্যালয়, বেঙ্ক আদি অৱস্থিত, অথচ এই ৰাস্তাটো বহলোৱাৰ নামত যিবোৰ অপকাণ্ড চলিছে মুখ্যমন্ত্ৰী তৰুণ গগৈৰ 'নিকা' চৰকাৰৰ দৃষ্টি গোচৰ হৈছে নে নাই নাজানো কিন্তু ৰাইজে কষ্ট ভোগ কৰা দোষে যে এই চৰকাৰক চুই যাব সেইটো অপ্ৰিয় হ'লেও সত্য। ৰাস্তা বহলোৱা কামটো অতি বিশৃঙ্খল ৰূপত আৰু অপৰিকল্পিতভাৱে কৰা বাবে মানুহে আৰু যান-বাহনৰ যাতায়াতৰ ভীষণ অসুবিধা হৈছে। নলাৰ পকী কাম অতি নিম্নস্তৰৰ হৈছে কাৰণ চিমেন্টৰ মচলা মাৰোতে বালিবোৰ একেবাৰে চলা নহয়, শিলবোৰ মাটিৰ সৈতে থকা অৱস্থাত নলাৰ অতি লেটেৰা পানীৰে মচলা মাৰি পকাৰ কাম চলাই আছে। মচলা মাৰোতেও বিশুদ্ধ পানীৰ প্ৰয়োজন। অভিযন্তাৰ কোনো তদাৰকৰ যেন ব্যৱস্থা নাই। পকাৰ কামত যে ফাকি দিয়া হৈছে তাৰ শেহতীয়া নিদৰ্শন হ'ল, শিলপুখুৰীৰ পাৰত সজোৱা পকী দেৱাল, দুবাৰকৈ ভাঙি পৰিল। ফলত কিমান লাখ টকাৰ ক্ষতি হ'ল চৰকাৰে হিচাপ দিবনে? ঠিকাদাৰে কম মজুৰীত অনভিজ্ঞ

'বাংলাদেশী পুৰুষ মহিলা বনুৱাক কামবোৰত খটুৱাই নিম্নস্তৰৰ কাম কৰাটো সামাজিক অপৰাধ বুলি আমি গণ্য কৰো। বৰ্তমান ভঙা-চিঙা ৰাস্তাৰ কাষত নতুনকৈ সাজিবলৈ লোৱা পদপথ সমূহ ডেৰফুটমান ওখ হোৱাত বিশেষকৈ মহিলা, বৃদ্ধলোক আৰু অন্যান্য যাত্ৰীয়ে চিটি বাছ সমূহত উঠা-নমা কৰাত ভীষণ সমস্যাৰ সৃষ্টি হৈছে। ৰাস্তাৰ কাম কেতিয়া মানে সমাপ্ত হ'ব তাৰ কোনো নিশ্চয়তা নাই। লাইট পোষ্টবোৰ আঁতৰোৱাৰ নামত দিনটোৰ অধিকাংশ সময় বিজুলী যোগানৰ পৰা অঞ্চলবাসী ৰাইজ বঞ্চিত হ'ব লগা হৈছে। আনহাতে ল'ৰা-ছোৱালীৰ পৰীক্ষা আহিছে ৰাস্তাটোৰ ক্ষেত্ৰত গ্ৰহণ কৰা আঁচনিমতে শিলপুখুৰীৰ ফ্লাইওভাৰখন হ'ব নে বাতিল কৰিছে তাকো জনা নগ'ল। গতিকে বাকীচোৱা ৰাস্তাৰ কাম কেতিয়ালৈ ধৰিব তাকো জানিব পৰা নগ'ল। অথচ ৰাস্তা বহলোৱাৰ প্ৰস্তাৱত গুৱাহাটী ক্লাবৰ পৰা চানমাৰিলৈকে সমগ্ৰ ব্যৱসায়ী মহলে স্বতঃস্ফূৰ্তভাৱে নিজ-নিজ বহুমুলীয়া মাটি এৰি দি প্ৰশাসনৰ লগত যিদৰে সহযোগ কৰিছিল সিয়ো আছিল অভূতপূৰ্ব। আটাইখিনি থলুৱা বাসিন্দা বুলিহে সম্ভৱ হৈছিল। ৰাস্তাটোৰ কাম লেহেম গতিত চলাৰ বাবে স্থানীয় ৰাইজৰ টেলিফোন আৰু পানীৰ লাইনৰ সংযোগত যথেষ্ট আহুকালৰ সৃষ্টি হৈছে। শিলপুখুৰী নৱগ্ৰহ পথৰ সন্মুখভাগৰ অবৰ্ণনীয় এক অৱস্থা হৈ পৰিছে। ৰাস্তা মেৰামতিৰ লগতে ইযাত এখন স্থায়ীভাৱে 'ফুটব্ৰীজৰো' প্ৰয়োজন আমি বহুদিনৰ পৰাই উপলব্ধি কৰি আহিছোঁ। ৰাস্তাটোত মাজে মাজে একেবাৰে যৎ সামান্য পৰিমাণৰ বিটুমেন দি মেৰামতি কৰা দেখা গৈছে। কিছুদিন আগতে 'শিলপুখুৰী সুৰক্ষা সমিতি' নামৰ এটা সংগঠন জন্ম লোৱা বুলি শুনিছিলো। চৰকাৰৰ এই অপকাণ্ড অন্যাযৰ বিৰুদ্ধে আশা কৰো তেওঁলোকে মাত মাতিব আৰু প্ৰয়োজনবোধে তীব্ৰ প্ৰতিবাদ গঢ়ি তুলিব। ৰাইজৰ এই অভিযোগবোৰ হয়তো প্ৰত্যক্ষভাৱে মুখ্যমন্ত্ৰীৰ দৃষ্টিগোচৰ নহ'বও পাৰে। কিন্তু আমি আশা কৰিছো তেওঁৰ তথ্য আৰু জনসংযোগ বিভাগে নিশ্চয় তেওঁৰ বিৰুদ্ধে তোলা আমাৰ অভিযোগসমূহ উপযুক্ত প্ৰমাণ সহকাৰে মিছা বুলি চৰকাৰে প্ৰতিপন্ন কৰিব পাৰিলে সুখী হম। দুয়োটা ৰাস্তাৰ উন্নয়নৰ ক্ষেত্ৰত কিমান দিনৰ ভিতৰত কি কি কাৰ্য্যকৰী ব্যৱস্থা লয়, সেই সম্পৰ্কত চৰকাৰী প্ৰেছ বিজ্ঞপ্তি এটা পাম বুলি আশা কৰিছোঁ।



# জাতীয় চৰিত্ৰ গঠনত ভাষা-কৃষ্টিৰ বিকাশ অপৰিহাৰ্য

যিকোনো সুসভ্য জাতিৰ ভাষা কৃষ্টি আৰু সংস্কৃতিৰ অস্তিত্ব ৰক্ষা কৰিবলৈ হ'ল সমাজৰ প্ৰতিটো স্তৰৰ প্ৰতিজন ব্যক্তিয়ে দেশপ্ৰেমৰ আদৰ্শৰ দ্বাৰা উদ্বুদ্ধ হৈ পোনতে নিজৰ মনটো গঢ়ি তুলিব লাগিব। সুস্থ-সবল এটা জাতীয় মনেহে জাতীয় চৰিত্ৰ গঠন কৰিব পাৰে। সেয়েহে মানসিক প্ৰস্তুতিৰ প্ৰযোজন। খোৱা, লোৱা, পিন্ধন-উৰণ, কথা-বতৰা, চলন-ফুৰণ আৰু আচাৰ-ব্যৱহাৰ আদি সকলো ক্ষেত্ৰতে নিজৰ সুকীয়া বৈশিষ্ট্য ফুটাই তুলিব পাৰিলেহে জাতিৰো অস্তিত্ব ৰক্ষা কৰাটো সম্ভৱ। সৰ্বসাধাৰণৰ মনত নিজৰ মাতৃভাষাটো আটাইতকৈ স্পৰ্শকাতৰ চেতনাবোধ সম্পন্ন। সেয়েহে দেশৰ অঞ্চল বিশেষে একো একোটা আঞ্চলিক ভাষাই সুকীয়াকৈ নিজৰ স্বকীয় বৈশিষ্ট্য অটুত ৰাখিবলৈ হ'লে সাংবিধানিক উপযুক্ত ৰক্ষা কবচৰ প্ৰযোজন। একে উদ্দেশ্যৰে ১৯৫৬ চনতেই ভাৰত চৰকাৰে দেশৰ তিনিগৰাকী প্ৰসিদ্ধ ব্যক্তি প্ৰয়াত ফজল আলীৰ নেতৃত্বত আন দুগৰাকী সদস্য ড° কে এম পানীকৰ আৰু ড° হৃদয়নাথ কুঞ্জৰুৰ দ্বাৰা 'ৰাজ্য পুনৰ গঠন আয়োগ' গঠন কৰি দি ভাষাৰ ভিত্তিত ৰাজ্যবোৰক পুনৰ গঠন কৰাৰ পৰামৰ্শ দি ভাৰতৰ ৰাজ্যবোৰক সেই সময়তে পুনৰ গঠিত কৰিলে। সেই অনুসাৰে বৰ্তমান সংবিধানৰ স্বীকৃতিপ্ৰাপ্ত যোল্লটা আঞ্চলিক ভাষাৰ স্বকীয় মৰ্যাদা অনুযায়ী চৰকাৰে ৰাজ্যবোৰ গঠন কৰিলে। উক্ত নীতিৰ উদ্দেশ্য হয়তো আছিল যে কোনো সবল গোষ্ঠীয়ে যাতে কোনো দুৰ্বল গোষ্ঠীৰ ওপৰত ভাষিক আধিপত্য বিস্তাৰ কৰিব নোৱাৰে। সুক্ষ্মদৃষ্টিৰে চালে ই অতি স্পষ্ট কথা যে দেশৰ সকলোবোৰ আঞ্চলিক ভাষাই সমানুপাতে উন্নতি লাভ কৰাটোৱেই যেন চৰকাৰৰ মহান উদ্দেশ্য আজি অৰ্থহীন হৈ দেখা দিছে। দেশৰ এটা অংশৰ পৰা আন এটা অংশলৈ দেশীয় নাগৰিকৰ প্ৰব্ৰজনৰ সোঁত সাংবিধানিকভাবে বাধা দিব নোৱাৰি, সেইবুলি ইয়াৰ অৰ্থ এইটো নহয় যে অত্যাধিকৰূপে এখন ৰাজ্যৰ পৰা আন এখন ৰাজ্যলৈ অৰ্থনৈতিক বা উদ্যোগীক যি কাৰণতেই নহওক কিয়, অন্য জনগোষ্ঠীৰ সোঁত বৃদ্ধি পাই যদি ৰাজ্যখনত স্থায়ীভিত্তিত উক্ত জনগণে বসবাস কৰিবলৈ লয় তেন্তে সেই ৰাজ্যৰ আঞ্চলিক ভাষাই সকলো পিনৰ উন্নতিৰ পথত পদে পদে বাধাৰ সন্মুখীন হয়। এনেক্ষেত্ৰত

ৰাজ্য পুনৰ গঠনৰো কোনো মূল্য নাথাকিব। কথাষাৰ অপ্ৰিয় যদিও তেনেই সত্য যে বাহিৰা লোকৰ প্ৰব্ৰজনৰ ফলত থলুৱা লোকগোষ্ঠীৰ জনসংখ্যা ক্ৰমে ক্ৰমে সংখ্যালঘুত পৰিণত হ'বলৈ ধৰে। তেতিয়াই বিভিন্ন জনগোষ্ঠীৰ মাজত ভুল বুজাবুজিৰ সৃষ্টি হ'বলৈ আৰম্ভ কৰে আৰু যুগ যুগ ধৰি চলি থকা ঐক্য আৰু সংহতিৰ ক্ষেত্ৰতো সংঘাত আহি পৰে। কোনো জাতি বা উপজাতি নিজৰ জন্ম স্থান মাতৃভুমিত নিজেই সংখ্যলঘুত পৰিণত হ'বলৈ নিবিচাৰে বা কামনাও নকৰে। এইক্ষেত্ৰত যদিহে কোনোবাই ষড়যন্ত্ৰমূলকভাৱে থলুৱা গোষ্ঠীৰ ওপৰত নিজৰ ভাষা-কৃষ্টিৰ আধিপত্য বিস্তাৰ কৰিবলৈ প্ৰয়াস কৰে তেতিয়াই সংঘৰ্ষৰ সৃষ্টি হয়। অসমত যোৱা ১৯৬০ চনৰ ভাষা আন্দোলন তাৰেই প্ৰতিফলন। তেনেদৰে ১৯৭২ চনৰ মাধ্যম আন্দোলনো আন এটি জ্বলন্ত উদাহৰণ। অসমত অসমীয়া ৰাজ্যসভা হ'ব লাগে। অসমৰ বিশ্ববিদ্যালযসমূহৰ পাঠ্যক্ৰমৰ মাধ্যমো অসমীয়া হ'ব লাগে- এযা নীতিগত কথা আৰু অসমবাসীৰ সম্পূৰ্ণ ন্যায়সংগত দাবী। কিন্তু অসমীয়া ভাষাক নিজৰ ৰাজ্যতে ভাৰতৰ অন্য ভাষা-ভাষীৰ কিছুলোকে প্ৰাপ্য সুবিধাৰ পৰা বঞ্চিত কৰাৰ গোপন যড়যন্ত্ৰৰ বাবে অসমৰ স্থানীয জনগোষ্ঠীয়ে তীব্ৰ প্ৰতিবাদৰ জোঁৱাৰ তোলে। জনগণৰ সৰৱ প্ৰতিবাদৰ ফলস্বৰূপে অসমৰ পৰা অসমীযা ভাষাটো অপসাৰিত হ'বলগীযা নহ'ল। শেষত অসমৰ ৰাজ্যভাষা অসমীযা হ'ল। এনেকি প্ৰযাত ৰাষ্ট্ৰপৰ্তি ফকৰুদ্দিন আলী আহমেদেও কৈছিল 'অসমত অসমীযা ৰাজ্যভাষা নহৈ মহাৰাষ্ট্ৰত হ'ব নেকি? কথাষাৰ তেনেই সত্য। কিন্তু এই কথাষাৰ অইন ভাষা-ভাষীৰ লোকতকৈও নিজৰ অসমীযা মানুহখিনিযে আন্তৰিকতাৰে আৰু সুদূৰপ্ৰসাৰী মনোভাৱেৰে উপলব্ধি কৰি চৰকাৰী-বেচৰকাৰী সকলো দিশতেই নিজৰ ভাষাটোক প্ৰৱৰ্তন কৰি জোৰ দিযাহেঁতেন আজিৰ এইটো অৱস্থা আহি নপৰে। তাৰ বাবেও আত্ম সমালোচনাৰ প্ৰযোজন আছে। অসম চৰকাৰৰ সকলোবোৰ বিভাগৰ কাৰ্যালযত ইংৰাজীৰ সলনি অসমীযা ভাষাটো চৰকাৰী কামত ব্যৱহাৰ কৰিবলৈ সময়ে সময়ে চৰকাৰে নিৰ্দেশ দিযে যদিও আমাৰ মাজৰ শ্ৰমিক-কৰ্মচাৰীযে সাতামপুৰুষীযা ইংৰাজী ভাষাৰ মোহ এৰিব নোৱাৰি কাগজে-পত্ৰই ইংৰাজীতে চিঠি-পত্ৰ, নোট্‌শিট আদিত লিখা চলাই থাকিল। কাৰ্যালযৰ সহাযকগৰাকীযেই যেতিযা তলৰ পৰা সকলো কাম ইংৰাজীতে চলাই থাকিবলৈ প্ৰযাস কৰে তেতিযা ওপৰৰ অনা অসমীযা বা ইংৰাজীপ্ৰেমী বিষযাবোৰে আপত্তি কৰাৰ সলনি পেটে পেটে ভালহে পায। এনেকৈযে বহুতো অসমীযা উচ্চ বিষয়াই অসমীযা ভাষাটো লিখিলে যেন নিজৰ মৰ্যাদা হানি হোৱা যেন অনুভৱ কৰে। এইবোৰে আমাক বহু নিম্নস্তৰলৈ ঠেলি দিছে। চৰকাৰী-বেচৰকাৰী কামৰ সুবিধাৰ বাবে ইতিমধ্যে ইংৰাজীৰ প্ৰতিশব্দবোৰৰ অসমীযা পৰিভাষা উলিযাইছে যদিও ব্যৱহাৰৰ অভাৱত প্ৰকৃততে

প্ৰচলন নোহোৱাকৈ পৰি থকাতো দুৰ্ভাগ্যজনক। সেয়েহে ১৯৬০ চনতে অসমীয়া ৰাজ্যভাষাৰ বিলখন বিধানসভাৰ মজিয়াত গৃহীত হৈছিল যদিও আজি ১৯৮২ চনলৈকে ইয়াৰ বাস্তৱ ৰূপায়ণ নোহোৱাটোৱেই কি সুচাইছে ই নিশ্চয় আমাৰ ভাষাটোৰ প্ৰতি চূড়ান্ত অৱহেলাৰ হে পৰিণতি। উল্লেখযোগ্য যে ৰাজ্য চৰকাৰৰ দুই এটা বিভাগতহে দুই-এগৰাকী উচ্চ বিষয়াৰ সচেতন মনোভাৱৰ ফলস্বৰূপে অসমীয়া ভাষাটো উক্ত কাৰ্যালযত সকলো স্তৰতে ব্যৱহাৰ হৈ আছে। যিকোনো পুৰণি বস্তু এটাক বাদ দি নতুনকৈ আকোঁৱালি লোৱাৰ ক্ষেত্ৰত পোনতে কিছু খেলিমেলি সৃষ্টি হোৱাটো স্বাভাৱিক। যিদৰে এটা সময়ত ষোল্ল অনাত এটা টকাৰ সলনি যেতিয়া এশ নয়া পইচাত (বৰ্তমান এশ পইচা) এটা টকাৰ হিচাপ সৰ্বসাধাৰণ ৰাইজে কৰিবলগীয়া হ'ল তেতিযাই বহু মানুহে বাক্‌যুদ্ধ, তৰ্কযুদ্ধ আৰু খণ্ডযুদ্ধত অৱতীৰ্ণ হৈছিল। কিন্তু পিচত সকলোবোৰ সহজ-সৰল হৈ পৰিল। ঠিক তেনেদৰে ইংৰাজী স্থান অসমীয়া ভাষাই ল'ব লাগিছিল। তেনেদৰে অসমত অসমীয়া ভাষাই আজিকোপতি উপযুক্ত স্থান নোপোৱাৰ গুৰিতেই ক'ব লাগিব অসমত স্বাধীনোত্তৰ কালৰ পৰা আজিলৈকে অনা অসমীয়া আৰু ইংৰাজী স্কুল স্থাপনৰ সহজ-সৰল ব্যৱস্থাসমূহ অসমৰ বাহিৰে ভাৰতৰ কোনো ৰাজ্যত এনে অদ্ভুত ব্যৱস্থা থকাটো আমাৰ চকুত নপৰে। উত্তৰ প্ৰদেশ, বিহাৰ, উৰিষ্যা, কৰ্ণাটক, পশ্চিমবঙ্গ, কেৰালা আদি ৰাজ্যত নিজ নিজ ভাষাৰ মাধ্যমৰ স্কুল-কলেজৰ বাহিৰে আন ভাষাৰ স্কুল-কলেজৰ প্ৰাদুৰ্ভাৱ অসমৰ দৰে সমূলি নাই। উদাহৰণস্বৰূপে উত্তৰ প্ৰদেশৰ 'বন্দোপধ্যায' আৰু 'পাল' সম্প্ৰদাযৰ দুটি সম্ভ্ৰান্ত পৰিযালৰ লোকে কাজিৰঙা পৰ্যটন নিৱাসত এই লিখকৰ সন্মুখতে মাতৃভাষা বঙালীৰ পৰিৱৰ্তে হিন্দী ভাষাত কথা-বতৰা পতা দেখি আচৰিত হৈ প্ৰশ্ন কৰাত হাঁহি হাঁহি উত্তৰ দিলে যে হিন্দী ভাষাত পঢ়া-শুনা কৰাৰ বাহিৰে তেওঁলোকৰ উপায নাই। কিন্তু অসমৰ বেলিকা ৰাজনৈতিক মুনাফা পাইছে। চৰকাৰেও হোৱাই নোহোৱাই আন আন ভাষাৰ স্কুলবোৰক আৰ্থিক অনুদান, সাহায্য আদি দি অন্যপ্ৰকাৰে অসমীয়া ভাষাৰ মূৰত কুঠাৰাঘাত কৰিছে। অসমৰ বেছিভাগ মানুহেই অতি উদাৰ ভাবেৰে নিজৰ মুখৰ অসমীয়া ভাষাটো বাদ দি ভাৰতৰ অন্যপ্ৰান্তৰ মানুহৰ লগত হিন্দী, বঙালী, নাইবা ইংৰাজীতেই কথা পাতি মনৰ ভাব আদান-প্ৰদান কৰা দেখা যায। সেয়েহে অসমীয়া ভাষাটো শিকিব লাগে সেই কথা হয়তো আনবোৰে উপলব্ধি কৰাৰ প্ৰয়োজনবোধ নকৰে। এইবোৰ আমাৰ নিজৰ দুৰ্বলতাহে মাথোন। অসমীয়া ভাষাটো সকলো ক্ষেত্ৰত ব্যৱহাৰ কৰিলেহে, নিজ ৰাজ্যত যোগ্যস্থান পাব।

০০০

# খিলঞ্জীয়াৰ অস্তিত্বৰ সংকট

খিলঞ্জীয়া অসমীয়া মানুহৰ ভাষা-কৃষ্টি-সাহিত্য-সংস্কৃতি ৰক্ষাৰ আৰু অসমৰ অস্তিত্বৰ সংকট পুনৰ ঘনীভূত হৈ পৰিছে। ভাৰত স্বাধীন হোৱাৰ পূৰ্বৰ পৰাই দেশত মুছলিম লীগৰ এক দীৰ্ঘম্যাদী আঁচনিৰে ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক ক্ষেত্ৰত গভীৰ ষড়যন্ত্ৰৰে কাম চলাই অহা অসমৰ পুৰণি চামৰ লোকসকলে ভালদৰে জানে। অসমৰ ওপৰত সকলোৰে চকু। অসমক মুছলমানপ্ৰধান বাংলাভাষী শ্ৰীহট্ট জিলাৰ লগত সাঙুৰি এটা গোটত ৰাজ্য গঠনৰ বাবে চলোৱা প্ৰচেষ্টা গ্ৰুপিঙৰ বিৰুদ্ধে অসমৰ জনপ্ৰিয় কংগ্ৰেছ নেতা লোকপ্ৰিয় গোপীনাথ বৰদলৈ আৰু আন আন অসমপ্ৰেমী নেতাই তীব্ৰ প্ৰতিবাদ নকৰাহেঁতেন, আজি অসমখন বাংলাদেশৰ অন্তৰ্ভূক্ত হৈ থাকিলহেঁতেন। বৰ্তমানৰ কংগ্ৰেছৰ মুখ্য মন্ত্ৰীৰ সেই সৎসাহস আৰু দূৰদৰ্শিতাৰ অভাব প্ৰতিটো খোজত ওলাই পৰিছে। স্বাধীনতাৰ পিছত অসমত আজি যিটো পৰিস্থিতি বিৰাজ কৰিছে, তাৰ বাবে মূলতঃ কংগ্ৰেছ চৰকাৰবোৰেই দোষী। ভোটবেংকৰ কথা চিন্তা কৰিযেই অবৈধ পূব পাকিস্তানী আৰু বৰ্তমানৰ অবৈধ বাংলাদেশী নাগৰিকক প্ৰশ্ৰয় আৰু অসমত আশ্ৰয় দিযাৰ গোপন ষডযন্ত্ৰৰ ফলত অসমত পুনৰ দুৰ্যোগ নামি আহিছে। ব্ৰিটিছৰ শাসনকালত, অৰ্থাৎ ১৯৪২ চনৰ পৰা ১৯৪৬ চনলৈ অসমৰ মুখ্য মন্ত্ৰীৰ পদত আছিল মুছলিম লীগৰ গোড়া প্ৰাৰ্থী ছৈযদ মহম্মদ চাদুল্লা। তেওঁৰ দিনতে অসমৰ উৰ্বৰা মাটিত খেতি কৰাবৰ বাবে লাইন প্ৰথাৰে আঁচনি যুগুত কৰি অবিভক্ত ভাৰতৰ পূৰ্ববংগৰ মৈমনসিং জিলা, শ্ৰীহট্ট জিলা আদিৰ পৰা বৃহৎসংখ্যক মুছলমান খেতিয়কক অসমলৈ আমদানি কৰি মাটি দি খেতি কৰিবলৈ সংস্থাপন দিছিল। ভাৰত স্বাধীন হোবাৰ পিছতো পূব পাকিস্তানৰ পৰা মানুহৰ সোঁত বন্ধ নহ'ল। মুছলিম লীগৰ পৰিকল্পিত আঁচনি বৰ কৌশলপূৰ্ণভাৱে লোৱা হৈছিল। আনকি ১৯৭১ চনৰ ২৫ মাৰ্চত বাংলাদেশ গঠন হোৱাৰ পিছতো ইন্দিৰা-মুজিব চুক্তি অনুসৰি বহু লাখ বাংলাভাষী হিন্দু আৰু মুছলমান লোকক ভাৰতীয় নাগৰিক কৰা হ'ল। তাৰ উপৰি অবৈধ অনুপ্ৰৱেশকাৰী অস্বাভাৱিক ৰূপত বৃদ্ধি পাবলৈ ধৰে। ইযাৰে গৰিষ্ঠসংখ্যক সাধাৰণ মুছলমান খেতিযক, দিন মজুৰি কৰা নাগৰিক আৰু বিভিন্ন শ্ৰেণীৰ লোকে অসমৰ প্ৰতিখন জিলাতে ভৰি পৰিল। নিৰ্বাচন অহাৰ লগে লগে ভোটাৰ তালিকাত নাম সুমুৱাই অবৈধ বিদেশী নাগৰিকক বৈধ কৰাৰ প্ৰক্ৰিয়াত চতুৰ দালাল শ্ৰেণীযে পৰিকল্পনা মতে কাম কৰি আছে। লোকপিযলৰ তথ্যৰ ভিত্তিত এই সংখ্যা স্পষ্ট হৈ পৰিছে। দেশৰ জনসংখ্যা বৃদ্ধিৰ একোটা স্বাভাৱিক

মান, গড় হিচাপেও ওলাই পৰে। হিন্দু জনসংখ্যাৰ তুলনাত হঠাতে মুছলমানৰ জনসংখ্যা অস্বাভাৱিক হাৰত বৃদ্ধি পোৱাত এক গভীৰ ষড়যন্ত্ৰৰ উমান পোৱা গৈছে। অসমত শেহতীয়াভাবে ভোটাৰ তালিকাত ১৪ শতাংশৰ পৰা সৰ্বোচ্চ ৪৬ শতাংশ ভোটাৰ অকস্মাতে বৃদ্ধি পোৱাৰ কথাটোত অলপতে অসম ভ্ৰমণলৈ অহা নিৰ্বাচন আয়ুক্ত নবীন বি চাওলাই আশ্চৰ্য প্ৰকাশ কৰি গুৰুত্বসহকাৰে অনুসন্ধান কৰাৰ প্ৰতিশ্ৰুতি দি গৈছে। বাতৰিত প্ৰকাশ পোৱাৰ দৰে অসম চৰকাৰৰ অৰ্থনীতি আৰু পৰিসংখ্যাৰ সঞ্চালকালয়ৰ অসমৰ এক গুৰুত্বপূৰ্ণ তথ্যভিত্তিক প্ৰতিবেদনত প্ৰকাশ পাইছে যে অসমৰ আগন্তুক নিৰ্বাচনত ১২৬ টা সমষ্টিৰ ভিতৰত সংখ্যালঘু মুছলমান লোকৰ ৫৫ টা সমষ্টিতে এতিয়া সংখ্যালঘুৱে নিৰ্ণাযক ভূমিকা লোৱাটো প্ৰায খাটাং হৈ পৰিছে। সূত্ৰটোৰ তথ্য অনুসৰি দেখা যায়—১৯৭১ চনৰ পৰা ১৯৯১ চনৰ ভিতৰত বিশেষভাৱে ধুবুৰী, গোৱালপাৰা, মৰিগাওঁ, নগাওঁ আৰু হাইলাকান্দি জিলাত সংখ্যালঘু বাংলাভাষী মুছলমান ভোটাৰৰ বৃদ্ধিৰ হাৰ ইমানেই বেছি যে কল্পনাই কৰিব নোৱাৰি। যদিহে গড হিচাপত দেশৰ অন্যান্য প্ৰান্তৰ লগত এটা মিল নাথাকে আয়ুক্তই গুৰুত্বসহকাৰে অনুসন্ধান কৰাৰ প্ৰতিশ্ৰুতি দি গৈছে। বাতৰিত প্ৰকাশ পোৱাৰ দৰে অসম চৰকাৰৰ অৰ্থনীতি আৰু পৰিসংখ্যাৰ সঞ্চালকালয়ৰ এক গুৰুত্বপূৰ্ণ তথ্যভিত্তিক প্ৰতিবেদনত প্ৰকাশ পাইছে যে অসমৰ আগন্তুক নিৰ্বাচনত ১২৬ টা সমষ্টিৰ ভিতৰত সংখ্যালঘু মুছলমান লোকৰ ৫৫ টা সমষ্টিতে এতিযা সংখ্যালঘুৱে নিৰ্ণাযক ভূমিকা লোৱাটো প্ৰায খাটাং হৈ পৰিছে। সূত্ৰটোৰ তথ্য অনুসৰি দেখা যায—১৯৭১ চনৰ পৰা ১৯৯১ চনৰ ভিতৰত বিশেষভাৱে ধুবুৰী, গোৱালপাৰা, মৰিগাওঁ, নগাওঁ আৰু হাইলাকান্দি জিলাত সংখ্যালঘু বাংলাভাষী জনসংখ্যাৰ বৃদ্ধিৰ হাৰ ক্ৰমে এনেধৰণে ওলাই পৰিছে—ধুবুৰীত ২৯ ২৪ ৰ পৰিৱৰ্তে ৭১ ১৩ শতাংশ, নগাওঁৰত ৩১ ১৯ ৰ পৰিৱৰ্তে ৮৯ ৯৯ শতাংশ, গোৱালপাৰাত ২২ ৬৭ ৰ পৰিৱৰ্তে ৬৪ ৮৪ শতাংশ, মৰিগাওঁত ৩৮ ৬৯ ৰ পৰিৱৰ্তে ৬৯ ৪৮ শতাংশ আৰু হাইলাকান্দি জিলাত ৩৪ ৩৪ ৰ পৰিৱৰ্তে ৫৭ ৩৯ শতাংশ বৃদ্ধি থলুৱা জনগোষ্ঠীৰ বাবে এক বিপদ সংকেত হৈ পৰিছে। ইয়াৰ মূলতেই কিছুমান মুছলমান মৌলবাদী উগ্ৰ সংগঠনে অহৰহ ষডযন্ত্ৰৰে কাম কৰি আছে, যিবোৰত সাৰ-পানী যোগাই আছে পাকিস্তানী চোৰাংচোৱা সন্থা আই এছ আই আদিয়ে। বাতৰিত প্ৰমাণসহকাৰে প্ৰকাশ পাইছে যে বাংলাদেশৰ অসংখ্য মৌলবাদী সংগঠনৰ লগতে ইছলামিক লিবাৰেছন আৰ্মী, হৰকট উল মুজাহিদীন, মুজাহিদ ভলণ্টীয়াৰ ফ'ৰ্চ, মালটা, মুছলিম একছন ফ'ৰ্চ, মোগল টাইগাৰ ফ'ৰ্চ আদিৰ দৰে ভালেমান উগ্ৰবাদী সংগঠনে অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ বৃহৎ অংশ সাঙুৰি বাংলাদেশক লৈ বৃহত্তৰ ইছলামিস্তান, অৰ্থাৎ বৃহত্তৰ বাংলাদেশ গঠনৰ এক পৰিকল্পিত ষডযন্ত্ৰ গঢ়ি তুলিছে।

অসমৰ অবৈধ বিদেশী নাগৰিকৰ বহিষ্কাৰ আন্দোলনৰ সময়ত সংখ্যালঘুৰ ওপৰত হাৰাশাস্তি কৰাৰ অজুহাত লৈ আব্দুল মুহিব মজুমদাৰে বিতৰ্কিত আই এম ডি টি আইনখন প্ৰস্তুত কৰিছিল। কিন্তু 'সত্যৰ সদায় জয়' বোলা কথাৰ দৰে যোৱা ১২ জুলাইত উচ্চতম ন্যায়ালয়ে উক্ত বিতৰ্কিত আইনখন বাতিল কৰাৰ পিছত সাংসদ গোলাম ওছমানিৰ দৰে ভালেমান নেতাই কেন্দ্ৰীয় চৰকাৰৰ ওচৰত আপত্তি তুলিছে। এতিয়া বিকল্প আইনৰ পোষকতা কৰি অসমৰ খিলঞ্জীয়া লোকৰ সন্দেহৰ পাত্ৰ হৈ পৰিছে। আমি জনাত স্বাৰ্থ একেটাই—বিদেশী নাগৰিকৰ দ্বাৰা ভোটবেংক গঠন কৰি ভৱিষ্যতে নিৰ্বাচনৰ জৰিয়তে অসমৰ ৰাজনৈতিক ক্ষেত্ৰখন হস্তগত কৰাৰ মূল উদ্দেশ্য নিহিত হৈ আছে। তেতিয়াহে মুছলিম লীগৰ চাদুল্লা চাহাবৰ দীৰ্ঘম্যাদী আঁচনিৰ সফল ৰূপায়ণ হ'ব। এইক্ষেত্ৰত কিন্তু মিৰজুমলাৰ দিনৰে পৰা অসমত বাস কৰি অহা খিলঞ্জীয়া অসমীয়া মুছলমান সম্প্ৰদায়ে আৰু সংখ্যালঘু বাংলাভাষী মুছলমান সম্প্ৰদায়ৰ চিন্তা-চৰ্চাৰ মাজত বিৰোধ আৰম্ভ হৈ নীতিগত কাৰণত মেৰু বিভাজন হোৱাৰ বাতৰি কাকতে-পত্ৰই প্ৰকাশ পাইছে। এয়া অসমীয়া হিচাপে শুভ লক্ষণ, কাৰণ অসমীয়া থলুৱা খিলঞ্জীযা লোকৰ মাজত হিন্দু-মুছলমান, খ্ৰীষ্টানৰ কোনো বিৰোধ নাই। মহাপুৰুষ শংকৰদেৱ, মাধৱদেৱ, আজানপীৰৰ আদৰ্শ আৰু বাণীৰেই অসমীযা সমাজখন গঢ় লৈ উঠিছে। ক্ষুদ্ৰ সাম্প্ৰদায়িকতাৰ বতাহে অসমক ঢুকি নাপায, কিন্তু ৰাজনীতিৰ চতুৰালিৰ পৰিণতিত অসমত থলুৱা লোকখিনিযে আজি নিৰাপত্তাহীনতাৰ ৰোগত ভুগিছে। অসমবাসী যাতে ত্ৰিপুৰাৰ জনসাধাৰণৰ দৰে সকলো ক্ষমতা হেৰুৱাবলগীযা নহয, তাৰ বাবে লাগিব থলুৱা খিলঞ্জীযা সকলো সম্প্ৰদায-গোষ্ঠীৰ ঐক্যবদ্ধ সংগ্ৰাম। অসম সাহিত্য সভা, সদৌ অসম ছাত্ৰ সন্থা, অসম জাতীযতাবাদী যুৱ-ছাত্ৰ পৰিষদৰ দৰে অন্যান্য জাতীয সংগঠন, দলৰ প্ৰবীণ কৰ্মচাৰী, কৃষকৰ মাজত সচেতনতা বৃদ্ধি কৰি একমুখে তীব্ৰ প্ৰতিবাদেৰে ষডযন্ত্ৰ উচ্ছেদ কৰাৰ দৃঢ পদক্ষেপ লোৱাৰ উপযুক্ত সময আহি পৰিছে। আছু, কেন্দ্ৰীয় চৰকাৰ, ৰাজ্য চৰকাৰৰ মাজত অসম চুক্তিৰ আধাৰত অনুষ্ঠিত হ'ব ত্ৰিপাক্ষিক আলোচনা। উক্ত আলোচনাত মুখ্যতঃ অসমীয়া খিলঞ্জীয়া লোকৰ সাংবিধানিক, ভাষিক, সাংস্কৃতিক ৰক্ষাকবচৰ বিষযটোৰ চুডান্ত সিদ্ধান্তৰ এক দাবী উত্থাপন কৰা উচিত। কাৰণ আমি সূক্ষ্মভাৱে লক্ষ্য কৰি আহিছোঁ, হিন্দী বলয়ৰ কেন্দ্ৰীয প্ৰশাসক বা চৰকাৰে কাশ্মীৰ, পঞ্জাৱ আদিৰ ক্ষেত্ৰত গুৰুত্ব দি কামবোৰ কৰে। এই কথা অসমৰ খিলঞ্জীযা থলুৱা হিন্দু-মুছলমান লোকেও আজি অন্তৰেৰে উপলব্ধি কৰি ভৱিষ্যতে যাতে সংখ্যালঘুৰ নাম লৈ প্ৰতিটো কথাতে বাংলাদেশ, পাকিস্তানৰ মৌলবাদী সংগঠনে অসম তথা সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলকে অশান্ত কৰি তুলিব নোৱাৰে, তাৰ বাবে সকলোকে সতৰ্ক হ'বলৈ আমি আহ্বান জনালোঁ।



# একত্ৰীকৰণৰ অগ্নিপৰীক্ষাত আঞ্চলিক দল আৰু জনমত

অসমৰ জ্বলন্ত সমস্যাবোৰে যিদৰে আজি জনসাধাৰণক জীয়াতু ভোগাইআছে, ঠিক একেদৰে ভিন ভিন ৰাজনৈতিক দলৰ দলীয় কৰ্ম পদ্ধতিযেও গৰিষ্ঠসংখ্যক জনগণক প্ৰকৃত গণতন্ত্ৰৰ দিশত আকৃষ্ট কৰিব পৰা নাই। গণতন্ত্ৰত চৰকাৰপক্ষ আৰু বিৰোধী পক্ষৰ সমানেই গুৰুত্বপূৰ্ণ ভূমিকা আছে, কিন্তু অসমত সেই ভূমিকা পালনত সকলো দলেই প্ৰকৃতাৰ্থত ব্যৰ্থ হৈছে। যিকোনো দলীয় চৰকাৰে ক্ষমতাৰ ৰাগিত আপোনপাহৰা হৈ বহুতো অপকৰ্ম কৰা দেখা যায়। সেইবোৰক সুস্থিৰ নীতি আৰু আদৰ্শৰে জনসাধাৰণৰ স্বাৰ্থত চৰকাৰখনক বাধ্য কৰাবলৈ একমাত্ৰ বিৰোধী দলবোৰৰ শক্তিযেহে গণতন্ত্ৰক জীযাই ৰাখিব পাৰে। অসমত কংগ্ৰেছৰ বিৰুদ্ধে বিজেপি, চি পি আই, চি পি এম দল আছে যদিও এতিয়াও কাৰ্যক্ষেত্ৰত কংগ্ৰেছৰ বিকল্প হিচাপে থিয় দিবলৈ পৰা নাই। এইক্ষেত্ৰত অসমৰ বৃহৎ আঞ্চলিক দল অসম গণ পৰিষদেহে কংগ্ৰেছৰ বিকল্পৰূপে দাবী কৰাৰ ভিত্তি আছে। ইয়াৰ বাহিৰেও সৰু-সুৰা কেইবাটাও আঞ্চলিক দল যেনে পি এল পি, তৃণমূল গণ পৰিষদ, এ এছ ডি চি, অগপ (প্ৰগতিশীল), এ ইউ ডি এফ আদি নিজ নিজ ক্ষেত্ৰত ৰাজনৈতিক দল হিচাপে গঢ় লৈ উঠিছে, কিন্তু অসমৰ এক বৈচিত্ৰ্যপূৰ্ণ জনগাঁঠনিৰ ফলত একত্ৰিতভাৱে কোনো এটা দলেই কংগ্ৰেছক হৰুৱাবলৈ সক্ষম হোৱা নাই। বিৰোধী দলৰ একত্ৰীকৰণ আৰু ঐক্যমঞ্চৰ অবিহনে যিকোনো নিৰ্বাচনত জয়ী হোৱাটো একপ্ৰকাৰ কঠিন কাম বুলি প্ৰতিটো ৰাজনৈতিক দলেই আজি স্বীকাৰ কৰে। এনেকি কংগ্ৰেছেও আজি অকলশৰে চৰকাৰ গঠন কৰিব পৰা নাই। বি টি চিৰ মুৰব্বী হাগ্ৰামা মহিলাৰীৰ সহায় লৈহে মৰ্চা চৰকাৰ গঠন কৰিছে। অসমৰ ৰাজনৈতিক ক্ষেত্ৰখনত অস্থিৰতাই বিৰাজ কৰিছে। অবৈধ বিদেশী নাগৰিকৰ সমস্যাই অসমৰ ভাষা-কৃষ্টি-সংস্কৃতিৰ লগতে সমগ্ৰ জাতীয় সত্তাকে গ্ৰাস কৰিবলৈ ওলাইছে।

এনে এক অগ্নিগৰ্ভ মুহূৰ্তত অসমৰ থলুৱা ভূমিপুত্ৰ জনগণৰ কাষত থিয় দি আঞ্চলিক ৰাজনৈতিক দলসমূহে যি ভূমিকা পালন কৰিব লাগিছিল সেই ভূমিকা পালনত সম্পূৰ্ণ ব্যৰ্থ হোৱাত আমি মানসিক কষ্টৰ পৰা পৰিত্ৰাণ পোৱা নাই। বৰ্তমান ৰাজ্যখনৰ ভয়াৱহ পৰিস্থিতিত অসমৰ সকলোবোৰ আঞ্চলিক দল একত্ৰিত

হৈ কাম নকৰিলে উপায় নাই। অসমৰ গৰিষ্ঠসংখ্যক জনগণে সেইটোকে বিচাৰে। এইক্ষেত্ৰত অসম গণ পৰিষদ দলেই মূল দায়িত্ব লোৱাৰ প্ৰয়োজন কোনেও নুই কৰিব নোৱাৰে। বৰ্তমান এই প্ৰক্ৰিয়া আৰম্ভ হৈছে যদিও যথেষ্ট লেহেম গতি হোৱাত এনেধৰণৰ সমস্যা আহি পৰা দেখা গৈছে। ছবছৰীয়া অসম আন্দোলনৰ সমাপ্তিৰ পিচত 'অসম চুক্তি' স্বাক্ষৰিত হ'ল। ১৯৮৫ চনৰে ১৪ অক্টোবৰত গোলাঘাটত আঞ্চলিক ৰাজনৈতিক শক্তিৰূপে অসম গণ পৰিষদ দলৰ জন্ম হ'ল। নিৰ্বাচন খেলি গণ পৰিষদ দলে কংগ্ৰেছ দলৰ পৰা ৰাজ্যৰ শাসন ব্যৱস্থা হস্তগত কৰিলে। আন্দোলনটোৰ মাজেৰে অসমৰ নিষ্পেষিত জনগণে ৰাজনৈতিক পৰিবৰ্তন বিচাৰিছিল, যাৰদ্বাৰা হয়তো আশা কৰিছিল সামাজিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক দিশত এক বৈপ্লৱিক পৰিৱৰ্তন অনাত বিশ্বত আলোড়ন সৃষ্টি কৰা নিকা ভাৱমূৰ্তিৰে গণ পৰিষদ চৰকাৰখনে অসম চুক্তিৰ প্ৰতিটো দফা কাৰ্যকৰী কৰাত সফল হ'ব। অভিজ্ঞতাৰ পিনৰ পৰা চৰকাৰখন একেবাৰে চালুকীয়া আছিল যদিও জনসমৰ্থন আছিল অভূতপূৰ্ব। যিটো বিশ্ব ইতিহাসতেই পাবলৈ বিৰল। প্ৰফুল্ল কুমাৰ মহন্তৰ নেতৃত্বত শপত লোৱা চৰকাৰখনক পুৰা পাঁচ বছৰ নৌহওঁতেই আইন-কানুনৰ দোহাই দি কেন্দ্ৰীয় চৰকাৰে বৰ্খাস্ত কৰিলে। পুনৰ পাঁচ বছৰ কংগ্ৰেছেই গাদী দখল কৰিলে। ১৯৯৬ চনত প্ৰফুল্ল মহন্তই দ্বিতীয়বাৰলৈ চাৰি দলীয় মৰ্চা চৰকাৰ গঠন কৰে, কিন্তু দহ বছৰ শাসনৰ গাদীত থাকিও বিদেশী নাগৰিকৰ মূল সমস্যা, অসম চুক্তি ৰূপায়ণত কোনো কামেই নকৰিলে। গোটেই চৰকাৰখনেই দুৰ্নীতিত লিপ্ত হৈ পৰে। আনহাতে গুপ্তহত্যাৰ পোষকতা কৰি অসমৰ ৰাইজৰ অপ্ৰিয়ভাজন হৈ নিৰ্বাচনত শাসনৰ গাদী হেৰুৱাবলগীয়া হয়। অসম গণ পৰিষদে প্ৰথমবাৰ কৰা ভুলৰ শুধৰণি বা সংশোধনী দ্বিতীয়বাৰো নকৰাটোবেই দলটোৰ বাবে অভিশাপস্বৰূপ হ'ল। চৰকাৰ গঠন কৰি নেতৃবৃন্দৰ অহংকাৰ বাঢ়ি গ'ল যিটো সাধাৰণতে দলীয় কৰ্মী বা নেতাৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। আন্দোলনৰ পুৰণি সতীৰ্থক পাহৰি যোৱাটোৱে চৰম অকৃতজ্ঞতাৰ পৰিচয় দাঙি ধৰিছিল। দলটোত আৰম্ভণিৰে পৰা আভ্যন্তৰীণ কন্দলে যথেষ্ট ক্ষতি কৰিছিল। স্বজনপ্ৰীতিয়ে দলটোৰ মৰ্যাদা হ্ৰাস কৰিছে। যিকোনো ৰাজনৈতিক দলত নতুন নতুন কৰ্মীৰ আগমনে দলক শক্তিশালী কৰে। বাওঁপন্থী দলত এনে প্ৰক্ৰিয়া চলি থাকে বাবেই ত্ৰিপুৰা, পশ্চিমবংগ আদিৰ দৰে ৰাজ্যত চৰকাৰে স্বাভাৱিকতে স্থায়ী ৰূপ লোৱাত সহায়ক হয়। সাধাৰণতে আঞ্চলিক দলবোৰে আঞ্চলিক সমস্যা আৰু দাবীক অগ্ৰাধিকাৰ দিয়া উচিত, কিন্তু যোৱা দহ বছৰীয়া শাসনকালত গণ পৰিষদৰ সেই চিন্তা-চৰ্চাৰ অভাৱ বাৰুকৈয়ে পৰিলক্ষিত হৈছিল। আনহাতে গণ পৰিষদ দলটোৱে ৰাজ্যখনৰ জাতীয় ভাবাপন্ন সংগঠনসমূহৰ লগত সমন্বয় নকৰাটোও দুখৰ বিষয়। বিশেষকৈ অসম

আন্দোলনৰ সময়ত গুৰুত্বপূৰ্ণ ভূমিকা লোৱা কৰ্মচাৰী পৰিষদসমূহ আৰু মহিলা সংগঠনসমূহৰ ক্ষেত্ৰত একো সম্পৰ্ক ৰখা নাছিল বাবেই দলটোৰ বেছি ক্ষতি হোৱা বুলিব পাৰি। ৰাজ্যখনৰ মূল বিৰোধী ৰাজনৈতিক দল হিচাপে নিবনুৱা যুৱক-যুৱতীৰ কৰ্মসংস্থান আৰু উগ্ৰপন্থী সমস্যাৰ ক্ষেত্ৰত সমাধানৰ পথ উলিযাব নোৱাৰাটোও দলটোৰ বাবে চৰম ব্যৰ্থতা, যিটোৱে অসমীযা ৰাইজৰ আশা-আকাংক্ষাত আঘাত হানিছে। একত্ৰীকৰণৰ ক্ষেত্ৰত সদৌ অসম ছাত্ৰ সন্থা আৰু যুৱ-ছাত্ৰ পৰিষদে উত্থাপন কৰা অভিযোগসমূহৰ সত্যতাও নুই কৰিব নোৱাৰি। বিভিন্ন নিৰ্বাচনত দলীয় প্ৰাৰ্থিত্ব দিযাৰ সমযতো যোগ্য প্ৰাৰ্থীক বাদ দি স্বজন-প্ৰীতি দেখুওৱাৰ ফলত পাবলগীয়া আসনো হেৰুৱাইছে। এনেবোৰ কাৰ্যই দলটোৰ প্ৰতি আস্থা আৰু বিশ্বাস কমি যোৱা দেখা গৈছে। ৰাজনৈতিক দলৰ একোটা নিজস্ব দৰ্শন থকা উচিত। অসম গণ পৰিষদ দলৰ সৃষ্টি অসম আন্দোলনৰে ফলশ্ৰুতি, সেযেহে অসমৰ জাতীয ভাবাপন্ন ৰাইজেই দলটোৰ 'হাইকমাণ্ড'। বিশ্ববিখ্যাত অসম আন্দোলনৰ পৰিসমাপ্তিৰ পিচত দলটোৱে সামগ্ৰিকভাৱে স্থাযী সুযোগ ল'ব নোৱাৰিলে, যাৰবাবে বহুধাবিভক্ত হৈ পৰিল। এতিযা একত্ৰীকৰণৰ ঢৌ তুংগত উঠাৰ পিচত যদিহে কাৰ্যকৰী কৰা দিশত পুনৰ ভুল কৰে ইযাৰ পিচত দলটোৱে কঁকাল পোন কৰাটোও কঠিন হ'ব বুলি আমাৰ ধাৰণা।

গণ পৰিষদ দলৰ জন্ম মুহূৰ্ততে প্ৰফুল্ল মহন্ত, ভৃগু ফুকনকে লৈ শীৰ্ষ নেতৃবৃন্দই দলটোক শক্তিশালী কৰি নিজে চৰকাৰৰ বাহিৰত থকা হ'লে আজি এনে অৱস্থা নহ'লহেঁতেন বুলি সমযে দাবী কৰে কিন্তু সেই সমযৰ অধিকাংশ নেতৃবৃন্দই ত্যাগৰ আদৰ্শ দেখুওৱাত বিফল হ'ল। বিগত কালছোৱাত অগপ চৰকাৰৰ ব্যৰ্থতাই ৰাইজক হতাশ কৰিছে। এইকথা প্ৰতিগৰাকী সদস্যই উপলব্ধি কৰক বাহ্যিকতাৰে নহয, আন্তৰিকতাৰে। তৃণমূল পৰ্যাযৰ কৰ্মীৰ ওপৰত আস্থা আৰু বিশ্বাস অটুট ৰাখিহে দলটো আগুৱাই যাব লাগিব। একত্ৰীকৰণ প্ৰক্ৰিযাত কোনো দলৰে চৰ্ত থকাটো উচিত নহ'ব। চৰ্ত আৰোপিত হ'লেই পুনৰ ভাঙোন আৰম্ভ হোৱাৰ আশংকা থাকে। আঞ্চলিক দলবোৰৰ একত্ৰীকৰণৰ বাৰ্তাবোৰ আমি দেখি, শুনি, বাতৰিত পঢ়িবলৈ পাই প্ৰচাৰ মাধ্যমৰ বিতৰ্কৰ কথাবোৰো হৃদযংগম কৰি, ৰাইজে আজি উপলব্ধি কৰিছে কংগ্ৰেছৰ অপকৰ্ম ৰোধ কৰিবলৈ হ'লে আঞ্চলিক দলবোৰৰ ঐক্যৰ প্ৰযোজন। বাওঁপন্থী দল আৰু চৰকাৰৰ গ্ৰহণীয কৌশল তথা কঠোৰ শৃংখলাবোধৰ নমুনা লক্ষ্য কৰা উচিত। গণ পৰিষদ দলৰ প্ৰতি আস্থা আৰু বিশ্বাস ঘূৰাই অনাৰ স্বাৰ্থত অন্ততঃ পাঁচ বছৰৰ বাবে দলৰ সকলো শীৰ্ষস্থানীয় নেতৃবৃন্দই মন্ত্ৰী-বিধাযকৰ কথা চিন্তা নকৰি চৰম ত্যাগৰ নিদৰ্শন দেখুৱাই দলটোক আদৰ্শৰ প্ৰতীকৰূপে গঢ়ি তোলক, অসমৰ স্বাৰ্থত, অসমীয়াৰ স্বাৰ্থত, বিভিন্ন জনগোষ্ঠীৰ স্বাৰ্থত।

০ ০ ০

# অসম থাকিলেহে ভাৰত থাকিব

ভাৰতৰ স্বাধীনতা দিৱসে আজি ৬৩ বছৰ বয়সত ভৰি দিলেহি, অৰ্থাৎ মানুহৰ জীৱনৰ জোখাৰে ক'বলৈ হ'লে শিশুকাল, যৌৱনকাল অতিক্ৰম কৰি দেশৰ স্বাধীনতাই বৃদ্ধ অৱস্থালৈ আগবাঢ়ি গৈছে। গতিকে এখন দেশৰ বাবে সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক আৰু ৰাজনৈতিক পৰিক্ৰমাৰে বিশ্লেষণ কৰিবলৈ হ'লে কোনো এটা দিশতে একেবাৰে কম সময় বুলি ক'ব নোৱাৰি। বিশ্বৰ অন্যান্য ভালেমান সৰু-ডাঙৰ ৰাষ্ট্ৰৰ তুলনাত ভাৰতবৰ্ষই প্ৰগতিৰ ক্ষেত্ৰত পশ্চিমীয়া দেশসমূহৰ লগত পাৰমাণৱিক ক্ষেত্ৰ, বিজ্ঞান, প্ৰযুক্তি বিজ্ঞান আদিৰ ফেৰ মাৰিবলৈ খোজ পেলাইছে, কিন্তু সামগ্ৰিক দৃষ্টিকোণেৰে যদি আমি চাওঁ, আজিৰ মুহূৰ্তত দাৰিদ্ৰ্য সীমাৰেখাৰ তলত বসবাস কৰা কোটি কোটি ভাৰতবাসীয়ে প্ৰকৃত স্বাধীনতা পাইছেনে ? সেই প্ৰশ্ন মনলৈ প্ৰায়ে আহি থাকে। ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ব্ৰিটিছ শাসনৰ ওৰ পেলাই ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰিলে। লাখ লাখ সঁচা অৰ্থৰ দেশপ্ৰেমিকৰ চৰম ত্যাগ আৰু আত্মবলিদানৰ বিনিময়তহে আমি স্বাধীনতা পাইছো! আজিও কিন্তু সেই উপলব্ধি ক'বলৈ গ'লে পাহৰণিৰ গৰ্ভত। জাতিৰ পিতা মহাত্মা গান্ধীয়ে অহিংস আন্দোলনৰ নেতৃত্ব দি দেশবাসীক স্বাধীনতাৰ পৰা মুক্ত কৰিলে এখন ৰাম ৰাজ্যৰ সপোন দেখি, ৰাজতন্ত্ৰৰ সলনি জনগণৰ মাজত গণতন্ত্ৰক প্ৰতিষ্ঠা কৰিবলৈ অনুগামীসকলক দীক্ষা দিছিল, কিন্তু বাস্তৱত সেয়া নহ'ল। ১৯৪৭ চনৰ ১৫ আগষ্টৰ প্ৰথম দিনটোৰ স্বাধীনতা দিৱসৰ আনন্দৰ মুহূৰ্ততো মুকলি আকাশৰ তলত আমিও শিশুমনেৰে উপভোগ কৰাৰ সৌভাগ্য ঘটিছিল। সমগ্ৰ ভাৰতবাসীয়ে একমন, একচিত্তে কল্পনা কৰিছিল এখন শোষণমুক্ত ভাৰতবৰ্ষৰ পৰিকল্পনা, য'ত হিংসা-বিদ্বেষ নাথাকিব, দুবেলা-দুমুঠি ভালদৰে খাব পাৰিব, থকাৰ বাবে ঘৰ আৰু লজ্জা নিবাৰণৰ বাবে বস্ত্ৰ। আনহাতে আক্ষৰিক শিক্ষা-দীক্ষাৰে এখন সু-সংগঠিত সমাজ-ব্যৱস্থাৰে গঠিত হোৱা গণতান্ত্ৰিক চৰকাৰ থাকিব। আজি সুদীৰ্ঘ ৬৩ বছৰ পিছতো সৰ্বসাধাৰণ ৰাইজ স্বাধীনতাৰ প্ৰতি হতাশ হৈ পৰিছে। আগৰ যি আনন্দ-উল্লাস আজি নাইকিয়া হৈ পৰিছে। পতাকা উত্তোলনৰ ৰাজহুৱা অনুষ্ঠানত ৰাইজৰ স্বতঃস্ফুৰ্ত উপস্থিতি দেখা নাযায়। ব্যক্তিগত বাসস্থান বা অনুষ্ঠানত জাতীয় পতাকা প্ৰায়ে উত্তোলন নকৰাটো পৰিলক্ষিত হৈছে। অৰ্থাৎ মানুহৰ অন্তৰত দেশপ্ৰেমৰ

অনুভূতি হ্রাস পোৱাটো চিন্তনীয় বিষয় যদিও ই প্রকৃততে সত্য ঘটনা। ইয়াৰ কাৰণ কি ? এইবোৰৰ অন্তর্নিহিত ভালেমান কাৰণ প্রত্যক্ষ বা পৰোক্ষভাৱে জড়িত হেতুকে সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক দিশত দ্রুতগতিত মূল্যবোধৰ অৱক্ষয় ঘটিছে। সমাজৰ প্রতিটো স্তৰতে দুর্নীতি-ভ্রষ্টাচাৰ আদিয়ে গা কৰি উঠিছে। তাৰ বাবে মূলতঃ বর্তমানৰ শাসন-ব্যৱস্থাই দায়ী। ৰাজনৈতিক নেতৃত্বৰ ওপৰত জনগণৰ আস্থা আৰু বিশ্বাস লোপ পাইছে। পূর্বৰ ৰাজনৈতিক চৰিত্রৰ ত্যাগৰ নিদর্শন আজি পাববলৈ নাই। ৰাজনৈতিক নেতাৰ প্রচুৰ ভোগ-বিলাসে ৰাজহুৱা দুর্নীতিৰ সীমা পাৰ হৈ গৈছে। ফলত দেশৰ উন্নয়নত বাধাৰ সৃষ্টি হৈছে। দুর্নীতিগ্রস্ত ৰাজনৈতিক নেতা কাৰাৰুদ্ধ হৈ বিচাৰাধীন অৱস্থাতো দোষমুক্ত নোহোৱাকৈয়ে ৰাইজৰ পৰা ফুলৰ মালা-গামোচা ডিঙিত ওলোমাই লোৱা কার্য কিমান ঘৃণনীয় সেই কথা অসম তথা ভাৰতবর্ষতহে সম্ভৱ হ'ব পাৰে আৰু ৰাইজৰো বৌদ্ধিক চিন্তা-চর্চাতকৈ নীচ দলীয় চিন্তাই কৰা কাম, আনহাতে গুৰুতৰ অপৰাধ বুলি গণ্য হ'লে হ'ব লাগে, কিন্তু কোনে কৰিব। ৰক্ষকেই ভক্ষকৰ ভূমিকা পালন কৰিবলৈ লৈছে। আমাৰেই দুর্ভাগ্য।

সেযেহে স্বাধীনতা, গণতন্ত্র আদি শব্দৰ ওপৰত মানুহৰ আস্থা প্রকৃত অর্থত নাই বুলিয়ে ক'ব পাৰি। কেন্দ্রীয় চৰকাৰৰ বৈষম্যমূলক আচৰণৰ ফলত দেশৰ ভালেমান ৰাজ্যত আজি অশান্তি বিৰাজ কৰিছে। ব্রিটিছৰ দৰে আজি কেন্দ্রীয় চৰকাৰখনেও দেশৰ জনগণক ভাগ ভাগ কৰি জাত-পাতৰ ৰাজনীতি কৰি শাসন-ব্যৱস্থা চলাই নিযাৰ পোষকতা কৰাত যিকোনো চৰকাৰে ৰাইজৰ অপ্রিয় হৈ পৰিছে আৰু নানাধৰণৰ সামাজিক, অর্থনৈতিক সমস্যাৰ সৃষ্টি হৈছে। বিশেষকৈ অসম তথা উত্তৰ-পূর্বাঞ্চলৰ জনসাধাৰণে প্রতিটো পদক্ষেপতে কেন্দ্রৰ বৈষম্যৰ বলি হৈ কটাবলগীয়া হৈছে। শান্তিপূর্ণ গণ আন্দোলনৰ প্রক্রিযাক চৰকাৰবোৰে জনসাধাৰণৰ দুর্বলতা বুলি গণ্য কৰাৰ ফলত প্রকৃত স্বাধীনতাৰ মূল্য কমি গৈছে। ইযাৰ জ্বলন্ত উদাহৰণ কেইটামান দাঙি ধৰিলেই ছবিখন স্পষ্ট ৰূপত ওলাই পৰে।

১৫ আগষ্ট বুলিলেই আজি অসমবাসীৰ মনলৈ এটা অজানিত ভয় আৰু শংকাৰ, ভাব সৃষ্টি হ'বলৈ লৈছে। এযা নিশ্চয় সমগ্র ভাৰতবাসীয়ে গুৰুত্বসহকাৰে উপলব্ধি কৰাৰ প্রযোজন আছে। অসমৰ জটিল সমস্যাৰাজিক আজিলৈকে কেন্দ্রীয় নেতৃবৃন্দ তথা চৰকাৰে আন্তৰিকতাৰে বুজিবলৈ চেষ্টা নকৰিলে। অসমৰ ভয়াবহ বানপানীৰ সমস্যা, গৰাখহনীযাৰ সমস্যা, ৩০ লাখ শিক্ষিত নিবনুৱাৰ কর্মসংস্থাপনৰ সমস্যা, ভিন ভিন জনজাতীয় সমস্যা, চুবুৰীয়া ৰাজ্যসমূহৰ সীমা বিবাদৰ সমস্যাকে ধৰি

অসম তথা সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ ভয়াবহ বিদেশী নাগৰিকৰ অনুপ্ৰৱেশৰ সমস্যা। লগতে কেবাটাও উগ্ৰপন্থী আৰু মৌলবাদীৰ আগ্ৰাসনত আজি অসমীয়া জাতিৰ অস্তিত্বৰ সংকটে দেখা দিছে। ইয়াৰ পিছত 'স্বাধীনতাৰ উপলব্ধি' নিশ্চয় এক বিতৰ্কৰ বিষয় বুলি ক'ব পাৰি। এই সমস্যাবোৰ একেদিনে সৃষ্টি হোৱা নাই। ভাৰত স্বাধীন হোৱাৰ পূৰ্বেই এটা সময়ত অসমক পূৰ্ববংগৰ ছিলেট জিলাৰ লগত সাঙুৰি দিয়াৰ ষড়যন্ত্ৰ চলিছিল, কিন্তু সৌভাগ্যক্ৰমে মহাত্মা গান্ধীৰ হস্তক্ষেপত লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ তীব্ৰ প্ৰতিবাদত সেইবাৰলৈ অসম যেনিবা ৰক্ষা পৰিল— ১৯৬২ চনত চীনা আক্ৰমণত ভাৰতৰ প্ৰয়াত প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে অসহায় অৱস্থাৰে অসমবাসীক চীনৰ হাতত একপ্ৰকাৰ বিদায় দিছিল। ১৯৭১ চনৰ ২৫ মাৰ্চ তাৰিখে বাংলাদেশৰ জন্ম-ৰহস্যত প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ সহায়-সহযোগেই আছিল মূল শক্তি। হয়তো ভাবিছিল ভাৰতৰ চুবুৰীয়া ৰাষ্ট্ৰ বাংলাদেশ বন্ধু ৰাষ্ট্ৰ হিচাপে ভাৰতৰ উন্নয়নত সহায়ক হ'ব, কিন্তু আজি বাংলাদেশৰ অবৈধ নাগৰিকে অসমৰ অস্তিত্বকে বিপন্ন কৰি তুলিছে। এই গুৰুতৰ সমস্যাৰ কথা উপলব্ধি কৰিয়ে ১৯৭৯ চনৰ ৮ জুন তাৰিখৰ পৰা সদৌ অসম ছাত্ৰ সন্থাই অসমৰ পৰা অবৈধ বিদেশী বিতাড়নৰ দাবীত বিশ্ববিখ্যাত অহিংস ৰূপত অসম আন্দোলনৰ পাতনি মেলিছিল। উক্ত আন্দোলনৰ পটভূমিত ৮৫৫ জন থলুৱা লোকে প্ৰাণ বিসৰ্জন দি জাতীয় শ্বহীদ হৈছিল। অসমৰ সমূহ জনগণ চৰকাৰী নিৰ্যাতনৰ বলি হৈছিল। বিনিময়ত কেন্দ্ৰীয় চৰকাৰ, ৰাজ্য চৰকাৰে বাধ্য হৈ ছাত্ৰ সন্থাৰ মূল দাবীক মানি লৈ ১৯৮৫ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰতৰ প্ৰয়াত প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীয়ে ঐতিহাসিক 'অসম চুক্তি' গ্ৰহণ কৰে। ছবছৰীয়া অসম আন্দোলনৰ পৰিসমাপ্তি ঘটিল যদিও আজি ২৫ বছৰে অসম চুক্তিৰ দফাসমূহ কেন্দ্ৰীয় চৰকাৰে বা ৰাজ্য চৰকাৰে কাৰ্যকৰী নকৰিলে। ভাৰত-বাংলাদেশৰ আন্তৰ্জাতিক সীমাৰ ২৫৯ ৫৭ কিলোমিটাৰ অঞ্চলৰ আজিও অধিকাংশ উন্মুক্ত হৈয়ে আছে। নদীপথ প্ৰায় সম্পূৰ্ণভাৱে মুকলি। সীমান্তত পৰ্যাপ্ত পৰিমাণে বি এছ এফ জোৱানৰ পহৰা আৰু নিশাৰ ভাগত ফ্লাড লাইটৰ ব্যৱস্থা নাই। যাৰ ফলত আজিলৈকে লাখ লাখ অবৈধ বাংলাদেশীয়ে অসমৰ প্ৰতিখন জিলাতে জনগাঁথনি সলনি কৰি পেলাইছে। থলুৱা ভূমিপুত্ৰ খিলঞ্জীয়া অসমীয়া লোক আজি সংখ্যালঘুত পৰিণত হৈছে। এনে এটা অৱস্থাতো কেন্দ্ৰীয় মন্ত্ৰী জয়ছোৱালে লোকসভাৰ মজিয়াত ৫০ লাখ অবৈধ বাংলাদেশী অসমত থকা বুলি কৈও দলীয় স্বাৰ্থত পিছদিনাখনে একেখন মজিয়াত এজনো বাংলাদেশী অসমত নাই বুলি কোৱাৰ সাহস কোনে দিলে। বাংলাদেশী চিনাক্তকৰণৰ ক্ষেত্ৰত গঠিত ৩২ খন ট্ৰিবুনেল আজি স্থবিৰ হৈ আছে। অসম

চৰকাৰে কোনো সঠিক তথ্য বিধানসভাৰ মজিয়াত দিব পৰা নাই বুলি বিৰোধীপক্ষই সততে অভিযোগ তুলি আহিছে। চৰকাৰী পক্ষৰ মতে, শেহতীয়াকৈ ৮,০০০ বাংলাদেশী চিনাক্ত কৰি ৯৬ জনক বহিষ্কাৰ কৰা বুলি কৈছে। ক'ত, কেতিয়া, কেনেকৈ কৰিলে সিও এক ডাঙৰ ৰহস্যজনক প্ৰশ্ন। ১৯৮৩ চনতে বাংলাদেশীক ৰক্ষণাবেক্ষণ দিবলৈ অসমৰ কংগ্ৰেছী চৰকাৰখনে কুখ্যাত আই এম ডি টি আইন মাথোঁ অসমত প্ৰৱৰ্তন কৰি অসংখ্য বাংলাদেশীক ভাৰতীয় কৰি অসমৰ জনজীৱনৰ সৰ্বনাশ কৰিলে। উক্ত পৰিকল্পিত ষডযন্ত্ৰৰ কথা উদঙাই দি ভাৰতৰ মাননীয় উচ্চতম ন্যায়ালয়ে যোৱা ২০০5 চনৰ ১২ জুলাই তাৰিখে অবৈধ বুলি আইনখনকে বাতিল কৰি কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্য চৰকাৰক ন্যায়ালয়ে কিছুমান নিৰ্দেশনা জাৰি কৰিছিল। কিন্তু আজি পাঁচ বছৰেও কোনো কাৰ্যকৰী ব্যৱস্থা নল'লে। ৰাষ্ট্ৰীয় নাগৰিকপঞ্জী প্ৰস্তুতিৰ কাম হৈ আছে বুলি বিভাগীয় মন্ত্ৰীয়ে বিধানসভাত কোৱাৰ পিছতো সৌ সিদিনা ৰাজ্যৰ স্বাস্থ্যমন্ত্ৰীগৰাকীয়ে বাতৰি কাকতযোগে ৰাইজক জনালে যে এতিয়াও এই সম্পৰ্কত কেন্দ্ৰীয় চৰকাৰৰ পৰা অনুমোদনে পোৱা নাই। কেন্দ্ৰীয় চৰকাৰৰ আৰু আছুৰ মাজত হোৱা ত্ৰিপাক্ষিক আলোচনাৰ সিদ্ধান্ত ক'লৈ গ'ল। তেতিয়াহ'লে এনে ভুৱা প্ৰতিশ্ৰুতিৰ কাৰণ কি ? নাগালেণ্ড, অৰুণাচল প্ৰদেশৰ দৰে অসমতো ইনাৰলাইন পাৰ্মিটৰ ব্যৱস্থা কৰাৰ বাবে কাৰ্যকৰী ব্যৱস্থা লওক। উগ্ৰপন্থী সমস্যাৰ আশু সমাধানৰ বাবে ৰাইজৰ বিৰুদ্ধে কাম কৰি আছে। কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰৰ ভুল নীতিৰ ফলত আজি অসমক মৌলবাদী সংগঠনে গ্ৰাস কৰিবলৈ লৈছে। ভাৰত চৰকাৰে ভোটবেংকৰ মোহত পৰি নিজৰ অংগৰাজ্য অসমক পুনৰ বিদেশীৰ হাতত অৰ্পণ কৰিবলৈ লোৱা কাৰ্যৰ আমি তীব্ৰ প্ৰতিবাদ জনাইছো। অসমৰ প্ৰতিনিধি প্ৰধানমন্ত্ৰী ডঃ মনমোহন সিং ডাঙৰীযা, এবাৰ আপুনি উপলব্ধি কৰক, আজিৰ পৰিস্থিতিত অসমবাসীয়ে কি অৰ্থত স্বাধীন বুলি গৌৰববোধ কৰিব ? দেশৰ স্বাধীনতা আন্দোলনত শ্বহীদ কুশল কোঁৱৰ, কনকলতা, মুকুন্দ কাকতিৰ দৰে হাজাৰ-বিজাৰ অসমীযা লোকে প্ৰাণ বলি দিছিল, গতিকে অসম থাকিলেহে ভাৰত থাকিব—এয়ে অসমবাসীৰ আজি সতৰ্কবাণী।

০ ০ ০

# অসমীয়া ভাষাৰ বিপদ

পৃথিৱীৰ বিভিন্ন প্ৰান্তত বিভিন্ন কাৰণত ভালেমান সৰু সৰু জাতি আৰু ভাষা বিলুপ্তিৰ পথত হেৰাই যোৱাৰ উদাহৰণ আছে। সাধাৰণ অৰ্থত বিশ্লেষণ কৰিলে হয়তো এনেকুৱা হ'ব পাৰে, যদিহে এটা ভাষা কোৱা সকলো মানুহে নিজৰ ভাষাটো ক'বলৈ এৰি দিয়ে বা ভাষাটোৰ কোনো ব্যৱহাৰিক চৰ্চা কৰা নহয়, তেতিয়াও এটা ভাষাৰ বিলুপ্তি ঘটিব পাৰে। নাইবা প্ৰাকৃতিক দুৰ্যোগ দ্বাৰা যদিহে সমগ্ৰ মানুহখিনি মৃত্যুমুখত পৰে, তেতিয়াও জাতি আৰু ভাষা এটাৰ বিলুপ্তি ঘটিব পাৰে। এনেধৰণৰ বিভিন্ন কাৰণত ভাষা আৰু জাতিৰ ক্ষেত্ৰত সংকট আহি পৰাটো অস্বাভাৱিক বুলি ক'ব নোৱাৰি। এইবোৰৰ উপৰি বৰ্তমান ৰাজনৈতিক ষড়যন্ত্ৰৰ ফলতো ভাষা আৰু জাতিৰ মাৰাত্মক ক্ষতি হোৱাৰ উদাহৰণ আহি পৰিছে—যি সংকটে অভাৱনীয় ৰূপত সাম্প্ৰদায়িক সংঘৰ্ষৰ সৃষ্টি হোৱাত অৰিহণা যোগাব পাৰে। তাৰ বাবে সকলো সতৰ্ক হোৱা উচিত। অনুপ্ৰৱেশ আৰু জনবিস্ফোৰণৰ ফলতো ভাষাৰ দুৰ্যোগ আহিব পাৰে। তেনে এটা সমস্যা অসমীয়া ভাষাৰ ক্ষেত্ৰত আজি দেখা দিছে। অসমলৈ বাংলাদেশী নাগৰিকৰ অনুপ্ৰৱেশৰ জটিল সমস্যাই অসমৰ খিলঞ্জীয়া লোকসকলৰ বাবেও গুৰুতৰ সংকট নমাই আনিছে।

স্বাধীনতাৰ পূৰ্বে এটা সময়ত অসমখনকে পূৰ্ববংগৰ ছিলেটৰ লগত সাঙুৰি 'চি' কেটেগৰী গ্ৰুপত দিব বিচাৰিছিল। অসমৰ সুসন্তান লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নেতৃত্বত ভীমবৰ দেউৰীকে ধৰি বৰেণ্য নেতাসকলে তীব্ৰ আপত্তি নকৰাহেঁতেন আৰু মহামানৰ মহাত্মা গান্ধীয়ে অসমৰ জনগণক সাহস নিদিয়াহেঁতেন অসমখন আজি বাংলাদেশৰ অংগ হৈ থাকিলহেঁতেন। এইবোৰ ইতিহাস জানি-বুজিও আজিৰ ৰাজনীতিৰ প্ৰবক্তাসকলে পুনৰ একেটা ভুলকে কৰি আছে। অসমত পৰ্যাপ্ত পৰিমাণৰ সাৰুৱা খেতি মাটি পৰি থকাৰ অজুহাতত মুছলিম লীগৰ ছাৰ ছাদুল্লাই 'লাইন প্ৰথা' প্ৰৱৰ্তন কৰি খেতি কৰাৰ ছলেৰে বাংলাদেশৰ মৈমনসিং জিলাৰ পৰা হাজাৰ-বিজাৰ মুছলমান খেতিয়কক অসমলৈ আমদানি কৰিলে। সেয়া আছিল প্ৰব্ৰজনৰ আন এক নামান্তৰ। উক্ত লোকসকলে জনা মতে অসমীয়া ভাষাকৃষ্টিকে সময়ত গ্ৰহণ কৰিলে। ১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত আৰু পৰবৰ্তী কালত অসমীয়া ভাষাক ৰাজ্যিক ভাষাস্বৰূপে স্বীকৃতি দিয়াত উক্ত

লোকসকলে অসমীয়া খিলঞ্জীয়া মানুহৰ পক্ষতে থিয় দিছিল। লোকপিয়লত অসমীয়া হিচাপেই পৰিচয় দাঙি ধৰিছিল। জাতি গঠন প্ৰক্ৰিয়াত এইসকলে সহযোগ কৰিছিল, কিন্তু জনসংখ্যাৰ ভিত্তিত আজিৰ দৰে লাখৰ ঘৰত নাছিল উক্ত সম্প্ৰদায়টো।

স্বাধীনতাৰ পিছতেই ১৯৫৬ চনত কেন্দ্ৰীয় চৰকাৰে ভাৰতক বহুভাষিক দেশ হিচাপে, প্ৰতিখন ৰাজ্যৰ মূল ভাষাটোৰ বিকাশ আৰু উন্নয়নৰ কথা চিন্তা কৰিয়েই ভাষাৰ ভিত্তিত ৰাজ্য পুনগঠন আযোগ গঠন কৰি দিলে, যিখন আযোগৰ নেতৃত্বত আছিল ফজল আলী আৰু সদস্যৰূপে আছিল ডঃ কুঞ্জৰু, ডঃ পানীকৰ। অসমৰ ক্ষেত্ৰত আৰু এক ষডযন্ত্ৰ ৰচনা কৰিলে অসমবিদ্বেষী এচাম লোকে। আয়োগৰ ওচৰত দাবী উত্থাপন কৰিলে গোৱালপাৰা জিলাখনক পশ্চিমবংগৰ কোচবিহাৰৰ লগত চামিল কৰিব লাগে। কাৰণ গোৱালপৰীয়া ভাষাটো বাংলাৰ লগত মিল আছে। ইযাক সজোৰে তীব্ৰ প্ৰতিবাদ জনালে গোৱালপৰীয়া ৰাইজে। এক সৰ্বাত্মক গণ আন্দোলনৰ নেতৃত্ব দিছিল প্ৰযাত মুখ্যমন্ত্ৰী যদিও সেই সময়ত সিংহ মুখ্যমন্ত্ৰী নাছিল। শৰৎ চন্দ্ৰ সিংহদেৱে। গোৱালপাৰা অসমৰে অংগ হৈ থাকিল আৰু প্ৰমাণ কৰি দেখুৱালে গোবালপাৰা জিলাৰ ভাষা-সংস্কৃতি অসমীযা ভাষা সংস্কৃতিৰে অবিচ্ছেদ্য অংগ। এনেদৰে অসমীযা ভাষা আৰু জাতিৰ ওপৰত বিভিন্ন প্ৰকাৰে আক্ৰমণ চলি আহিছে যদিও প্ৰতিবাৰেই ষডযন্ত্ৰকাৰীযে মুখ থেকেচা খাই কিছুদিন নিতাল মাৰে।

এইবেলি কিন্তু অসমীযা ভাযাৰ ওপৰত এক ভযাবহ আক্ৰমণৰ পৰিকল্পনা ৰচনা কৰা হৈছে, যিটো কাহানিও হোৱা নাছিল, অৰ্থাৎ অসমীযা জাতিৰ অস্তিত্বৰ সংকট আহি পৰিছে। চৰকাৰৰ অৱহেলাত, অসমৰ অবৈধ বিদেশী নাগৰিকৰ সমস্যাটোও এইক্ষেত্ৰত আন এটা মূল কাৰণ বুলি ক'ব পাৰি। লাখ লাখ অবৈধ বাংলাদেশীৰ অবাধ প্ৰব্ৰজনে অসমৰ খিলঞ্জীযা অসমীযা লোকক অসমতে আজি সংখ্যালঘুত পৰিণত কৰাইছে। লোকপিযলৰ তথ্য মতেই নামনি অসমৰ ছযখন জিলাত অকস্মাতে অত্যাধিক হাৰত মুছলমান সম্প্ৰদাযৰ, বাংলাভাষী লোকৰ সংখ্যা কিদৰে বৃদ্ধি পালে ? চৰকাৰেই হিচাপ দিয়ক। লোকপিযলৰ তথ্য অনুসৰি ১৯৭১ চনত অসমীয়াভাষীৰ লোক আছিল ৬০ ৮৯ শতাংশ, ১৯৮১ চনত লোকপিযল হোৱা নাছিল, ১৯৯১ চনত ৫৭.৮১ শতাংশলৈ কমিল, ২০০১ চনত ৪৮ ৮০ শতাংশলৈ কমি আহিল অসমীয়া লোক আনহাতে বাংলাদেশী লোকৰ সংখ্যা ক্ৰমে ক্ৰমে বৃদ্ধি পালে ১৯ ৮৮, ২১ ৬৭ আৰু ২৭.৫৪ শতাংশলৈকে।

এনে এক জটিল পৰিস্থিতিত বাতৰিকাকতত প্ৰকাশ পোৱাৰ দৰে যোৱা ১৬ আগষ্ট তাৰিখে গোৱালপাৰাৰ নয়াপাৰাত অনুষ্ঠিত এক সভাত একাংশ সংখ্যালঘু লোকে ‘অসম সংখ্যালঘু সুৰক্ষা পৰিষদ’ নামৰ এটা নতুন সংগঠনৰ জন্ম দিয়ে। শ্বেখ ছাদুল্লা আৰু আবু তালেব নামৰ ব্যক্তি দুগৰাকীয়ে সভাপতি আৰু সম্পাদকৰ দায়িত্ব লয় বুলি বাতৰিত প্ৰকাশ পায়। লগতে ঘোষণা কৰে যে অহা অক্টোবৰ মাহৰ তৃতীয় সপ্তাহত হেনো সংগঠনটোৱে বহল ভিত্তিত এখন অভিৱৰ্তন পাতি ২০১১ চনত হ’বলগীয়া লোকপিয়লত পূৰ্ববংগীয় মূলৰ সকলো ব্যক্তিকে অসমীয়া ভাষাৰ সলনি বাংলাক মাতৃভাষা হিচাপে ক’বলৈ আহ্বান জনাব আৰু সাৰ্বজনীন ভিত্তিত সিদ্ধান্ত গ্ৰহণ কৰিব। অতি আশ্চৰ্যকৰ কথা যে সমগ্ৰ প্ৰক্ৰিয়াটোত হেনো পশ্চিম গোৱালপাৰা বিধানসভা সমষ্টিৰ কংগ্ৰেছ বিধায়কগৰাকী, ধুবুৰী লোকসভা সমষ্টিৰ কংগ্ৰেছ সাংসদগৰাকী আৰু জলেশ্বৰ বিধানসভা সমষ্টিৰ কংগ্ৰেছ দলৰ সহযোগী বিধায়কগৰাকীয়ে সম্পূৰ্ণ সহায়-সহযোগ আগবঢ়াইছিল বুলি উদ্যোক্তাসকলে প্ৰকাশ কৰিছে। এতিয়া আমাৰ প্ৰশ্ন হ’ল—১৯৬০ চনতে অসমীয়া ৰাজ্য ভাষা আইনখন কংগ্ৰেছ চৰকাৰেই গ্ৰহণ কৰি ৰাজ্যখনত বৰ্তমানেও উক্ত আইন বলৱৎ হৈ আছে, তেনেক্ষেত্ৰত চৰকাৰী পক্ষৰ বিধায়ক-সাংসদে কি যুক্তিত চৰকাৰবিৰোধী নীতি এটা গ্ৰহণ কৰিব পাৰিলে ইয়াৰ এক বিহিত ব্যৱস্থা অসম চৰকাৰে তৎকালে ল’ব লাগে বুলি আমি দাবী জনাইছো। সাম্প্ৰদায়িক সংঘৰ্ষৰ বীজ ৰোপণ কৰাৰ ই এক মাৰাত্মক ষড়যন্ত্ৰ বুলি গণ্য কৰা উচিত। ১৯৭১ চনৰ ২৫ মাৰ্চৰ আগতে অহা সকলোখিনি লোকক ভাৰতীয় হিচাপে গ্ৰহণ কৰাৰ পিছত, আনহাতে বিভিন্ন চৰ অঞ্চলত বৈধভাৱে বসবাস কৰা লোকসকলে ইতিমধ্যে অসমীয়া মুলসুঁতিৰ লগত মিলি গৈ অসমীয়া ভাষাক মনে-প্ৰাণে গ্ৰহণ কৰাৰ পিছত এতিয়া নিৰীহ লোকক উচটনি দি ৰাজনৈতিক সুবিধা লোৱা ব্যক্তিৰ বিৰুদ্ধে চৰকাৰে কঠোৰ আইনগত শাস্তিমূলক ব্যৱস্থা ল’ব লাগে। বিধানসভাৰ বিশেষ অধিৱেশন পাতি এই গুৰুতৰ সমস্যাৱলীৰ বিষয়ে আলোচনা হোৱা উচিত। নহ’লে হিতে বিপৰীত হোৱাৰ সম্ভাৱনা থাকে, চৰকাৰে গুৰুত্বসহকাৰে যেন চিন্তা কৰে।

এনে এটা গুৰুতৰ ঘটনা ১৯৯১ চনৰ লোকপিয়লৰ আগে আগে ঘটিছিল ঠিক একেবোৰ কাৰণত। দৰং জিলাৰ খাৰুপেটীয়াত সংখ্যালঘু কিছু লোকে এখন সভা পাতি সিদ্ধান্ত ল’ব বিচাৰিছিল অসমীয়া ভাষাৰ সলনি বাংলা ভাষাক মাতৃভাষা হিচাপে গ্ৰহণ কৰাৰ স্বাৰ্থত। এনে আত্মঘাতী কথাৰ সম্ভেদ পাই বৰ্তমান কংগ্ৰেছ দলৰ মুখপাত্ৰ, বিশিষ্ট সাংবাদিক, অসমৰ ভূমিপুত্ৰ মেহদী আলম বৰাই মানসিকভাৱে

যথেষ্ট উদ্বিগ্ন হৈ মোৰ ওচৰলৈ নিশা ১ বজাত লৰি আহিছিল অসমৰ বৃহত্তৰ স্বাৰ্থত কিবা এটা কৰি উক্ত প্ৰস্তাৱ বন্ধ কৰিব লাগে বুলি। সুধিলো—আমি কেনেদৰে সহায় কৰিব পাৰোঁ। বৰাই উপায় দিলে—কেবাটাও জাতীয় সংগঠনৰ সদস্যৰূপে মই বিনম্ৰভাৱে অনুৰোধ জনাই উদ্যোক্তাসকললৈ এখন পত্ৰ দিব লাগে, দিলো। বৰাই ৰাতিয়ে পত্ৰখনৰ সৈতে উদ্যোক্তাসকলক ব্যক্তিগতভাৱে খাৰুপেটীযাত লগ ধৰি কামটো বন্ধ কৰিছিল। সেইদিনা জাতীযতাবোধসম্পন্ন চিন্তাৰ মেহদী আলম বৰা মোৰ মনত স্মৰণীয় হৈ ৰৈছে। এনেবোৰ ভাল কাম দলৰ ঊৰ্ধ্বত থাকি কৰিব পাৰিলে সকলোৱে কৰিব লাগে, বৰাই কথাষাৰ হযতো পাহৰা নাই। শেষত অসমৰ সকলো চিন্তাশীল লোকৰ প্ৰতি আমাৰ বিনম্ৰ অনুৰোধ — অসম মাতৃক বাৰে বাৰে অনাহকত ক্ষত-বিক্ষত নকৰি আমি ভাই-ককাইৰ দৰে মিলে থাকিব নোৱাৰোঁ নেকি? কোনো ধৰ্মই হিংসাক প্ৰশ্ৰয় নিদিযে। স্পৰ্শকাতৰ বিষয এটাক সস্তীযা ৰাজনীতিৰে আবেগ সৃষ্টি কৰি মহাপুৰুষ শংকৰ-মাধৱ-আজান পীৰ-চুকাফাৰ বাৰেৰহনীযা অসমৰ ঐতিহ্যপূৰ্ণ সমন্বযক যাতে কোনোবে ভাঙিব নোৱাৰে, সেযা হ'ব লাগে আজি সময়ৰ সকীযনি।



মূৰ্খ আৰু অজ্ঞানীয়ে সত্য কি বুজিব নোৱাৰে।

— **গৌতম বুদ্ধ**

- - - - - - - - - - - - - - - - - - - - - -

মহান ত্যাগৰ দ্বাৰাহে মহান কাম সমাধা কৰিব পৰা যায়।

— **স্বামী বিবেকানন্দ**

- - - - - - - - - - - - - - - - - - - - - -

ভুলকৈ বহুত বুজাতকৈ শুদ্ধকৈ অলপ বুজাটোৱে ভাল

— **মহাত্মাগান্ধী**

# আছুৰ জাতীয় অভিৰ্ৰ্ত্তনৰ ৰেঙনি

যোৰহাটৰ কৃষি বিশ্ববিদ্যালযৰ চৌহদত সদৌ অসম ছাত্ৰ সন্থাই অসম চুক্তি ৰূপায়ণৰ পিছত যোৱা ১০ আৰু ১১ জানুৱাৰী তাৰিখে অনুষ্ঠিত কৰোৱা জাতীয অভিৱৰ্তনে অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনক অধিক শক্তিশালী কৰি তুলিলে। অসমৰ জনগণে মনত আশা, কল্পনা আৰু প্ৰতিশ্ৰুতি উক্ত অভিৱৰ্তনৰ বাবে বাট চাই আছিল , সেয়া বাস্তৱত ৰূপায়িত হ'ল।

জাতীয় অভিৱৰ্তনৰ প্ৰতিটো দিশেই সুকীয়া বৈশিষ্ট্যৰে ভৰপুৰ আছিল। নিমন্ত্ৰণী পত্ৰত অংকিত তাৎপৰ্যপূৰ্ণ ফুলাম গামোছাখনিত থকা লিখনী "বাজক ডবা, বাজক শংখ, বাজক মৃদংগ খোল; অসম আকৌ, উন্নতি পথত জয় আই অসম বোল" অমৰ বাণীৰে সদৌ অসম ছাত্ৰ সন্থাই অভিৱৰ্তনলৈ অমন্ত্ৰণ জনাইছিল। অভিৱৰ্তনৰ চৌহদ কৃষি বিশ্ববিদ্যালযৰ পদুলি মুখত সজা তোৰণৰ মণিকূট স্বৰূপে অসমৰ ৰংঘৰক মাজত ৰাখি দুটা হাতীৰ প্ৰতীক পদেৰে সমূহ প্ৰতিনিধিবৰ্গক স্বাগতম সতীৰ্থ বুলি আদৰণি জনোৱা অন্যতম বৈশিষ্ট্য। অভিবৰ্তনক কোনো প্ৰকাৰৰ বাধাৰ সৃষ্টি কৰিব নোৱাৰকৈ অতি সতৰ্কতাৰে যেতিযা কটকটীযা নিৰাপত্তামূলক ব্যৱস্থাৰে আৰু অভাৱনীয শৃংখলাৰে ছাত্ৰ সন্থাৰ স্বেচ্ছাসেৱক বাহিনীৰ যুৱক-যুৱতী সকলে হাঁহি ভৰা মুখ আৰু আন্তৰিকতাৰে প্ৰতিনিধি সকলক এটি দুটিকৈ চাৰি ঠাইত পৰীক্ষা কৰি বেজ, কুপন আদি প্ৰদান কৰে তেতিযাই মনত ভাব হৈছিল চৰকাৰে হযতো ইযাৰ বাবেই লাখ লাখ টকাৰ শ্ৰাদ্ধ কৰিলেহেঁতেন। ছাত্ৰাবাসবোৰকেই প্ৰতিনিধি শিবিৰলৈ ৰূপান্তৰিত কৰিছিল ছাত্ৰ-ছাত্ৰীযে। শীতৰ সেমেকা ৰাতি অশেষ কষ্ট স্বীকাৰ কৰি নিজৰ বিচনাবোৰ এৰি দি ত্যাগৰ আদৰ্শ দেখুৱাইছিল। পাল পাতি শত্ৰু পক্ষক ভেটা দিয়াৰ দৰে আমাৰ ছাত্ৰ সমাজেও ২৪ ঘণ্টাই গোটেই চৌহদৰ প্ৰতি সতৰ্ক দৃষ্টি ৰখাটো প্ৰকৃততে গৌৰৱৰ কথা। ক'তো অকনো খুত নৰখাকৈ সুন্দৰ পৰিপাতিৰে আঠশ, এহেজাৰ আলহীক একে সমযতে খোৱা-লোৱাৰ যোগান ধৰাটো সহজ কথা নহয়—কিন্তু নিষ্ঠাবান কৰ্মীসকলে এই আটাইবোৰ কাম নিযাৰিকৈ সমাধা কৰি নিলে। স্বেচ্ছাসেৱক-সেৱিকা সকলৰ

অমায়িক ব্যৱহাৰে আটাইখিনি প্ৰতিনিধিকে মুগ্ধ কৰি ৰাখিছিল। জাতীয় অভিৱৰ্তনত আমাৰ ভৱিষ্যত পুৰুষে দেখুওৱা শৃংখলাবোধৰ নিদৰ্শন নিশ্চয় জাতীয় চৰিত্ৰতো প্ৰতিফলন নোহোৱাকৈ নেথাকে; জাতি গঠনৰ প্ৰক্ৰিয়াত এই আটাইবোৰ কথায়েই অতি প্ৰয়োজনীয়। চাৰি বছৰীয়া আন্দোলনৰ কালছোৱাত বহুতো শ্বহীদ তৰ্পণ অনুষ্ঠানত ভাগ লোৱাৰ সৌভাগ্য ঘটিছিল। কিন্তু ১০ জানুৱাৰীৰ দিনা শ্বহীদ তৰ্পণ অনুষ্ঠান যেন আমাৰ বাবে এক ব্যতিক্ৰম আছিল। কি অপূৰ্ব কলা-কৌশলেৰে সজা শ্বহীদ বেদী। এটোপাল 'তেজক' বিহুৱাৰ সুৰত গাথি মৰা ফুলাম গামোচাখনেৰে যেন বান্ধি ৰাখিছে। আছুৰ উপদেষ্টা শ্ৰীৰাজখোৱাই যেতিয়া কেবাটিও শ্বহীদ পৰিয়ালৰ বৃদ্ধ পিতৃ-মাতৃৰ চৰণ চুই সেৱা এটি যাচি শ্বহীদ বেদীলৈ সেই সকলক আগুৱাই নিযে আৰু পুষ্প-প্ৰজ্জ্বলিত চাকিৰে জাতীয় শ্বহীদৰ প্ৰতি শ্ৰদ্ধাঞ্জলি নিবেদন কৰে, লগে লগে আযতী সকলৰ উৰুলি শংখধ্বনি আদিৰে আকাশ বতাহ একীভূত হৈ পৰিল। আনহাতে 'হে শ্বহীদ বন্ধু বুলি . বিশেষভাৱে ৰচিত সমবেত গীতটি ডেকা-গাভৰুৰ কণ্ঠত অতি দৰদী সুৰেৰে ভাহি আহিল। হেজাৰ-বিজাৰ ৰাইজৰ চকু সেমেকি উঠিল আৰু কব নোৱাৰাকৈ চকুলো নিগৰি পৰিল। এগৰাকী ডেকাৰ দেশাত্মবোধ আবৃত্তিৰ তালে তালে শংখ, ঘণ্টা, ডবাৰ ধ্বনি আৰু জাউৰি জাউৰি উৰুলিৰ শৰদে অন্তৰত খুন্দা মাৰিছিল, গাৰ নোম শিযৰি উঠিছিল—শ্বহীদ তোমাক শত শত প্ৰণিপাত বুলি অসমৰ জাতীয় সংগীত 'অ মোৰ আপোনাৰ দেশেৰে' পূৰাৰ অনুষ্ঠানটিৰ সামৰণি পৰে। এক অতি গাম্ভীৰ্যপূৰ্ণ পৰিবেশ।

ৰাতিপুৱা ঠিক ১০ বজাত কৃষি বিশ্ববিদ্যালযৰ ৰুদ্ধ-দ্বাৰ প্ৰেক্ষাগৃহত উদ্বোধনী অধিবেশনৰ কাৰ্যসূচী। শাৰী শাৰী আছুৰ পতাকাই শদিযাৰ পৰা ধুবুৰীলৈ থকা অঞ্চলৰ পৰা অহা সংগ্ৰামী প্ৰতিনিধিবৰ্গক অভিনন্দন জনাইছে। শিল্পীৰ হাতত গঢ় লৈ উঠা প্ৰতিটো বস্তুৱে —যেনে প্ৰেক্ষাগৃহৰ সন্মুখৰ কৰযোৰে ৰখা দুখনি হাতৰ প্ৰতীক, শ্বহীদ স্তম্ভ আৰু মজিযাত অংকিত অসমীযা শৰাইখনিযে — প্ৰত্যেকৰে মন আকৰ্ষণ কৰিছিল। প্ৰায ৭০০ প্ৰতিনিধিযে অংশ গ্ৰহণ কৰা অভিৱৰ্তনখনিৰ বিশেষ তাৎপৰ্যপূৰ্ণ বৈশিষ্ট্য হল বৃহৎ অসমীযা সমাজখনৰ সকলো শ্ৰেণী, সকলো স্তৰৰ জনগণৰ অকুণ্ঠ সহযোগ। প্ৰেক্ষাগৃহত পদাৰ্পণ কৰিয়েই ভাব হৈছিল এযা যেন অসমৰ পাঁচ বছৰ ধৰি চলি থকা সংগ্ৰামৰ বিৰতিৰ মুহূৰ্তত বহা এখনি মহামিলন সভা। য'ত একেলগে ছাত্ৰ-ছাত্ৰী সমন্বিতে শিল্পী, সাহিত্যিক, বুদ্ধিজীৱি, আইনজ্ঞ, শ্ৰমিক, কৰ্মচাৰী, কৃষক, বনুৱা, সাংবাদিক, ৰাজনৈতিক ব্যক্তি, পুৰুষ, মহিলাৰ

প্ৰতিনিধিত্বই ইয়াকে প্ৰমাণ কৰে যেন, সদৌ যোৰহাট ছাত্ৰ সন্থাৰ অভ্যৰ্থনা সমিতিয়ে আশা কৰাৰ দৰে আমি অসমীয়া এক মহাজাতি হিচাপে মূৰ দাঙি আত্মমৰ্যদা সহ জীয়াই থাকিবলৈ বিচাৰো আৰু মহামানৱ গান্ধীজীৰ দৰ্শনত—'ত্যাগেই গণতান্ত্ৰিক আন্দোলনৰ ভেটি' সেই উদ্দেশ্য লৈয়ে অসমৰ পৰ্বত-ভৈয়ামৰ বিভিন্ন জনগোষ্ঠী হিন্দু, মুছলমান, খৃষ্টিয়ান সমন্বিতে অভিৱৰ্তনত সমবেত হোৱাটোৱেই অহিংস আন্দোলনৰ লক্ষণ। অভিৱৰ্তনত একোটি মুকলি মন লৈ তীক্ষ্ণ ভাষাৰে সমালোচনা আত্মসমালোচনাৰ পাতনি মেলি সৰ্বশ্ৰী দীনেশ্বৰ তাচা, ভদ্ৰেশ্বৰ তাঁতী, হবিবুৰ ৰহমান, ডাঃ জযন্ত ৰংপি, হাংছে, সতেন্দ্ৰ ব্ৰহ্মচৌধুৰী, প্ৰসেনজিৎ ব্ৰহ্ম, বৃন্দাবন গোস্বামী, বীৰেন বৈশ্য, পানীৰাম দাস, চন্দ্ৰ পাটোৱাৰী, মাযাৰাম কছাৰী, কৃষ্ণানন্দ ৰায় প্ৰমুখ্যে ভালেমান খ্যাত-অখ্যাত ব্যক্তিৰ মন্তব্যই অসম আন্দোলনৰ চৰিত্ৰৰ ভেটি আৰু সুদৃঢ় কৰি তুলিলে। যোৱা চাৰি বছৰে আমি কি ভুল কৰিলো বা কি কৰা উচিত আছিল, ভৱিষ্যতে কি কৰিম সকলোখিনি চালি-জাৰি চোৱা হ'ল। অসমৰ উন্নযনৰ ক্ষেত্ৰত আৰ্থসামাজিক সাংস্কৃতিক আৰু ৰাজনৈতিক দিশৰ ওপৰত হোৱা পৰ্যালোচনাত বিভিন্ন পৰামৰ্শৱলীক ওপৰত ভেটি কৰি ভৱিষ্যত কাৰ্যসূচী ৰচনা কৰাৰ প্ৰতিশ্ৰুতি অভিৱৰ্তনে দিব পাৰিছে বুলি আমাৰ দৃঢ় বিশ্বাস। অসমৰ সুবৃহৎ আন্দোলন পৰিচালনাৰ ক্ষেত্ৰত সদৌ অসম ছাত্ৰ সন্থা আৰু গণ সংগ্ৰাম পৰিষদৰ ওপৰত অভিৱৰ্তনে সম্পূৰ্ণ আস্থা প্ৰকাশ কৰি অভিমত প্ৰকাশ কৰাটোও উল্লেখনীয় দিশ। অসম সমস্যাৰ আশু সমাধানৰ অৰ্থে অসমত একমাত্ৰ আঞ্চলিক ৰাজনৈতিক দলৰ কথা অভি ৱৰ্তনে খুব বেছিকৈ উপলব্ধি কৰে আৰু সযেহে ছাত্ৰ সন্থাৰ অৰাজনৈতিক ভাবমূৰ্তিক সম্পূৰ্ণৰূপে অক্ষুন্ন ৰাখি আঞ্চলিক দলবোৰৰ মাজত ঐক্য অনাৰ বাবে এটা ৰাজনৈতিক শক্তিত পৰিণত কৰিবলৈ আছুবে পৰোক্ষভাবে চেষ্টা চলাবলৈ অভিৱৰ্তনে দাযিত্ব দিযাটো বৰ্তমানৰ পৰিস্থিতিত অতি সময়োপযোগী হৈছে। ৰুদ্ধদ্বাৰত চলা আলোচনাৰ ক্ষেত্ৰত কোনো বাতৰি কাকতৰ প্ৰতিনিধিক প্ৰত্যক্ষভাৱে আমন্ত্ৰণ জনোৱা পত্ৰ বহু সংগঠনে মূৰামূৰি সমযত পোৱাৰ বাবে কিছু অসুবিধা নোহোৱাকৈ থকা নাই। আনহাতে অভিৱৰ্তনৰ ১১ দফীযা কাৰ্যসূচীখনৰ বিষবস্তু সংগঠনসমূহে কেইদিনমান আগতে পোৱাহেঁতেন কিছুমান বিষয আৰু খৰচি মাৰি পৰ্যালোচনা কৰিব পৰা গ'লহেঁতেন বুলি ভালেমান প্ৰতিনিধিযে অনুভৱ কৰিছে। কিছুমান প্ৰতিনিধিযে উল্লেখ কৰাৰ দৰে, অন্দোলনৰ প্ৰকৃত বহুতো নিৰৱ কৰ্মীৰে অভিৱৰ্তনৰ অংশ লোৱাৰ সুযোগ নাপাব পাৰে, কিন্তু সেই সকলৰ অন্তৰিকতা, নিষ্ঠা, ত্যাগৰ আদৰ্শইহে ভৱিষ্যতে আন্দোলনক জীযাই

ৰাখিব বুলি দৃঢ়তাৰে স্বীকাৰ কৰা হয়। সেয়েহে ছাত্ৰ সন্থাই সেইসকল ব্যক্তিক আমন্ত্ৰণ জনাব নোৱাৰি দুখ প্ৰকাশ কৰি প্ৰস্তাৱ গ্ৰহণ কৰাটো সমীচীন হৈছে। অহা অভিৱৰ্তনত সেই সুযোগ দিব পাৰিব বুলি আমি আশা ৰাখিছো।

অভিৱৰ্তনত গৃহীত প্ৰস্তাৱসমূহ অসমৰ সৰ্বাংগীন উন্নতিৰ আধাৰত গ্ৰহণ কৰা হয়। অভিৱৰ্তন উপলক্ষে সদৌ যোৰহাট ছাত্ৰ সন্থাৰ অভ্যৰ্থনা সমিতিয়ে প্ৰকাশ কৰা স্মৃতিগ্ৰন্থ 'স্মৰণিকা'খনি কাৰবি আংলঙৰ ৮৪ বছৰীয়া মুক্তি যুজাৰু শ্ৰীছংবেৰ দ্বাৰা উন্মোচন কৰাটো যেনেদৰে সুবিবেচনাৰ পৰিচালক মূল অধিবেশনখনিও কৃতী শিক্ষাবিদ শ্ৰীবিমান বৰুৱাৰ দ্বাৰা উদ্বোধন কৰাটোতো আমি গৌৰৱ অনুভৱ কৰিছো। সদৌ অসম ছাত্ৰ সন্থাৰ সভাপতি আৰু সাধাৰণ সম্পাদক শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত আৰু শ্ৰীভৃগু কুমাৰ ফুকনৰ অভিভাষণ আৰু প্ৰতিবেদনৰ মূল বক্তব্যৰ দ্বাৰাই অভিৱৰ্তনৰ সাফল্যত যথেষ্ট অৰিহণা যোগাইছে।

সদৌ শেষত ১২ জানুৱাৰী তাৰিখে যোৰহাট সংগ্ৰামী মহিলা সমাজে সমূহ প্ৰতিনিধিক বিহুৰ জলপানেৰে আপ্যায়িত কৰি অভিৱৰ্তনৰ এক যুগমীয়া স্মৃতি ৰাখি থৈ গ'ল। অভিৱৰ্তনখনিৰ সফল্যৰ গৌৰৱ মূলত অৰ্জন কৰিব পাৰে অসম কৃষি বিশ্ববিদ্যালয়ৰ সমূহ ছাত্ৰ-ছাত্ৰী, স্বেচ্ছাসেৱক বাহিনী আৰু সদৌ যোৰহাট ছাত্ৰ সন্থাই। সেই সকলক লৈ সমূহ অসমবাসীয়ে আজি নিশ্চয় গৌৰৱ কৰিব পাৰে। অহা মাৰ্চ মাহৰ অভিৱৰ্তনো একে ধৰণৰ জয়বাৰ্তা বহন কৰিবলৈ সক্ষম হ'ব বুলি আমি আশা ৰাখিছো।



"লোৱা ততালিকে যি পোৱা হাতত
নোপোৱাখিনি থাকক বাকী
দূৰৰ বাজনা শুনিলে কি হ'ব
মাজত তোমাৰ তেনেই ফাকি।"

**— কবি যতীন্দ্ৰ নাথ দুৱৰা**

# আছুৰ দ্বিতীয় জাতীয় অভিৰ্ৱৰ্ত্তন

যোৱা ২১ আৰু ২২ নবেম্বৰত যোৰহাটত দ্বিতীয়খন জাতীয় অভিবৰ্তন অনুষ্ঠিত হৈ গ'ল। কাছাৰ আৰু উত্তৰ কাছাৰৰ প্ৰতিনিধিৰ বাহিৰে অসমৰ প্ৰায় সকলো প্ৰান্তৰ পৰা অহা ৮৬২ জন প্ৰতিনিধিয়েই উক্ত অভিৰ্ৱৰ্তনত সহযোগ কৰা দেখা গৈছিল। কিন্তু তাৰ মাজতেই বহুতো নিস্বাৰ্থ কৰ্মী আৰু সংগ্ৰামী ব্যক্তিও বাদ নপৰাকৈ থকা নাই যিসকলে অসমক অসমীয়া ভাষা সংস্কৃতি কলা শিল্পক মনে-প্ৰাণে ভাল পায।

মুকলি অধিবেশন উদ্বোধন কৰি পঞ্জাব বিশ্ববিদ্যালযৰ প্ৰখ্যাত অধ্যাপক তথা সাহিত্যিক ডঃ চুৰিন্দৰ শ্বোৰীযে তেওঁৰ তেজস্বী ভাষণেৰে অসম আন্দোলনৰ অহিংস চৰিত্ৰ আৰু অসমীয়া জাতি সত্বাৰ এক তাৎপৰ্য্যপূৰ্ণ মতামত প্ৰকাশ কৰে। আনহাতে চৰকাৰে গণতন্ত্ৰৰ নাম লৈ জনসাধাৰণৰ নিম্নতম স্বাধীনতাক হৰণ কৰা বুলি নিন্দা কৰে উদাহৰণ দি কয — অভিবৰ্তনৰ সাংস্কৃতিক কাৰ্য্যসূচী মহাবাহু ব্ৰহ্মাপুত্ৰৰ বাবে অনুমতি নিদিযাটোৱেই প্ৰত্যক্ষ প্ৰমাণ।

প্ৰথম অভিৰ্ৱৰ্তনৰ প্ৰস্তাৱ অনুসাৰে বৃহত্তৰ অসমীয়া সমাজখনৰ পুনৰ নিৰ্মাণৰ অৰ্থে সমূহ জনগোষ্ঠীৰ আশা-আকাঙ্খাক প্ৰতিফলিত কৰিব পৰাকৈ আৰ্থ-সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক দিশক সামৰি লৈ যোৱা এপ্ৰিল মাহৰ ৯, ১০, ১১ আৰু ১২ তাৰিখে গুৱাহাটী বিশ্ববিদ্যালয প্ৰাঙ্গণত জাতীয কৰ্মসূচী প্ৰণযন কৰ্মশালাৰ আযোজন কৰি কিছুমান আঁচনি প্ৰস্তুত কৰি ২য অভিবৰ্তনত অনুমোদনৰ কাৰণে দাঙি ধৰে। গোটেই প্ৰক্ৰিযাটোকে চাৰিটা বিভাগত ভাগ কৰি অৰ্থনৈতিক শিতানত—শ্ৰীৰঞ্জিত নাৰাযণ দেৱ সামাজিক শিতানত শ্ৰীবিশ্বেশ্বৰ হাজৰিকা, সাংস্কৃতিক শিতানত ডঃ লক্ষ্মীনন্দন বৰা আৰু ৰাজনৈতিক সংবিধান আৰু আইনৰ শিতানত ডঃ দেৱপ্ৰসাদ বৰুৱাক সঞ্চালকৰ দাযিত্ব অৰ্পণ কৰি আঁচনিবোৰৰ পৰ্য্যালোচনা কৰে। প্ৰণযন শালাৰ আঁচনিবোৰ অনুমোদনৰ বাবে গ্ৰহণ কৰাৰ আগতে জাতীয ভাবাপন্ন বিভিন্ন অনুষ্ঠানে সম্যক আলোচনাৰ ভিত্তিত অংশ গ্ৰহণ কৰিব পৰাহেঁতেন হযতো সুপৰামৰ্শ দিযাত সহাযক হলহেঁতেন। বিশেষকৈ কৰ্মচাৰী পৰিষদৰ অধিকাংশ সভ্য পৰিষদে কৰ্মশালাৰ আলোচনাৰ পৰা বঞ্চিত হ'ব লগাটো

বিশেষ তাৎপৰ্যপূৰ্ণ—কাৰণ অৰ্থনৈতিক শিতানত বেঙ্ক পৰিষদৰ উপৰিও আন আন পৰিষদেও তথ্যসহকাৰে আঁচনিত পৰামৰ্শ দিব পাৰিলেহেঁতেন যিহেতু কৰ্মচাৰী সকল চৰকাৰী আঁচনিবোৰৰ লগতো ওতঃপ্ৰোত ভাবে জড়িত। এনেবোৰ দিশ বিবেচনা কৰি চোৱাৰ প্ৰয়োজন আছে। অৰ্থনৈতিক শিতানত হলে কেইগৰাকী উপস্থিত প্ৰতিনিধিয়ে ব্যক্তিগত অভিজ্ঞতাৰে আঁচনি ৰূপায়ণত নিজ পৰামৰ্শ আগবঢ়ায়। ইয়াৰ ভিতৰত সৰ্বশ্ৰী নিবাৰণ বৰা, অজিত শৰ্মা (দলীয় জন প্ৰতিনিধি) বিৰজানন্দ চৌধুৰী, হিৰণ্য কুমাৰ ভট্টাচাৰ্য্য মাধৱ শইকীয়া পানীৰাম দাস, ৰজত কান্ত নাথ, বিমলা গোস্বামী আদিয়ে সুক্ষ্ম দৃষ্টিৰে বক্তব্য দাঙি ধৰে। অৰ্থনৈতিক আঁচনিত ৰাজ্যখনৰ কেচামালৰ সামগ্ৰী ৰাজ্যত ব্যৱহাৰৰ ব্যৱস্থা থকা উচিত বিকাশৰ ক্ষেত্ৰত কৌশলৰ প্ৰযোজন, কৰ ব্যৱস্থাৰ নীতি সংশোধন কৰিব লাগে। ইয়াৰ উপৰি মদ নিবাৰণ, জুৱাখেল বৰ্জন, বনানীকৰণ, গো-সম্পদৰ সংৰক্ষণ ব্যৱস্থা, দূৰ্নীতিমুক্ত কাৰ্য্য ব্যৱস্থা লোৱাত গুৰুত্ব আৰোপ কৰে।

ৰাজ্যখনত অবৈধ বিদেশী নাগৰিকৰ জলন্ত সমস্যা সমাধানৰ ক্ষেত্ৰত চৰকাৰে নিৰ্বাচনী প্ৰক্ৰিয়াতহে গুৰুত্ব দি শেহতীয়া ভাবে অসমৰ অশুদ্ধ ভোটাৰ তালিকাৰ ব্যাপক সংশোধনীৰ যি ব্যৱস্থা হাতত লৈছে সেই ক্ষেত্ৰত উদ্বেগ প্ৰকাশ কৰি কৰ্মচাৰী পৰিষদসমূহৰ সমন্বযৰক্ষী কমিটীয়ে অভিবৰ্তনত পোণ প্ৰথমতেই নিজৰ বক্তব্য দাঙি ধৰে আৰু উক্ত আলোচনাত যুক্তি প্ৰদৰ্শন কৰে সৰ্বশ্ৰী খনীন্দ্ৰ চন্দ্ৰ দাস, দেৱেশ্বৰ ভট্টাচাৰ্য্য, সদানন্দ দেৱশৰ্মা, দীনবন্ধু চৌধুৰী আৰু ভৈৰব প্ৰসাদ দাসে। প্ৰায় চাৰি ঘণ্টা জুৰি চলা আলোচনাত কেন্দ্ৰীয় চৰকাৰ ৰাজ্য চৰকাৰ আৰু নিৰ্বাচনী আযোগৰ বিভিন্ন কাৰ্য্যপন্থাক পৰ্য্যালোচনা কৰা হয়। কৰ্মচাৰী পৰিষদে অকল এইটো শিতানতহে বক্তব্য ৰাখে। অভিৱৰ্তনৰ আনবোৰ শিতানত আন ভালেমান প্ৰতিনিধিক কোৱাৰ সুবিধা দিয়া হৈছিল যদিও কিছু সংখ্যক ব্যক্তিতকৈ অনুষ্ঠানক গুৰুত্ব দিয়া হ'লে ভাল আছিল।

অভিৱৰ্তনৰ অন্যতম আলোচ্য বিষয় সাংবিধানিক আইন আৰু ৰাজনৈতিক দিশৰ ওপৰত ভালেকেইগৰাকী স্বনামধন্য প্ৰতিনিধিয়ে আঞ্চলিক ৰাজনৈতিক দলৰ হকে পোষকতা কৰে। কেন্দ্ৰীয় চৰকাৰৰ শোষণ নীতি ৰাজ্যখনৰ জনগোষ্ঠীয়ে ভোগ কৰিবলগীয়া হোৱাৰ বাবেই এনেধৰণৰ মানসিকতাৰ উদ্ভৱ হয়। অভিৱৰ্তনৰ অধিকাংশ সদস্যই ৰাজ্যখনত এটি শক্তিশালী আঞ্চলিক ৰাজনৈতিক গাঠনিৰ কথা উল্লেখ কৰে। তাৰ বাবে সকলোৰে ঐক্যমতৰ প্ৰয়োজন ৰাজনৈতিক দিশত কৰ্মচাৰী পৰিষদে কোনোধৰণৰ বক্তব্য বা অভিমত ৰখা নাই যেহেতু সদৌ অসম ছাত্ৰ

সন্থাৰ লেখিয়া কৰ্মচাৰী পৰিষদ সমূহো অৰাজনৈতিক চৰিত্ৰ বহন কৰি আছে। ৰাজনৈতিক শিতানত প্ৰাক্তন সংসদীয় সদস্য সৰ্বশ্ৰী অজিত শৰ্মা দীনেশ গোস্বামীৰ উপৰিও নিবাৰণ বৰা, পৰাগ চলিহা, কুমুদ শৰ্মা, অতুল বৰা (অধিবক্তা) ভদ্ৰেশ্বৰ তাঁতী, শিৱ শৰ্মা, হিৰণ্য ভট্টাচাৰ্য, অৰূপ বৰদলৈ, আনোৱাৰ মনছুৰ, বিনোদ গোস্বামী, অজিত শৰ্মা, চন্দ্ৰ পাটোৱাৰী, ভঞ্জ তান্তী বলোৰাম কুৰ্মী, দুৰ্গাদাস বড়ো, দীলিপ শইকীয়া, সোনোৱাল, অমৰজ্যোতি বৰঠাকুৰ, জগন্নাথ শৰ্মা, নুৰদ্দিন আহমেদ, নগেন শইকীয়া, বীৰেন বৈশ্যকে আদি কৰি ভালেমান প্ৰতিনিধিয়ে বিভিন্ন পৰামৰ্শৱলী আগবঢ়ায়। বিশেষকৈ ফেডাৰেল গাঠনি কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰৰ সম্পৰ্ক কাশ্মীৰ আৰু অন্ধপ্ৰদেশৰ দৰে অধিক ক্ষমতাৰ দাবী অসমৰ বাবে সুকীযা ৰাষ্ট্ৰীয় নাগৰিক পঞ্জী, আঞ্চলিক দল গঠনৰ ক্ষেত্ৰত অসমৰ সমূহ জনগোষ্ঠীক লৈ অৰ্থাৎ জনজাতি, চাহ মজদুৰ থলুৱা অসমীয়া ভাষা গ্ৰহণ কৰা নেপালী সম্প্ৰদায়কে সাঙুৰাৰ মত দিযে আনহাতে অসমপ্ৰেমী ভাৰতীয়কে দলগত কৰিবলৈ আবেদন জনায়। অধ্যক্ষ পৰাগ চলিহাৰ প্ৰস্তাবৰ আধাৰত ১৯৮৫ চনৰ জানুৱাৰী মাহৰ প্ৰথম সপ্তাহতে এখনি ৰাজনৈতিক অভিৱৰ্তন পতাৰ সিদ্ধান্ত লয়। অভিৱৰ্তনৰ প্ৰতিনিধি বৰ্গই আশা ৰাখিছে যাতে যিকোনো আবেগিক চিন্তা চৰ্চ্চাই ভৱিয্যত অসম গঢ়াৰ-পথত বাধাৰ সৃষ্টি নকৰে। কাৰণ অসমৰ অস্তিত্ব ৰক্ষা কৰিবলৈ গৈ অস্তিত্ব ধ্বংস হোৱাৰ দৰে কাম নকৰিব বুলিযেই সকলোৱে আশা ৰাখিছে। সেযেহে ছাত্ৰসন্থাই যুগুত কৰা কৰ্মসূচীৰ প্ৰতি কেবাগৰাকী প্ৰতিনিধিযে মন্তব্য দি কয—যি কোনো আঁচনি প্ৰস্তুত কৰাটো সহজ কাম কিন্তু সমাজৰ মাজত বাস্তৱ দৃষ্টিভঙ্গীৰে আঁচনিবোৰক ৰূপাযিত কৰাটোৱে কঠিন কাম। সেযেহে অভিৱৰ্তনত দুই-এক প্ৰতিনিধিযে প্ৰশ্ন কৰিছিল-কৰ্মসূচীখন কাৰ্যকৰী কৰাৰ দাযিত্ব কাৰ ওপৰত ন্যস্ত থাকিব ? চৰকাৰী আঁচনিৰ সমান্তৰাল হিচাপে হব নেকি ? এই যুক্তিসঙ্গত প্ৰশ্নবোৰৰ উত্তৰ গভীৰভাবে অনুধাবন কৰিহে কাৰ্যক্ষেত্ৰত খোজ দিযা উচিত। কাৰণ অসম আন্দোলনৰ এদিন নিশ্চয পৰিসমাপ্তি হ'ব তেতিযা আঁচনিবোৰ কাৰ্যকৰী কৰাৰ দাযিত্ব সুনিৰ্দিষ্ট ভাবে কাৰোবাৰ ওপৰত অৰ্পণ কৰাটো প্ৰয়োজনীয ব্যৱস্থা হ'ব। অভিবৰ্তনে এই দিশত স্পষ্ট অভিমত দাঙি ধৰাহেঁতেন ভাল আছিল, নহ'লেও নেতৃত্ব বহনকাৰী সংগঠনে এই প্ৰক্ৰিযাটোক গুৰুত্ব সহকাৰে বিবেচনা কৰি হাতত লবলৈ অভিবৰ্তনে পৰামৰ্শ দিলে।



# ৰাজ্যিক কৰ্মচাৰী ঃ প্ৰাসঙ্গিক কিছুকথা

যোৱা ২৯ জুন তাৰিখে বিত্ত বিভাগৰ দায়িত্বত থকা অসমৰ মুখ্যমন্ত্ৰী ডাঙৰীয়াই ২০০৯-২০১০ চনৰ বাবে ৪৬১৫ ১১ কোটি টকাৰ ঘাটি বাজেট এখন সদনত উত্থাপন কৰে। ৰাজ্যখনৰ বিত্তীয় পৰিস্থিতি বাজেটখনলৈ লক্ষ্য কৰিলে বিশেষ সূচল বুলি ক'ব নোৱাৰি। অসমৰ শ্ৰমিক কৰ্মচাৰী বিযযাৰ বাবে বহুদিনীযা পুৰণি দাবী এটা পুৰণৰ অৰ্থে মুখ্যমন্ত্ৰীযে সগৌৰৱে ঘোষণা কৰিলে—কেন্দ্ৰীয চৰকাৰৰ কৰ্মচাৰীৰ দৰমহাৰ হাৰত ৰাজ্যিক কৰ্মচাৰীক দৰমহা দিয়া হ'ব। ইযাৰ বাবে দৰমহা শিতানত অতিৰিক্ত ৩,৩৮২ কোটি টকা ধাৰ্য কৰা বুলিও মুখ্যমন্ত্ৰীযে সদৰি কৰিছে। বাতৰিটো সঁচাকৈযে আনন্দদাযক, তথাপি চৰকাৰে যেতিযালৈকে ঘোষণাবোৰ কাৰ্যকৰী নকৰে তেতিযালৈকে আনন্দ উল্লাসৰ থল নাথাকে। সকলো শ্ৰেণীৰ শ্ৰমিক-কৰ্মচাৰীৰ দৰমহা একে হোৱাটো আমিও কামনা কৰোঁ। কাৰণ একেখন বজাৰৰ মালবস্তুৰ মূল্য যিহেতু সকলোৰে বাবে সমান, দৰমহাৰ গাঁঠনি সমহাৰত হ'লে, আন্দোলন, অশান্তিৰ শাম কাটিব বুলি আমি আশা কৰিব পাৰোঁ। মুখ্যমন্ত্ৰীৰ ঘোষণাত এটা কথা বুজি নাপালো, ৰাজ্যিক কৰ্মচাৰীৰ 'ভাস্কৰ বৰুৱা ষষ্ঠ দৰমহা আযোগৰ' প্ৰতিবেদন আজিলৈকে চৰকাৰৰ হাতত দাখিল কৰিব পৰা নাই, সময বৃদ্ধি কৰিয়ে আছে। কৰ্মচাৰী পৰিষদে সময়সীমা বান্ধি দিছে, কিন্তু প্ৰকৃততে সেই তাৰিখত দাখিল কৰিব নে নাই, জনা নাযায। অৰ্থাৎ স্পষ্ট ইঙ্গিত এটা পাব পৰা নগ'ল। দৰমহা আযোগৰ প্ৰতিবেদনবোৰত ৰাজ্যখনৰ ভালেমান দিশ, আয-ব্যযৰ আন্তঃগাঁঠনি, সামাজিক বৈষম্য, নিম্ন আৰু উচ্চস্তৰৰ জীৱনধাৰণৰ প্ৰণালী আদিও সুক্ষ্মভাৱে বিচাৰ বিবেচনাৰ মাজত আহি পৰে। জনকল্যাণমুখী চৰকাৰ হ'লে সমাজৰ সকলো দিশ চালি জাৰি চাই সুদূৰ প্ৰসাৰী সিদ্ধান্ত লৈ দেশ আৰু ৰাজ্যৰ মঙ্গল কামনা কৰা দেখা যায। তেনে ক্ষেত্ৰত দৰমহা আযোগৰ প্ৰতিবেদন চৰকাৰৰ হাতত পৰাৰ আগতেই মুখ্যমন্ত্ৰীযে কি ভিত্তিত সদনৰ মজিযাত এনে এটা গুৰুত্বপূৰ্ণ সিদ্ধান্তৰ কথা সজোৰে ঘোষণা কৰিলে সেইটোহে এক প্ৰকাৰ আচৰিত কথা। হয়তো মুখ্যমন্ত্ৰীযে ২০১১ চনৰ বিধানসভাৰ নিৰ্বাচনক কেন্দ্ৰ কৰি ৰাজনৈতিক লাভালাভৰ কথা মনত ৰাখিযেই এনে ঘোষণা কৰা যেন আমাৰ অনুমান হৈছে। এবাৰ ঘোষণা কৰাৰ পিছত যাতে কোনো ক্ষেত্ৰতে শ্ৰমিক কৰ্মচাৰীসকলে নিজৰ

প্ৰাপ্যৰ পৰা বঞ্চিত হ'ব নোৱাৰে সেই কথাবোৰো লক্ষ্য ৰখা উচিত হ'ব। মুখ্যমন্ত্ৰীৰ ঘোষণাৰ পিছত ৰাজ্যৰ বিভিন্ন শ্ৰেণীৰ লোকৰ মাজত কিছু কিছু মিশ্ৰিত প্ৰতিক্ৰিয়া শুনিবলৈ পোৱা গৈছে, যিবোৰৰ মাজত গঠনমূলক পৰামৰ্শ নিহিত হৈ আছে। তেওঁলোকৰ মতে অসমৰ মুঠ জনসংখ্যা বৰ্তমান হয়তো প্ৰায় তিনি কোটি হ'ব পাৰে, তাৰ মাজত ৰাজ্যিক কৰ্মচাৰীৰ সংখ্যা নিশ্চয় ৫/৬ লাখৰ কম নহ'ব। সাধাৰণতে কেন্দ্ৰীয় চৰকাৰেই হওক বা ৰাজ্যিক চৰকাৰেই হওক দৰমহা আয়োগৰ প্ৰতিবেদন চৰকাৰে গ্ৰহণ কৰাৰ পিছতেই অকস্মাৎ ৰাজ্যখনত নিত্য ব্যৱহৃত সামগ্ৰীকে ধৰি সকলো বস্তুৰ দাম অত্যধিক হাৰত বৃদ্ধি পোৱা দেখা যায়। চৰকাৰে মূল্য বৃদ্ধি ৰোধ কৰাত সদায় ব্যৰ্থ হোৱা দেখা যায়। ফলস্বৰূপে ৰাজ্যৰ সকলো শ্ৰেণী লোকৰ ওপৰত মূল্যবৃদ্ধিৰ কু-প্ৰভাৱ স্বাভাৱিক গতিত পৰাটো পৰিলক্ষিত হয়। লগে লগে ৰাজ্যখনৰ অৰ্থনীতিত ব্যাপক প্ৰভাৱ পৰে। এই দিশবোৰ চৰকাৰে ভাৱি চোৱা উচিত। সাধাৰণ মানুহৰ এটা ধাৰণা, আমাৰ চৰকাৰী শ্ৰমিক-কৰ্মচাৰী বিষয়াৰ জীৱনৰ নিৰাপত্তা সুনিশ্চিত, অৰ্থাৎ সাধাৰণ লোকতকৈ সা-সুবিধা অইধক। কথাষাৰ একেবাৰে অসত্য নহ'লেও কিছু পৰিমাণে সত্যতাৰ যুক্তি আছে। কিন্তু তাতোকৈ ডাঙৰ কথা, গণতান্ত্ৰিক দেশ এখনৰ ৰাইজৰ প্ৰতিনিধিসকলৰ সা-সুবিধা ভাবিব নোৱাৰা কথা। তেওঁলোকে পাঁচ বছৰৰ কাৰণে এবাৰ নিৰ্বাচিত হ'লেই জীৱনজোৰা মাহিলী পেন্সনৰ সুবিধা ভোগ কৰে, যিটো চাকৰিয়ালসকলৰ ক্ষেত্ৰত নাই। চাকৰিয়ালে কমেও ৩০/৩৫ বছৰ কাল ৰাইজৰ সেৱা কৰাৰ পিছতহে পেন্সনৰ সুবিধা পায়। আনহাতে, চাবলৈ গ'লে, দেশৰ খাটিখোৱা লোক লক্ষ লক্ষ কৃষক বনুৱাই হাড়ভঙা পৰিশ্ৰম কৰি দেশৰ উন্নয়নত জীৱনজোৰা সেৱা আগবঢ়ায়ো নিজৰ প্ৰাপ্য সুবিধাকণৰ পৰাও যুগ যুগ ধৰি বঞ্চিত হৈ থাকে। এই ব্যৱস্থা অকল অসম বা ভাৰততে নহয়, যদি চোৱা যায়, বিশ্বৰ অন্যান্য দেশতো এনে ঘটনা ভালেমান ওলাব।

এই ধাৰণা আমাৰ কৰ্মৰ মাজেৰে সলনি কৰিব লাগিব। কিছু বছৰ আগতে সদৌ অসম ৰাজ্যিক কৰ্মচাৰী পৰিষদে 'কৰ্ম সংস্কৃতিক' লৈ কিছুমান বাস্তৱ-ধৰ্মী কাৰ্যসূচী সাংগঠনিকভাৱে হাতত লোৱা আমাৰ মনত পৰে, খুব ভাল কথা। দেশৰ উন্নতি আৰু প্ৰগতিৰ কথা চিন্তা কৰিলে প্ৰতিগৰাকী লোকে নিস্বাৰ্থভাৱে নিজ নিজ কৰ্মৰাজি কৰিবই লাগিব। ইয়াৰ কোনো বিকল্প নাই বুলি আমি জানো। বন্ধ সংস্কৃতিক আজিকালি ৰাইজে ভাল নাপায়। বিভিন্ন সংগঠনে লোৱা কাৰ্যসূচীবোৰ জনসাধাৰণে সদায় প্ৰত্যক্ষ কৰিয়ে আছে। এই ক্ষেত্ৰত বাতৰি কাকত, প্ৰচাৰ মাধ্যমযোগে ভিন্নজনে স্পষ্টভাৱে মত প্ৰকাশ কৰা আমি দেখিছোঁ। আমি শ্ৰমিক-কৰ্মচাৰী

বিষযাসকলেও সেই দিশটো সুচিন্তিতভাৱে বিবেচনা কৰি ৰাইজৰ মতামতক সন্মান জনাব পাৰিলে হযতো বহুতো ধাৰণা তেওঁলোকৰ মনৰ পৰা আপোনা-আপুনি আঁতৰ হ'ব। কৰ্মচাৰীয়ে যিদৰে অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক দাবীপুৰণৰ বাবে সংগ্ৰাম কৰি থাকে, ঠিক একেদৰে আমাৰ কৰ্তব্যৰ কথাও পাহৰি যোৱা উচিত নহ'ব। যিহেতু কৰ্মচাৰীসকলো প্ৰকৃততে ৰাইজৰ সেৱকহে, অৰ্থাৎ ইংৰাজ শাসনকালৰ পৰা কোৱা হয 'Public Servent' বুলি, সেয়েহে চৰকাৰী কৰ্মচাৰী হ'লেও আমাৰ দাযবদ্ধতা প্ৰকৃততে অসমৰ জনগণৰ প্ৰতিহে। জনসাধাৰণৰ সুখ-দুখৰ সমভাগী হ'ব পাৰিলে, তেওঁলোকৰ মনৰ ধাৰণা সলনি হৈ যাব। এই ক্ষেত্ৰত কিছুমান গুৰুত্বপূৰ্ণ দিশত ৰাজ্যখনৰ অৰ্থনৈতিক আৰু উন্নযনৰ স্বাৰ্থত চৰকাৰে নীতিগতভাৱে ব্যৱস্থা লোৱাৰ প্ৰযোজন হ'ব। আনহাতে কৰ্মচাৰী সমাজখনৰো সহায-সহযোগ একান্ত বাঞ্ছনীয বুলি আমি অনুভৱ কৰোঁ।

কেন্দ্ৰীয চৰকাৰৰ চাকৰিযাল আৰু ৰাজ্য চৰকাৰৰ চাকৰিয়ালৰ চাকৰিৰ পদ্ধতি সম্পূৰ্ণ সুকীযা, সেইবোৰ দিশ চোৱা-চিতা কৰাৰ আৱশ্যক হ'ব। উভয চৰকাৰৰ চাকৰিৰ 'কেডাৰৰ' মাজত বৈষম্যসমূহৰ মাজত সমন্বয় ঘটাব লাগিব। ৰাজ্য চৰকাৰৰ কৰ্তব্যৰ সময ২য় শনিবাৰ আৰু ৪ৰ্থ শনিবাৰৰ বন্ধ বিলুপ্তি ঘটাই কেন্দ্ৰীয় চৰকাৰৰ দৰে ৫ দিনীয়া কৰ্তব্যৰ সময় নিৰ্দ্ধাৰণ কৰা উচিত হ'ব নেকি? কেন্দ্ৰীয চৰকাৰৰ উৎসৱ পৰ্বৰ বছৰেকীযা বন্ধৰ তালিকা মাত্ৰ ১৬ দিন। ২ দিন অতিৰিক্ত সীমিত বন্ধক লৈ ১৮ দিন। কাৰ্যালযবোৰৰ কৰ্মৰ সময় পুৱা ৯ বজাৰ পৰা আবেলি চাৰেপাঁচ বজালৈ। মাজতে আধাঘণ্টা জিৰণি। আকস্মিক ছুটী আগৰ ১২ দিনৰ পৰা কমাই পঞ্চম দৰমহা আযোগত চৰকাৰে ৮ দিন কৰিছে। অন্যান্য আৰু কিছু বিসঙ্গতি নথকা নহয়, সেইবোৰ নিশ্চয় দৰমহা আযোগৰ প্ৰতিবেদনত উল্লেখ থাকিলেহে কেন্দ্ৰীয় চৰকাৰৰ দৰমহাৰ সমাহাৰত ৰাজ্য চৰকাৰৰ কৰ্মচাৰীযে পোৱা উচিত। আনহাতে, গুৱাহাটী বি-২ মহানগৰী হিচাপে 'ঘৰ ভাৰা বানচ' কেন্দ্ৰীয চাকৰিযালে পোৱাৰ দৰে, আজিলৈকে ৰাজ্য চৰকাৰৰ চাকৰিযালে কিয পোৱা নাই, বুজিব নোৱাৰিলোঁ। এই দাবী নিতান্ত যুক্তিসঙ্গত বুলি আমি ভাবো। কেন্দ্ৰ-ৰাজ্য বুলি কোনো পাৰ্থক্য নাৰাখি সমহাৰত সকলোবোৰ সিদ্ধান্ত একে ধৰণে লওক, তেতিযা ৰাজ্যখনৰো উন্নতি হ'ব, লগতে জনসাধাৰণৰ মনতো সন্দেহৰ কোনোধৰণৰ আসোঁৱাহ নাথাকিব, কৰ্মচাৰীসকলেও নতুন উদ্যম আৰু প্ৰেৰণা লাভ কৰিব বুলি আমাৰ বিশ্বাস।



# সাহিত্য সভা ঃ এক যোগাত্মক পৰ্যালোচনা

অসম সাহিত্য সভাৰ সাংগঠনিক দিশ আৰু বিত্তীয় দিশত মাজে মাজে কিছু বিতৰ্কমূলক কথা আলোচিত হোৱা দেখা যায়। সকলোবোৰ কথা সম্যক দৃষ্টিৰে সত্য নহ'ব পাৰে, কিন্তু মানুহৰ অভিযোগবোৰ একেবাৰে উলাই কৰিব পৰা বিধৰো নহয়। সেই কথা যিকোনো অনুষ্ঠানে যথেষ্ট সতৰ্কতাৰে লক্ষ্য কৰা উচিত। কাৰণ সাহিত্য সভাৰ যিটো ৰাজহুৱা মৰ্যাদা তেনে সন্মান আন কোনো অনুষ্ঠানৰে ৰাজ্যখনত নাই বুলি আমি দৃঢ়তাৰে ক'ব পাৰো। কামৰূপ অনুসন্ধান সমিতি ১৯১২ চনতে স্থাপন হৈছিল এটি ৰাজহুৱা অনুষ্ঠান হিচাপে। তাৰ পিছতে ১৯১৭ চনত অসম সাহিত্য সভাৰ জন্ম। বছৰৰ লেখত সভাই আজি ৯২ বছৰত ভৰি দিব, অৰ্থাৎ ৮ বছৰ পিছতে জন্ম-শতবাৰ্ষিকী পালন কৰিব লাগিব। এই সাহিত্য সভাৰ লগতে বিগত সুদিন-দুৰ্দিনৰ মাজতো অসমৰ ৬৪ গৰাকী সুসন্তান, কবি-সাহিত্যিকে সাহিত্য সভাৰ সভাপতিৰ সন্মানীয় আসন অলংকৃত কৰি গৈছে। প্ৰয়াত পদ্মনাথ গোহাঞি বৰুৱাই শুভাৰম্ভ কৰা সাহিত্য সভাত কিমান যে নমস্য ব্যক্তিয়ে ভাষা-সাহিত্যক পূজা কৰি গ'ল সেই কথা পাহৰিলে কেনেকৈ হ'ব। তাৰ মাজতে আমি পাইছিলো চন্দ্ৰধৰ বৰুৱা, কালিৰাম মেধি, লক্ষ্মীনাথ বেজবৰুৱা, ৰজনীকান্ত বৰদলৈ, নলিনীবালা দেৱী, অম্বিকাগিৰী ৰায়চৌধুৰী, ৰঘুনাথ চৌধুৰী, যতীন্দ্ৰনাথ দুৱৰা, ছৈয়দ আব্দুল মালিক, কৃষ্ণকান্ত সন্দিকৈ, ৰত্নকান্ত বৰকাকতী, সূৰ্য কুমাৰ ভূঞা, হিতেশ ডেকা, ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, ডঃ নিৰ্মলপ্ৰভা বৰদলৈ আৰু ডঃ ভূপেন হাজৰিকাৰ দৰে বিৰল ব্যক্তিত্বৰ সাহিত্য কাণ্ডাৰীসকলক।

এনে পৰিপ্ৰেক্ষিতত সাহিত্য সভাৰ মজিয়ালৈ নিকা ভাৱমূৰ্তিৰ যিকোনো বিতৰ্কৰ ঊৰ্দ্ধত থকা ব্যক্তিকহে সভাপতি/ উপ-সভাপতি/ প্ৰধান সম্পাদক/ কোষধ্যক্ষ আদি পদত নিৰ্বাচিত কৰাৰ দায়িত্ব অসমৰ সচেতন জনগণৰ। কাৰণ বৰ্তমান অসমৰ অস্তিত্ব ৰক্ষা কৰাটোৱে ভীষণ সমস্যা আহি পৰিছে। ভাষা, কৃষ্টি, সংস্কৃতিৰ দিশত চাৰিওফালৰ পৰা আক্ৰমণ চলিছে। এই আক্ৰমণ অতি কৌশলগতভাৱে আগবাঢ়িছে। চৰকাৰে যদি থলুৱা ভূমিপুত্ৰ খিলঞ্জীয়া অসমীয়া লোকৰ বাবে

সোনকালে সাংবিধানিক ৰক্ষা কৱচৰ ব্যৱস্থা নকৰে তেন্তে সময়ৰ বুকুত অসমীয়া জাতিৰ পৰিচয় লোপ পাবলৈ বেছি দিন নালাগিব। বৰ্তমান অসমৰ সমূহ জনগোষ্ঠীক ছাত্ৰ-ছাত্ৰী, যুৱক-যুৱতী, কৃষক-বনুৱা, শ্ৰমিক-কৰ্মচাৰীক আস্থা আৰু বিশ্বাসত লৈ জাতিটোক বচাবলৈ সাহিত্য সভাই কৰ্ম আঁচনি যুগুত কৰি হাতে-কামে লাগিলেহে যদি কিবা এটা হয়।

সভাৰ অধিৱেশনৰ সময়ত নিস্ক্ৰিয় শাখাবোৰ সক্ৰিয় হোৱা দেখা যায়। সভাৰ বিষয়ববীয়াৰ নিৰ্বাচনী প্ৰক্ৰিয়াবোৰ ৰাজনৈতিক দলৰ দৰে হোৱাত সাংগাঠনিক দিশত বিতৰ্কই স্থান পাইছে। সাহিত্য সভাৰ নিৰ্বাচনী প্ৰক্ৰিয়াত বেনাৰ, পোষ্টাৰ কাৰ্ডৰ কি প্ৰয়োজন? সাহিত্যিকৰ মূল্যায়ন কৰোতে উজনি-নামনি বা জাত-পাতৰ সংক্ৰামক বেমাৰটো আহিব নালাগে—যিটো আজিকালি 'ভাইৰাছৰ' দৰে হৈ পৰিছে। পূৰ্বতে সাহিত্য সভাৰ বিৰুদ্ধে, বৰ্তমানৰ দৰে ইমান বেছি অযোগ শুনা আমাৰ মনত নপৰে। সংগঠনটোত নিকা চৰিত্ৰ চকুত পৰিছিল। সাহিত্য সভাত বিভিন্ন প্ৰকাৰে খেলি-মেলি আৰম্ভ হয় লখিমপুৰ অধিৱেশনৰ পৰাই। যোৱা কেইবছৰে সভাত কিছুমান নজিৰবিহীন কাণ্ড আৰু ঘটনা সংঘটিত হোৱাত সভাৰ মৰ্যাদা হ্ৰাস পাইছে। সাহিত্য সভাৰ সভাপতিয়ে পদত্যাগ কৰি পুনৰ পদত্যাগ-পত্ৰ উঠাই লোৱা কাৰ্য কেনেধৰণৰ কথা। বিত্তীয় সংক্ৰান্তত সভাৰ মূল প্ৰধান সম্পাদকক সভাৰ পৰা বৰ্খাস্ত কৰা কাৰ্যই নিজৰ ভিতৰতে কন্দলৰ সূত্ৰপাত ঘটাইছে। সাহিত্য সভাই যি কাৰণতে নহওক আদালতৰ মজিযা গচকিবলগীযা হোবাটা পৰিতাপৰ বিষয। বাতৰি কাকতত তৰ্ক যুদ্ধ চলিলে শত্ৰুপক্ষই লাই পায, সভাৰ দৰে পৱিত্ৰ অনুষ্ঠানটিৰ বদনাম হয, লগতে কিন্তু সাহিত্য সভাৰ নামত এক অৱাঞ্চিত কলঙ্কিত অধ্যাযৰ সূত্ৰপাত হয। কাৰণ যিযেই নাথাকক লাগিলে এনেবোৰ অমঙ্গলীযা বাতৰিযে সহজ-সৰল মানুহৰ মনত আস্থা আৰু বিশ্বাসৰ ভাৱ নোহোৱা হৈ ব্যক্তি বিশেষৰ ওপৰত ঘৃণা জন্মে। বহুতো খবৰৰ মাজতে শেহতীযাভাৱে সাহিত্য সভাৰ আগন্তুক সভাপতি / উপ-সভাপতি আৰু প্ৰধান সম্পাদকৰ নিৰ্বাচনক লৈ বাতৰিত প্ৰচাৰিত খবৰ মতে নিৰ্বাচন বিষযাই কি কাৰণত পদত্যাগ কৰিবলগীযা হ'ল ৰাইজে জানিব পাৰিবনে? কাৰণ আমি জনাত নিৰ্বাচন বিষযাগৰাকী আমাৰে বন্ধু সু-সাহিত্যিক অধ্যাপক উপেন্দ্ৰ বৰকটকী এগৰাকী সৎ আৰু নিষ্ঠাৱান সামাজিক ব্যক্তি, তেওঁ বৰ্তমান নগাওঁ জিলা সাহিত্য সভাৰো হেনো সভাপতি। সাধাৰণতে দেখা যায় নিৰ্বাচনী প্ৰক্ৰিযাৰ আগে আগে প্ৰতিবাৰেই কিছুসংখ্যক স্বাৰ্থজড়িত লোকে হোৱাই-নোহোৱাই পঞ্চাছগৰাকী সদস্যৰ নামত ভুৱা শাখা গঠন কৰি সাহিত্য সভাত ভোটৰ ব্যৱসায় চলায। ডাক-তাঁৰ বিভাগৰ বেমেজালি আছেই। কথাটো

ভাবি চালে ৰাজনৈতিক দলৰ নিৰ্বাচনী প্ৰক্ৰিয়া যেনহে লাগে; অৱাঞ্ছিত লোকক ভুৱা প্ৰক্ৰিয়াৰে সাহিত্য সভাৰ মঞ্চত জয়ী কৰাই নিজৰ স্বাৰ্থ পুৰণ কৰাৰ এক ষড়যন্ত্ৰ বুলিহে অনুমান কৰিব পাৰি। ফলত ৰাইজৰ প্ৰকৃত যোগ্য ব্যক্তিযো বাদ পৰি যোৱা দেখা যায়। সংগঠনত মৌন সমৰ্থন জনাই হাত দঙা ব্যক্তিতকৈ নিজৰ মৌলিক বৌদ্ধিক চিন্তা-চৰ্চা কৰা সাহসী ব্যক্তিৰহে এতিয়া প্ৰয়োজন হৈছে। যিয়ে জাতিৰ অস্তিত্বৰ সন্ধিক্ষণত বীৰৰ দৰে থিয় দি সাহিত্য সভাক আগুৱাই নিব পাৰে। যদিহে সভাৰ নিয়মাৱলীৰ বিসঙ্গতিমূলক কিবা কাৰণত নিৰ্বাচন বিষয়াই পদত্যাগ কৰাৰ সিদ্ধান্ত লৈছে; সেই কথা আমি নাজানো। জনালে ভাল পাম, যদিহে ৰাইজে ভবা কাৰণবোৰৰ সত্যতা আছে। তেতিয়া হ'লে অসম সাহিত্য সভাৰ প্ৰতিটো স্বীকৃত শাখাৰ সদস্য বিষয়ববীযা তথা সাহিত্য সভাৰ শুভাকাংক্ষী ৰাইজে অতি সাৱধানে তৎপৰতাৰে এনেবোৰ গুৰুতৰ অপৰাধৰ পৰা সাহিত্য সভাক নিকা আৰু মুক্ত কৰিবৰ হ'ল। অন্যাথা সাহিত্য সভা পুনৰ বিতৰ্কত সোমাই পৰিব যিটো ৰাইজে নিবিচাৰে।

বিশেষ মন কৰবলগীয়া যে সাহিত্য সভাৰ পূৰ্বৰ সভাপতিকে আদি কৰি অন্যান্য বিষয়ববীয়াসকল নিৰ্বাচিত হোৱাৰ পিছত বাতৰি কাকত বা আন আন প্ৰচাৰ মাধ্যমত প্ৰচাৰ হোৱাৰ পিছতহে, জনসাধাৰণে ফলাফলটো জানিব পাৰিছিল। যিহেতু কোনো বিতৰ্ক নাছিল সেযেহে ৰাইজেও শ্ৰদ্ধাৰে সেইবোৰ গ্ৰহণ কৰিছিল। সাহিত্য সভা ৰাজনৈতিক দল যিহেতু নহয়, ইয়াৰ প্ৰক্ৰিয়াবোৰ ৰজানীতিৰ দৰে হোৱা কোনেও কামনা নকৰে। ৰাজনৈতিক দলত সাধাৰণতে ভিন ভিন 'লবী'ৰ সৃষ্টি হয বুলি আমি জানো। ৰাজনীতিত কোন, কাৰ, কেতিয়া শত্ৰু হৈ পৰে আৰু মিত্ৰ হৈ পৰে কোনেও নাজানে। অপ্ৰিয হ'লেও সত্য আজি কিছুদিন ধৰি সাহিত্য সভাতো এনে কিছুমান লবীৰ সৃষ্টি হৈছে অৰ্থাৎ মনৰ মিলত ঘূণে ধৰিবলৈ আৰম্ভ কৰিছে। প্ৰকৃত সাহিত্য-সংস্কৃতি প্ৰেমী সাহিত্যিকে বিতৰ্কমূলক খেলি-মেলিৰ মাজত সোমাবলৈ নিবিচাৰে। যিবোৰে কাৰণত সু-সাহিত্যিক বিতৰ্কৰ উৰ্দ্ধত প্ৰযাত ভবেন শইকীযা, নীলিমা দত্ত, মেদিনী চৌধুৰী, ৰাজেন ৰাভা, মহম্মদ পিযাৰ, সত্যপ্ৰসাদ বৰুৱা, শীলভদ্ৰ, ৰাম গোস্বামী, পদ্ম বৰকটকী আদিৰ দৰে ভালেমান গুণী-জ্ঞানী সাহিত্যিক লোকক সাহিত্য সভাৰ 'সভাপতি' পাতিব পৰা নহ'ল। তেওঁলোক যোগ্য ব্যক্তি নাছিল নেকি ? আজিও কি কাৰণত বিবেচিত নহ'ল পণ্ডিত প্ৰবৰ ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ, দৰে পৰ্বত-ভৈযামৰ সমন্বযৰক্ষী ব্যক্তিসকল। সু-সাহিত্যিক নিৰুপমা বৰগোহাঞি, ডঃ মামনি ৰযছম গোস্বামী বা ডঃ গোলক চন্দ্ৰ গোস্বামীৰ ভাষা-সাহিত্যিৰ লগত অসমৰ বিদ্বৎ সমাজৰ পৰিচয নাই নেকি ? এনেবোৰ বিতৰ্কই

সাহিত্য সমাজক আজি বহুক্ষেত্ৰত অৱনমিত কৰাইছে। সেয়েহে সাহিত্য সভাৰ সকলো শাখাৰ সমূহ সদস্যালৈ আমাৰ এটি বিনম্ৰ অনুৰোধ, এইবেলিৰ পৰা যেন সকলো ফালৰ পৰা যোগ্য ব্যক্তিকহে সাহিত্য সভাৰ শীৰ্ষ মঞ্চলৈ অনাৰ বাস্তৱ ব্যৱস্থা লোৱা হয়, অনা হয় নিকা ভাবমূৰ্তিৰে সাহিত্য কৃষ্টিত অৱদান থকা গুণী ব্যক্তিক। তেওঁলোকৰ সাহিত্য আৰু সামাজিক জীৱনৰ লগত অসমৰ সকলো স্তৰৰ লোকৰ সম্যক জ্ঞান আৰু পৰিচয় থকা উচিত। আমি ভাবো তেতিয়াহে সাহিত্য সভাই হৃত মৰ্যাদা ঘূৰাই পাব।

অসম সাহিত্য সভাৰ সভাপতি, উপ-সভাপতি আৰু প্ৰধান সম্পাদকক নিৰ্বাচিত কৰা সম্পৰ্কে নিয়মাৱলীত উল্লেখিত ৩৯ নং, ৪২(২) আৰু ৪২(৩) নং ধাৰাসমূহ আৰু কিছু সূক্ষ্মভাৱে পৰ্যালোচনা কৰি চাব পাৰি নেকি, সভাৰ বিষয় বাছনি সভাত কথাবোৰ আলোচিত হ'লে 'ভাল হয় বুলি আমি ভাবো। সাহিত্য সভাখন চৰকাৰী পৃষ্ঠপোষকতাৰ পৰা কিছু আঁতৰত থকা উচিত। সভাক আত্মনিৰ্ভৰশীল কৰাৰ উদ্দেশ্যে লৈ ডিফু অধিৱেশনতে প্ৰযাত সভাপতি সীতানাথ ব্ৰহ্মচৌধুৰীয়ে 'এক কোটি টকাৰ' এটি জাতীয় ন্যাস পুঁজিৰ আঁচনি গ্ৰহণ কৰিছিল। কিন্তু আজি ২৬ বছৰে ন্যাসৰ এক কোটি টকা জমা হ'ল নে নাই, সুদ কিমান জমা হ'ল, সভাৰ মূল উদ্দেশ্যত টকাবোৰ ব্যৱহৃত হৈছে নে নাই, সময়ে সময়ে ৰাইজে জানিব পাৰিলে ভাল। তেতিয়াহে অনুষ্ঠানৰ স্বচ্ছতা বৃদ্ধি পায, লগতে দান বৰঙণি বিচৰাত সহায়ক হয়।

নানা বিতৰ্কৰ মাজতো সভাৰ মজিযাত 'বিশ্বকোষৰ কেইবাটিও খণ্ড' প্ৰকাশ কৰি ৰাইজৰ হাতত দিব পৰাটো গৌৰৱৰ কথা। আনহাতে ১৯৬০ চনৰ ভাষা আইনখনেই ৰাজ্যখনত আজিলৈকে বহুলভাৱে প্ৰচলিত নহ'ল। ইয়াৰ সংশোধনৰ প্ৰযোজন, তাকো নহ'ল, এই সম্পৰ্কত যোৱা ১ ব'হাগৰ পৰাই ৰাজ্যভাষা প্ৰয়োগৰ ক্ষেত্ৰত সকলো স্তৰতে নামফলি অসমীয়া কৰাবলৈ, সাহিত্য সভাই কিছু কিছু কাৰ্যসূচী গ্ৰহণ কৰি এতিযাচোন থমকি ৰ'ল। তাৰ কাৰণ কি জানিব নোৱাৰিলো। সাহিত্য সভাই কোনোধৰণৰ আৱেগিক সিদ্ধান্ত লোৱা উচিত নহয, যিদৰে সাহিত্য সভাই ঘোষণা কৰা 'বিশ্ববিদ্যালয় স্থাপনৰ সিদ্ধান্তটো আছিল আৱেগিক। এই সংক্ৰান্তত এগৰাকী প্ৰাক্তন উপাচাৰ্যই এখন গুৰুত্বপূৰ্ণ সভাত উল্লেখ কৰিছিল—যি অসমীযা জাতিয়ে নিজৰ অসমীয়া মাধ্যমৰ নিম্ন প্ৰাইমাৰী স্কুল এখনো সুস্থভাৱে চলাব নোৱাৰে, তেনেক্ষেত্ৰত নতুনকৈ বিশ্ববিদ্যালয় স্থাপন কৰিব খোজাটোও হাস্যকৰ কথা। তাতকৈ গুৱাহাটী বিশ্ববিদ্যালয়খনৰ শোচনীয় ৰূপটোকেচোন সাহিত্য সভাই পৰিৱৰ্তন কৰাত সহায় আগবঢাব পাৰে। এইবোৰহে একো-একোটা ইতিবাচক দিশ হ'ব পাৰে।



# সাহিত্য সভাৰ প্ৰতি ৰাইজৰ অভিমত

ভাষা সাহিত্য কৃষ্টি আৰু সংস্কৃতিয়েই প্ৰকৃততে জাঁতীয় জীৱনৰ মূল আধাৰ। এটাক বাদ দি আনটোঁৱে পূৰ্ণতা লাভ কৰিব নোৱাৰে। মানুহৰ অবচেতন মন আৰু কৰ্ম ৰাজ্যিক বৌদ্ধিক চিন্তা চৰ্চ্চাৰ মাজেৰে পৰ্যালোচনা কৰিব পাৰিলেহে যিকোনো ভাষা বা সাহিত্যই বিকাশ লাভ কৰাটো সহজলভ্য হয়। এই দিশবোৰ চালি জাঁৰি চাই বিভিন্ন আচনিৰে কৰ্মক্ষেত্ৰত আগবাঢ়িবলৈ একোটা জাতীয অনুষ্ঠানৰ আৱশ্যক। অসমীযা ভাষা সাহিত্যক অধ্যযন গৱেষণা আৰু বিভিন্ন আনুযঙ্গিক ৰূপত আগবঢ়াই নিবলৈকেই অসম সাহিত্য সভাৰ জন্ম। অসমীযা জাতিৰ জনক মহাপুৰুষ শ্ৰীশংকৰদেৱৰ কৰ্মময জীৱন দৰ্শনৰ আদৰ্শই আজি প্ৰকৃততে অসমীযা ভাষা সাহিত্য আৰু সংস্কৃতিৰ মূল উৎস। এই ক্ষেত্ৰত অসমীযা জাতিৰ মনিষী দূৰদৰ্শী সাহিত্যিক শিল্পী চিন্তানাযক সকলে অশেষ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি অনুষ্ঠানটিৰ গুৰুভাৰ লৈ আহিছে। কিন্তু জনগণৰ শ্ৰদ্ধাৰ উক্ত অনুষ্ঠানটিক অধিক কৰ্মক্ষম আৰু বাস্তৱ দৃষ্টিভংগীৰে আজি ৰূপ দিবলৈ হ'লে অসম সাহিত্য সভাৰ বৰ্তমানৰ স্থিতিক পৰ্যালোঁচনাৰ দৃষ্টিৰে চোৱা যাওঁক।

অসম সাহিত্য সভা প্ৰকৃততে অসমৰ সমূহ জনগোষ্ঠীৰ ভাঁষা-সাহিত্য কৃষ্টি আৰু বাৰেবৰণীযা সংস্কৃতিক প্ৰতিনিধিত্ব কৰিব পৰা এক মহান জাতীয অনুষ্ঠান। সেযেহে অসমীযা ভাষা-সাহিত্য অসমৰ পৰ্বত ভৈযামৰ বিভিন্ন খিলঞ্জীযা ভাষা-উপভাষা দোৱান জাতি-উপজাতি সম্প্ৰদাযক লৈযে সাহিত্য সভাৰ গুণগত সৌষ্ঠৱ বৃদ্ধি পাইছে। অসমৰ ভিন ভিন জনগোষ্ঠীৰ ভাষা যেনে বড়ো, কছাৰী, ৰাভা, কাৰ্বি, মিৰি, গাৰো, মিচিং, লালুং, টিৱা আদিৰ সুকীযা সুকীয়া বৈশিষ্ট্যক উৎকৰ্ষ সাধন কৰিহে অসমীয়া ভাষাটোক সুষ্ঠ-সবল কৰি সমন্বযৰ প্ৰতীক হিচাপে গঢ়ি তোলাৰ দায়িত্ব প্ৰকৃততে অসম সাহিত্য সভাৰ। তেতিয়াহে বিভিন্ন জনগোষ্ঠীৰ আস্থা অনুভূতি আৰু শ্ৰদ্ধা সাহিত্য সভাৰ ওপৰত থাকিব। এই সকলেই সাহিত্য সভাৰ প্ৰকৃত উত্তৰাধিকাৰী বুলি দ্বিধাহীন ভাবে কব লাগিব। পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত কিছুমান জনগোঁষ্ঠীৰ মাজত উদয় হোৱা ক্ষোভ হতাশাৰ ফলশ্ৰুতিবোৰক সাহিত্য সভাই অৱহেলা বা অৱমাননা নকৰি সন্মানজনক ভাবে অনুধাৱন কৰি স্বীকৃতি দিয়া উচিত। খিলঞ্জীযা উপভাঁষাবোৰক

আকোঁৱালি লব পাৰিলেহে অসমীয়া ভাষাৰ শ্ৰীবৃদ্ধি পাব, কমি নাযায়। এয়া আন্তৰিক উপলব্ধিৰ প্ৰয়োজন।

অসম সাহিত্য সভাৰ অধিবেশনবোৰ গাওঁমুখী হোৱাটো শুভ লক্ষণ। কিন্তু বছৰেকীয়া সভাখন অতি জাকজমকতাৰে পাতিলেই যথেষ্ট নহয়। প্ৰতিগৰাকী গাঁৱৰ মানুহকে সাধাৰণ সভ্য কৰি গঠনমূলক কামত ব্যস্ত ৰখাটো সাহিত্য সভাৰ উদ্দেশ্য হোৱা উচিত। জন-জাঁতীয় অঞ্চল আৰু অনা-অসমীয়া লোকৰ প্ৰাধান্য থকা অঞ্চল সমূহতো অধিবেশন পতাৰ প্ৰচেষ্টা চলোঁৱা উচিত। তেতিয়াহে ভাবৰ আদান-প্ৰদান ঘটাৰ সম্ভাৱনা থাকে। সাহিত্য সভাৰ অধিকাংশ শাখা নিষ্ক্ৰিয় হৈ পৰাটো দুখৰ বিষয়। সভাৰ বিষয়ববীয়া আৰু সভ্যসকলৰ আন্তৰিক প্ৰচেষ্টাৰে চলোঁৱা কৰ্মপ্ৰেৰণাৰ নিশ্চয় অভাৱ ঘটিছে— নহ'লে সাহিত্য সভাৰ ডিফু অধিবেশনত গৃহীত প্ৰস্তাৱ মৰ্মে এক কোটি টকাৰ 'জাতীয় ন্যাস পূজি' গঠনৰ প্ৰক্ৰিযাত আগবাঢিব নোৱাৰাৰ কাৰণ কি ? ধনী বা প্ৰতিপত্তি থকা ব্যক্তি একো গৰাঁকীৰ পৰা এক লাখ বা দহ লাখ টকা সংগ্ৰহ কৰাৰ গুৰুত্বতকৈ এক লাখ দহ লাখ সাধাৰণ ব্যক্তিৰ পৰা যৎসামান্য কষ্টোপাৰ্জিত এক টকাকৈ ধন সংগ্ৰহ কৰি জাতীয় ন্যাস পূজি গঠন কৰাৰ গুৰুত্ব অধিক। এই কাম যথেষ্ট কষ্টকৰ হলেওঁ সংগঠকৰ আন্তৰিকতা নিষ্ঠা সততা আৰু কৰ্তব্যপৰাযনতাই নিশ্চয উজু কৰিব পাৰে। সাহিত্য সভাৰ অধিবেশনৰ আগতেই সভাৰ প্ৰতিগৰাকীক বাছনি কৰে আৰু তেওঁৰ কিছুমান প্ৰতিশ্ৰুতি সন্নিবিষ্ট এটি দীঘলীয়া ভাষণ মুকলি সভাত পাঠ কৰি শনোয় কিন্তু কাৰ্যনিৰ্বাহকৰ সদস্য সকলক পিচত নিৰ্বাচিত কৰাৰ ফলত দলীয সমন্বযৰ কিছু অসুবিধা হোৱাঁৰ সম্ভাৱনা থাকে। কাৰ্যকৰী কমিটিৰ এবছৰীযা কাৰ্যকালৰ ভিতৰত কোনো ধৰণৰ গঠনমূলক কামৰ পৰিচয পোৱা নেযায। সেযেহে কমেও দুবছৰীযা কাৰ্যকাল কৰা উচিত যিটো বৰ্তমান সংশোধন কৰি দুবছৰীযা হ'ল। তেতিযাহে সভাপতিৰ অভিভাঁষণত উল্লেখিত প্ৰতিশ্ৰুতিসমূহক কাৰ্যকৰী কৰাৰ সম্ভৱপৰ হ'ব পাৰে। কাৰ্যকাল দুবছৰীয়া কৰিলে অৰ্থৰ দিশত সংগঠনৰ ক্ষেত্ৰত আৰু অন্যান্য ভালেমান কাৰণত ৰাইজ তথা কৰ্মকৰ্তাসকল লাভবান হ'ব পাৰে। আনহাতে সাহিত্য সভাৰ বাৰ্ষিক সভাবোঁৰৰ বৃহৎ পৰিমাণৰ হিচাপ অভ্যৰ্থনা সমিতি কিছুমানে কেবা বছৰলৈ ৰাইজক নিদিয়াৰ ফলত সাহিত্য সভাৰ প্ৰতি ৰাইজে কটু সমালোঁচনা কৰা দেখা যায়। আজীৱন সভাই বাৰ্ষিক অধিবেশনৰ এখনি নিমন্ত্ৰণী পত্ৰ নোপোৱাৰ অভিযোগো শুনা যায়। এইবোৰ দিশ এৰাই চলিব নোৱাৰিলে সাহিত্য সভাৰ গুৰিবঠা ধৰা বিজ্ঞ ব্যক্তিসকলৰ প্ৰতি জনসাধাঁৰণৰ অগাধ শ্ৰদ্ধা-ভক্তি থকাটো নুবুযায। সেই শ্ৰদ্ধা-ভক্তিৰ মৰ্যাদা দি ব্যক্তিসকলৰো সৎ আদৰ্শ প্ৰতিফলিত কৰিব পৰাকৈ অসমীয়া ভাষা সাহিত্যৰ প্ৰতি নিৰ্ভেজাল আৰু নিকা

অনুভূতি থকাটো বাঞ্ছনীয়। কথাত আদৰ্শপূৰ্ণ আৰু লিখনিত অনুভূতি থকাটো দেখুৱাই বাস্তৱত বিপৰীত ধৰ্মী হোৱাটো গৰ্হিত কাম। এনে ব্যতিক্ৰম ৰাইজৰ চকুত নপৰাকৈ থকা নাই।

অসমীয়া ভাষা-সাহিত্যই যথেষ্ট সংগ্ৰামৰ মাজতহে নিজক প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে। উদাহৰণ স্বৰূপে ইংৰাজৰ শাসন কালত এটা বিশেষ আমোঁলাচক্ৰৰ ষডযন্ত্ৰত ওঠৰ শ ছয়ত্ৰিশ চনতেই অসমৰ মাটিত অসমীয়া ভাষাই নিজৰ অস্তিত্ব হেৰুৱাই পুনৰ ওঠৰ শ তেসত্তৰ চনতহে নিজৰ অস্তিত্ব উদ্ধাৰ কৰে। উনৈশ শ ছাপ্পন্ন চনত ডঃ হৃদয নাথ কুঞ্জৰু ড° পানীকৰ আৰু ফজল আলীৰ নেতৃত্বত ৰাজ্য পুনৰ গঠন আয়োগৰ আলম লৈ অসমৰ গোৱালপাৰা জিলাক বংগৰ অন্তৰ্ভুক্ত কৰি বংগভাষী কৰাৰ ষডযন্ত্ৰমূলক দাবীৰ বিৰুদ্ধে চলোৱা আন্দোলন ১৯৬০ চনৰ ৰাজ্য ভাষাৰ আন্দোলন ১৯৭২ চনৰ মাধ্যম আন্দোলনৰ বৈশিষ্ট্যক অসমৰ ইতিহাসে লিপিবদ্ধ কৰি ৰাখিছে। শেহতীয়া ভাবে অসমলৈ অবৈধ ভাৱে অনুপ্ৰবেশ কৰা বিদেশী নাগৰিকৰ সমস্যাই অসমৰ ভাষা সাহিত্য সংস্কৃতিৰ লগতে অস্তিত্বকে প্ৰত্যাহ্বান জনোৱাত ১৯৭৯ চনৰ আঠ জুনৰ পৰা ছাত্ৰ সন্থাৰ নেতৃত্বত অসমবাসীয়ে মাৰবান্ধি অহিংস আন্দোলনৰ পাতনি মেলে। বিশ্বৰ যিকোনো গণ আন্দোলনক চেৰ পেলোৱাঁৰ কৃতিত্ব ইতিমধ্যে অৰ্জন কৰিছে। অসমীয়া ভাষা সাহিত্য কৃষ্টি সংস্কৃতিৰ অস্তিত্ব ৰক্ষাৰ বাবে যোৱা পাঁচ বছৰে নানা জীযাতু ভোগ কৰি আন্দোলন কৰাৰ পিচতো একশ্ৰেণী লোকে কিন্তু বৰ কৌশলগত ভাবে ভাষা সাহিত্যৰ বিপদ চপাই আনিছে। আন্দোলনৰ ইতি নৌহওতেই অসমত বিশেষকৈ গুৱাহাটী মহানগৰীত যথেষ্ট সংখ্যক ইংৰাজী মাধ্যমৰ নতুনকৈ স্কুল স্থাপন কৰাটো নিশ্চয অসমীযা জনসাধাৰণৰ বাবে গৌৰবৰ বিষয হ'ব নোৱাৰে। অসমীযা মাধ্যমৰ স্কুলতো ইংৰাজী বা আন ভাষা শিকাৰ সুবিধা নথকা নহয। ভাষা শিকা বা অধ্যযন কৰাত কাৰো দ্বিমত নাই। কিন্তু নিম্নতম অৰ্হতা নথকাকৈয়ে ইংৰাজী স্কুল খোলা বা শিক্ষা দিয়া কাৰ্য্য দেখিহে আমাৰ পুতৌ জন্মিছে। অসমীযা আৰু ইংৰাজী স্কুলৰ খৰচৰ মাত্ৰা আকাশ পাতাল পাৰ্থক্য হোৱা সত্বেও এচাম লোকৰ চিন্তা ধাৰাক স্পৰ্শ কৰিব নোৱাৰাটোহে চিন্তাৰ বিযয। ইংৰাজী স্কুলৰ নিযমানুবৰ্ত্তিতা আৰু আদৰ্শৰে অসমীযা মাধ্যমৰ নাৰ্ছাৰী বা প্ৰাক প্ৰাথমিক স্কুল পাতিব নোৱাৰাৰ কাৰণ কি ? নিশ্চয পাৰে, অসমীযা শুদ্ধ জাতীয চেতনাবোধ সততা আৰু নিষ্ঠা সহকাৰে কাম কৰাৰ লোকৰহে মাথো প্ৰয়োজন। শতকৰা ৯৫ ভাগ গাৱৰ ল'ৰা-ছোৱালীৰ কথা চিন্তা নকৰি একশ্ৰেণী চহকী তথা কথিত বুদ্ধিজীৱিয়ে দিল্লী বোম্বাই কলিকতালৈ নি ল'ৰা-ছোৱালীক শিক্ষা দিযাৰ অৰ্থ কি ? এখন বহুল প্ৰচাৰিত অসমীযা বাতৰি কাকতৰ সমীক্ষাৰ পৰা পোৱা তথ্যৰ মতে যোৱা দহ বছৰৰ অসমীযা

পুথি প্ৰকাশৰ হিচাপ অনুসন্ধান কৰিলে যিকোনো সচেতন ব্যক্তিয়ে অন্তত চিন্তা কৰিব লাগিব ১৯৬৭ চনত ২৪৬ . ৬৮ চনত ৩০২ : ৬৯ চনত ২৫০ আৰু ৭০ চনত ৩৩৭ খন প্ৰকাশিত অসমীয়া পুথিৰ বিপৰীতে ১৯৮০ চনত ১০১ ৮১ চনত ৯০ ৮২ চনত ১১০ আৰু ৮৩ চনত মাত্ৰ ১৪০ খন অসমীযা পুথি প্ৰকাশ পোৱাটো চৰম দুৰ্ভাগ্যজনক বুলি আমি বিবেচনা কৰো। পুথি প্ৰকাশৰ ক্ষেত্ৰত মাত্ৰ দহ বছৰৰ ভিতৰত এক তৃতীয়াংশলৈ হ্ৰাস পোৱাটো জাতীয় দুৰ্যোগ আৰম্ভ হোৱা বুলিহে ধাৰণা হয়। সাহিত্য সভাৰ মুখপত্ৰ খনিও নিয়মিত ভাবে প্ৰকাশ নোপোৱাৰ কাৰণ কি ? ১৯৬০ চনতে অসমীযাক ৰাজ্য ভাষা হিচাপে চৰকাৰে ঘোষণা কৰাৰ পিচত আজি পঞ্চাচ বছৰে অসমৰ দৈনন্দিন জীৱন ধাৰাত আৰু চৰকাৰী অৰ্ধ চৰকাৰী বিভাগ কাৰ্য্যালয় আদালত আদিৰ কাম-কাজত অসমীয়া ভাষা ব্যৱহাৰ কাৰ্য্য নকৰাৰ অন্তৰালত যথেষ্ট ক্ৰুটি ৰৈ গৈছে। ভাষা প্ৰযোগৰ আইনখনত ব্যৱহাৰৰ নিৰ্দ্দেশহে দিয়া আছে কিন্তু ৰাজ্যভাষা ব্যৱহাৰৰ ক্ষেত্ৰত অবমাননা কৰিলে যিকোনো ব্যক্তিক শাস্তি দিব পৰাৰ ব্যৱস্থা আইনখনত ৰখা নাই। সাহিত্য সভাই এইবোৰ দিশ চৰকাৰৰ দৃষ্টিগোচৰ কৰি ব্যৱস্থা লোৱা উচিত। অসমৰ চুবুৰীয়া পৰ্বতীযা ৰাজ্য কেইখনতে বিশেষকৈ ভিতৰুৱা অঞ্চলৰ স্কুলবোৰত অসমীযা যুৱক-যুৱতীয়ে শিক্ষকতা কৰিবলৈ ইচ্ছা নকৰে যাৰ ফলত আন ৰাজ্যৰ পৰাও বুজন সংখ্যক ব্যক্তি আহি চাকৰি লৈ উক্ত ঠাইবোৰত সোমাই পৰি অসম বিৰোধী মনোভাব গঢ়ি তুলিবলৈ সুবিধা পাইছে। নগা-মিজো ভাষাৰ ওপৰত ব্যাকৰণ পুথি আদি অসম সাহিত্য সভাই প্ৰণয়ন কৰা ব্যৱস্থা লোৱাটো প্ৰশংসনীয় কাৰ্য্য হৈছে। এই প্ৰচেষ্টা অন্যান্য চুবুৰীযা ভাষাৰ ক্ষেত্ৰতো লোৱা উচিত। সাহিত্য সভাই আজিলৈকে নিজাববীযাকৈ এটা আধুনিক প্ৰেছৰ ব্যৱস্থা কৰি নোলোৱাত নিজা প্ৰকাশনৰ গতিধাৰা স্তিমিত হৈ পৰিছে। সময়ত প্ৰকৃত অৰ্থত কৰিবলৈ হ'লে অসমৰ প্ৰতিখন স্কুলত থলুৱা জনগোষ্ঠীৰ একোটা ভাষাক অন্তত ওপৰঞ্চি ভাষা হিচাপে বাধ্যতামূলক ভাবে শিক্ষা দিযাৰ ব্যৱস্থা কৰিব লাগে। এই কামত সাহিত্য সভাৰো দাযিত্ব আছে।

সাহিত্য সভাই চৰকাৰী অতিৰিক্ত সাহায্য বিচাৰি লগতে পৃষ্ঠপোষকতা কৰি ৰাজনীতিবিদক তোষামোদ কৰাৰ প্ৰযোজন নাই যোৱা দুই তিনি বছৰ ধৰি সাহিত্য সভাই ৰাইজৰ পৰা অকুণ্ঠ সহযোগ পোৱাৰ পিচত অসমৰ জনগণে বিচৰামতে সাহিত্য সভাযো কি কি বৈপ্লৱীক চিন্তা-ধাৰাৰে সমল যোগাব পাৰে , তালৈকেও নিশ্চয সচেতন ৰাইজে লক্ষ্য ৰাখিব লাগিব। আকৌ কোন কোন ক্ষেত্ৰত স্থবিৰতাই দেখা দিছে সেই বিষযে বিচাৰ কৰি ৰাইজেই নিশ্চয সন্ধান বাছি দিয়াটো উচিত বুলি আমি ধাৰণা কৰো। সভাৰ প্ৰতি এইখিনি আমাৰ বিনম্ৰ নিবেদন।

০০০

# অসম সাহিত্য সভা বিতৰ্কৰ আৱৰ্তত

## হৃত মৰ্যাদা ঘূৰাই আনক

অসমৰ বৰ্তমান সংকটকালত, অসমৰ ভিন ভিন ভাষা-কৃষ্টি-সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ ক্ষেত্ৰত সাহিত্য সভাৰ কৰণীয় কৰ্তব্য বহুতো আছে, যাৰ দ্বাৰা জাতি-উপজাতিক সমন্বয়ৰ বান্ধোনেৰে বান্ধি ৰখাৰ ক্ষমতাও থাকিব লাগে। সাহিত্য সভাৰ পৰা আমি সেইখিনিকে আশা কৰো, কিন্তু তাৰ বিপৰীতে অসম সাহিত্য সভাৰ মজিয়াত যিবোৰ কাৰ্যকলাপ ঘটে সেইবোৰে যিকোনো শুভাকাংক্ষী ব্যক্তিৰে মনত আঘাত দিয়ে। এই কথা বিশেষকৈ কৰ্মকৰ্তাসকলে গুৰুত্বসহকাৰে উপলব্ধি কৰা উচিত। তদুপৰি অসমৰ সমগ্ৰ ৰাইজে সকলো দিশ চালি-জাৰি চাই পবিত্ৰ অনুষ্ঠানটোক নিকা ভাবমূৰ্তিৰে আগৰ পৰ্যায়লৈ ঘূৰাই আনিব লাগে। ১৯১৭ চনতে শিৱসাগৰত সভাৰ প্ৰথমগৰাকী সভাপতি পদ্মনাথ গোহাঞিবৰুৱাৰ নেতৃত্বত জন্ম লোৱা অসম সাহিত্য সভাই আজি আহি আহি ৯২ বছৰত ভৰি দিলেহি। আঠ বছৰ পিচতে শতবৰ্ষ পালন কৰিব লাগিব। সেইখিনি কামো অসমৰ জনগণেই নৈতিক দায়িত্ব হিচাপে লৈ কৰিব লাগিব। আজিলৈকে অসমৰ চৌষষ্ঠিগৰাকী সাহিত্য-সংস্কৃতিৰ পূজাৰী জ্ঞানী-গুণী ব্যক্তিয়েই সাহিত্য সভাৰ সভাপতিৰ আসনখনি অলংকৃত কৰিলে এযা নিশ্চয় গৌৰৱ আৰু সুখৰ বিষয়। তেনেদৰে আনবোৰ পদবীতো সভাৰ কামবোৰ চলি আছিল। সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয যোৰহাটত বাহিৰে গুৱাহাটীত এটা শাখা কাৰ্যালয় আছিল। এতিয়া কিন্তু কামৰ প্ৰসাৰতা বৃদ্ধিৰ লগে লগে ডিফু, ধুবুৰী আৰু ডিব্ৰুগড়তো একোটাকৈ আঞ্চলিক কাৰ্যালয স্থাপন হ'ল। সাহিত্য সভাৰ শাখা যিমানসংখ্যক কাগজে-কলমে দেখুওৱা হয়, প্ৰকৃততে সকলোবোৰ সক্ৰিয় শাখা বুলি ক'ব নোৱাৰি। এইক্ষেত্ৰত কাৰ্যনিৰ্বাহক সভা আৰু প্ৰতিনিধি সভাৰ সদস্যবৃন্দৰ দায়িত্ব আৰু কৰ্তব্য যথেষ্ট বেছি। ভাল সক্ৰিয় আৰু নিষ্ঠাৱান সৎ ব্যক্তিক প্ৰতিনিধি হিচাপে নিৰ্বাচিত কৰি পঠিওৱাৰ দায়িত্ব কিন্তু জনসাধাৰণৰহে, বিষযটোৰ প্ৰতি সচেতন হ'লেহে আমি ভাল ফল আশা কৰিব পাৰো। ৯২ বছৰীয়া সাহিত্য সভা সম্পৰ্কে আজি কেইবছৰমানৰ আগলৈকে আমি কিন্তু বিশেষ গুৰুতৰ বিতৰ্ক বা সাংঘাতিক অভিযোগ শুনা নাছিলো। পিচে যোৱা

কেইবছৰমানৰ পৰা সাহিত্য সভাৰ বিত্তীয় কেলেংকাৰী, প্ৰশাসনীয় দিশ, সাংগঠনিক দিশ আদিৰ ক্ষেত্ৰত শুনিবলৈ পোৱা বাতৰিয়ে আমাক হতাশ কৰি তুলিছে।

যোৱা কেইবছৰমানৰ ভিতৰত অসম সাহিত্য সভাৰ মজিয়াত কেইবাটিও নাভূত-নাশ্ৰুত কাণ্ড ঘটি গৈছে। সভাৰ সভাপতিগৰাকীযেই সভাৰ মূল কাণ্ডাৰী ব্যক্তি, তেনেস্থলত সভাপতিগৰাকীযেই বিতৰ্কত জড়িত হৈ পৰাটো দুৰ্ভাগ্যজনক। সভাৰ প্ৰধান সম্পাদকক দোষী সাব্যস্ত কৰি পদবীৰ পৰা বৰ্খাস্ত কৰিবলগীয়া পৰিস্থিতিও নিশ্চয় নজিৰবিহীন ঘটনা—আমি কাৰ ওপৰত আস্থা আৰু বিশ্বাস ৰাখিম সেই কথা চিন্তাৰ বিষয় হৈ পৰিছে।

সাহিত্য সভাৰ ক্ষেত্ৰত আইন-কানুন আৰু আদালতৰ দ্বাৰস্থ হ'বলগীয়া ঘটনা সকলোৰে বাবে বেদনাদায়ক তথা মৰ্মান্তিক কথা। কিন্তু এনে কলংকিত অধ্যায় এটিও সাহিত্য সভাত ৰৈ গ'ল। কাৰণ যিযেই নাথাকক এনেবোৰ ঘটনাই মানুহৰ মনত আস্থা আৰু বিশ্বাসৰ লগতে সভাৰ লগত জড়িতসকলৰ সততাৰ ক্ষেত্ৰত প্ৰশ্ন আহি পৰে। শেহতীয়াকৈ সভাপতি নিৰ্বাচনক লৈ নিৰ্বাচনী বিষয়াৰ পদত্যাগ সম্পৰ্কে আমি পুনৰ শংকিত হৈ পৰিছো। কাৰণ আমি জনাত নিৰ্বাচনী বিষযাগৰাকী এজন নিষ্ঠাৱান ব্যক্তি। নিৰ্বাচনৰ আগে আগে প্ৰতিবাৰেই কিছুসংখ্যক স্বাৰ্থজড়িত লোকে সাহিত্য সভাত ভুৱা শাখা গঠন কৰি ভোটৰ ব্যৱসায় চলায়, যেন কোনোবা ৰাজনৈতিক দলৰহে নিৰ্বাচন পাতিছে। ফলত অবাঞ্ছিত লোকেও পদবী দখল কৰাৰ সম্ভাৱনা থাকে। যদিহে এনেবোৰ কাৰণতে নিৰ্বাচনী বিষযাই পদত্যাগ কৰিছে, তেতিয়াহ'লে অসম সাহিত্য সভাৰ বাবেই চিন্তনীয বিষয।

পূৰ্বতে সাহিত্য সভাৰ যিসকল স্বনামধন্য সাহিত্যিক তথা বৰেণ্য ব্যক্তি সভাপতি-উপসভাপতি আৰু প্ৰধান সম্পাদকৰ পদবীৰ বাবে নিৰ্বাচিত হৈছিল সেইসকলৰ নাম সংবাদ মাধ্যমযোগে প্ৰচাৰ হোৱাৰ পিচতহে অসমৰ সাধাৰণ ৰাইজে জানিব পাৰিছিল। তাত কোনো বিতৰ্ক নাছিল। জনগণেও সানন্দে উক্ত সিদ্ধান্তবোৰ গ্ৰহণ কৰিছিল। তেনেস্থলত এইক্ষেত্ৰত আজি কিয ইমান বিতৰ্ক। সাহিত্য সভা ৰাজনৈতিক দল নহয। ৰাজনৈতিক দলৰ দৰে নিৰ্বাচনী প্ৰক্ৰিযা চলাটো অনুচিত। আজি সাহিত্য সভাৰ মজিযাতো এতিযা ভিন ভিন প্ৰকাৰৰ 'লবী' তৈযাৰ হৈছে। যাৰ বাবে ৰাজনৈতিক দলৰ দৰে নিৰ্বাচনী কেনভাছ চলাৰ প্ৰক্ৰিযা আৰম্ভ হৈছে। এই লবীকেন্দ্ৰিক ৰাজনীতিৰ বাবেই সাহিত্য সভাতো গোলমালবোৰৰ সৃষ্টি হৈছে। সেইবোৰ কাৰণতেই প্ৰযাত ড° ভবেন শইকীযা, মেদিনী চৌধুৰী, ৰাজেন ৰাভা, মহম্মদ পিযাৰ, নীলিমা দত্ত, ইমৰাণ শ্বাহ আদিৰ লেখীযা ব্যক্তিকো সাহিত্য সভাৰ সভাপতি পাতিব পৰা নহ'ল। তেওঁলোক

যোগ্য নাছিল নেকি ? ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য বা ড° গোলোক চন্দ্ৰ গোস্বামীক অসমৰ বিদ্বত সমাজে আজি চিনি নাপাই নেকি ? নে ভাষা-সাহিত্যৰ প্ৰতি তেওঁলোকৰ অৱদানেই নাই।' এইবোৰ বিতৰ্কই সাহিত্য সভাৰ মান আজি বহু পৰিমাণে অৱনমিত কৰাইছে। সেযেহে সাহিত্য সভাৰ সমূহ সদস্যলৈ আমাৰ এক বিনম্ৰ অনুৰোধ — এইবেলিৰ পৰা যেন যোগ্য ব্যক্তিকহে সাহিত্য সভাৰ মঞ্চলৈ অনা হয়। নিকা ভাৱমূৰ্তিৰে সাহিত্যিক অৱদান থকা ব্যক্তি, লগতে উক্ত সাহিত্য সম্ভাৰৰ লগত অসমৰ ৰাইজৰ সম্যক জ্ঞান আৰু পৰিচয় থকা উচিত। তেতিয়াহে সাহিত্য সভাৰ হৃত মৰ্যাদা ঘূৰাই পাব। সভাৰ সভাপতি, উপ-সভাপতি আৰু প্ৰধান সম্পাদকক নিৰ্বাচিত কৰা সম্পৰ্কে নিয়মাৱলীত উল্লিখিত ৩৯ নং ৪২ (২) আৰু ৪২ (৩) নং ধাৰাসমূহ আৰু সূক্ষ্মভাৱে পৰ্যালোচনা কৰি চাব পাৰি নেকি বিষয় বাছনি সভাত কথাবোৰ আলোচিত হ'লে ভাল হয় বুলি ভাবো। সাহিত্য সভাক আত্মনিৰ্ভৰশীল কৰাৰ উদ্দেশ্যৰেই ডিফু অধিৰেশনতে প্ৰয়াত সভাপতি সীতানাথ ব্ৰহ্মচৌধুৰীয়ে এক কোটি টকাৰ জাতীয় ন্যাস পুঁজিৰ আঁচনি গ্ৰহণ কৰিছিল। কিন্তু আজি ছাব্বিশ বছৰে ন্যাসত কিমান জমা হ'ল, সুদ কিমান পোৱা হয়, সময়ে সময়ে ৰাইজে জানিব পাৰিলে ভাল হয়। ১৯৬০ চনৰ ভাষা আইনখনে আজিলৈকে সংশোধিত নহ'ল, সাহিত্য সভাই যোৱা ব'হাগতে ৰাজ্যভাষা প্ৰয়োগৰ ক্ষেত্ৰত কিছু কাৰ্যসূচী লৈ এতিয়া কিয় সেই বিষয়ত শিথিল হৈ পৰিল সেয়া নুবুজিলো।

ত্যাগৰ দ্বাৰাহে প্ৰকৃত শান্তি ভোগ কৰিব পাৰি।

**— উপনিষদ**

---

কোনেও তোমাক সহায় কৰিব নোৱাৰে নিজেই নিজৰ সহায়ক হোৱা।

**— বুদ্ধদেৱ**

# অসমীয়া ভাষাৰ ব্যৱহাৰ হ্ৰাস পাইছে?

অসমীয়া ভাষা কৃষ্টি সংস্কৃতিৰ মাজৰেই অসমীয়া সমাজৰ ঐতিহ্যপূৰ্ণ বিহু বিভিন্ন প্ৰান্তত প্ৰকাশ পাইছে। অসমীয়া জাতিৰ গুৰুশ্ৰেষ্ঠ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে পাঁচ শ বছৰ পূৰ্ব্বেই গঢ়দি যোৱা সামাজিক গাঠনিক পৰম্পৰাগত ভাৱে অনুসৰণ আৰু অনুকৰণ কৰিয়ে বৰ্ত্তমানৰ অসমীয়া সমাজখনে নিজৰ স্বকীয় পৰিচয় দি আহিব পাৰিছে। অসমীয়া ভাষা আৰু সাহিত্যক বিশ্বদৰবাৰত প্ৰতিষ্ঠিত কৰিবলৈ কঠোৰ পৰিশ্ৰম কৰিবলগীয়া হৈছিল পূৰ্ব্বৰ অসমীয়া ভাষা সাহিত্যৰ একনিষ্ঠ সেৱক আৰু অসম মাতৃৰ কাণ্ডাৰী সকলে মহাপুৰুষ শঙ্কৰ-মাধৱে দি থৈ যোৱা আপুৰুগীয়া সমলখিনিক সাৱোগত কৰি অসমীয়া ভাষা সাহিত্যৰ সেৱা কৰিবলৈ উক্ত কাণ্ডাৰী সকলেই সুদূৰ কলিকতাত থাকিও ১৮৮৮ চনৰ ২৫ আগষ্ট তাৰিখে পবিত্ৰ জন্মাষ্টমী তিথিত ৬৭ নম্বৰ মিৰ্জাপুৰ ষ্টিটৰ অসমীয়া ছাত্ৰৰ সৰু কোঠালীত আনুষ্ঠানিক ভাৱে অনাড়ম্বৰ ৰূপত "অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ" জন্ম দিয়ে। অসমীয়া ভাষাৰ সৰ্ব্বতো প্ৰকাৰে উন্নতি সাধন কৰাটোৱে আছিল উক্ত সভাৰ প্ৰধান লক্ষ্য। অসমৰ বাহিৰত শিক্ষা লাভ কৰিও অসমী আইৰ সুযোগ্য সন্তানচামে অসমীয়া ভাষা-সাহিত্য কৃষ্টি-সংস্কৃতিৰ ভৱিষ্যত সম্পৰ্কে চিন্তা কৰিছিল। অসমৰ ল'ৰা-ছোৱালীয়ে যাতে নিজৰ মাতৃভাষা শুদ্ধকৈ শিকি বুজি অসমীয়া ভাষাৰেই বিদ্যা আৰম্ভ কৰিব পাৰে, ভাষাটোৰ জৰিয়তে নতুন পুথি ৰচিত হয়, ইতিহাস ৰচনা কৰিব পাৰে এনে ধৰণৰ বিস্তৃত আঁচনি গ্ৰহণ কৰি এক বৈপ্লৱিক পৰিবৰ্ত্তন আনিছিল। এক শ বছৰ পূৰ্ব্বৰ অ, ভা, উ, সা, সভাৰ ফলশ্ৰুতি হিছাপেই "জোনাকী" আলোচনীৰো আবিৰ্ভাৱ হয়। স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা, স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাৰ ঐকান্তিক প্ৰচেষ্টাৰ ফলতহে এই কাম হৈ উঠিছিল। যোৱা ১ জানুৱাৰী তাৰিখে আজিৰ ব্যস্ততাপূৰ্ণ কলিকতা মহানগৰীত অ, ভা, উ, সা, সভাৰ শত বাৰ্ষিকী উৎসৱ অসম সাহিত্য সভাৰ উদ্যোগত পতা হয়, ই এক গৌৰৱৰ কথা। কলিকতাৰ এ এচ এল ক্লাবৰ আশাসুধীয়া প্ৰচেষ্টাৰো শলাগ লব লাগিব। এইদৰে অসমীয়া ভাষা-সাহিত্যৰ পৰিসৰ ক্ৰমে বৃদ্ধি পাই ১৯১৭ চনত "অসম সাহিত্য সভাৰ জন্ম হয়। অসমৰ সকলো শ্ৰেণীৰ জনগোষ্ঠীৰ ভাষা-সাহিত্য কৃষ্টি-সংস্কৃতিক আকোৱালি লৈয়ে এই মহান জাতীয় অনুষ্ঠানটি গঢ লৈ উঠে।

ভাষা আৰু জাতিটোক সু-সংস্কৃতিৰ মাধ্যমেৰে আগুৱাই নি অসম সাহিত্য সভাই আজি ১৯৮৯ চনত অসমৰ এমূৰত থকা ডুমডুমা চহৰত ৫৫ তম অধিবেশন পাতিব পৰাটো গৌৰৱৰ বিষয়। উক্ত সুদীৰ্ঘ ৭২ বছৰ কাল অতিবাহিত কৰাৰ মাজতো অসমীয়া ভাষা আৰু সাহিত্যই নানা ৰকম ষড়যন্ত্ৰত পৰি দুৰ্য্যোগৰ সন্মুখীন নোহোৱাকৈ থকা নাই। উদাহৰণ স্বৰূপে অসমৰ স্কুলত অসমীয়া ভাষাক গুচাই বঙালী ভাষাৰ প্ৰৱৰ্ত্তন, অসমত অসমীয়া ভাষাক ৰাজ্যিক ভাষা হিচাপে প্ৰৱৰ্ত্তন কৰাৰ ক্ষেত্ৰত ১৯৬০ চনত হোৱা ভাষা আন্দোলন, ১৯৭২ চনত হোৱা মাধ্যম আন্দোলন আৰু ১৯৭৯ চনৰ পৰা ১৯৮৫ চনলৈ চলা অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ স্মৃতি অসমবাসীয়ে নিশ্চয় কোনো কালে পাহৰিব নোৱাৰে তথাপি ৰাজ্যখনত অসমীয়া ভাষাই নিজৰ স্বকীয় বৈশিষ্ট্য অটুট ৰাখিযে আজিৰ পৰিস্থিতি পাইছে। যুগৰ পৰিবৰ্ত্তনৰ লগত যুগধৰ্ম্মত ব্ৰতী হোৱা মানৱ সমাজৰ মনৰ পৰিবৰ্ত্তনো কিছু প্ৰকাৰে হোৱা লক্ষ্য কৰা যায়। একো একোখন সমাজত বসবাস কৰা জনগোষ্ঠীৰ চাল-চলন, পিন্ধন-উৰণ, খোৱা লোৱা, কথা-বতৰা, আচাৰ-ব্যৱহাৰ, চলন-ফুৰণ, গীত-মাত, কলা-কৃষ্টি আৰু চিন্তা-চৰ্চ্চাৰ মাজেৰে সমাজত প্ৰচলিত বৌদ্ধিক দিশটো পৰিস্কাৰ ৰূপে ওলাই পৰে। জাতি একোটাৰ ভাষিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক যোগ সূত্ৰৰ দ্বাৰাহে সামাজিক মানদণ্ড নিৰ্ণয কৰিব পৰা যায কিন্তু সকলোৰে মূলত ভাষাইহে সমাজ একোখনৰ প্ৰকৃত পৰিচয দাঙি ধৰে। অসমীয়া ভাষা প্ৰচলিত ৰূপত আছে বুলিহে অসমীযা সমাজৰ অস্তিত্বক আমি উপলব্ধি কৰো। ভাষাটোৰ শ্ৰীবৃদ্ধি হোৱাৰ লগে লগে আনুযঙ্গিক ৰূপৰ সাহিত্য সংস্কৃতিযেও প্ৰসাৰতা লাভ কৰে, এযা চিৰন্তন ৰীতি। আনহাতে লো যেনেকৈ মাটিত পেলাই থলে এটা সময়ত মামৰে ধৰে, ভাষাকো সমাজৰ সকলো স্তৰৰ লোকে ব্যৱহাৰিক দৃষ্টিকোণেৰে আকোৱালি ললেহে তেনে ভাষাত মামৰে ধৰাৰ শঙ্কা নেথাকে। কথিত আৰু শিক্ষাৰ মাধ্যম ৰূপে সমাজৰ সংখ্যা গৰিষ্ঠ জনগোষ্ঠীযে সৰ্ব্বান্ত কৰণে ভাষাটোক গ্ৰহণ কৰাৰ মানসিকতা থাকিব লাগিব, তাৰ বাবে প্ৰধানকৈ লাগিব জাতীয চেতনাবোধ আৰু মাতৃ ভাষাৰ প্ৰতি শ্ৰদ্ধা। গতিশীল সমাজ এখনৰ পৰিবৰ্ত্তন হোৱা নিত্যান্ত স্বাভাৱিক পৰিৱৰ্ত্তন খুব কম সময়ৰ ভিতৰত আহি পৰিলেহে জাতি আৰু ভাষাৰ কাৰণে দুৰ্য্যোগ আহি পৰাৰ ভয় থাকে। তেনে এটা অস্থিৰ অৱস্থা অসমীয়া সমাজতো আজি কিছুদিনৰ পৰা গা কৰি উঠা দেখা গৈছে।

এই প্ৰশ্ন কোনো বিতৰ্কমূলক দৃষ্টি ভঙ্গীৰে উত্থাপন কৰিবলৈ বিচৰা নাই। সকলো শ্ৰেণী আৰু গোষ্ঠীৰ প্ৰতি শ্ৰদ্ধা ৰাখিযে অসমীযা ভাষাৰ প্ৰতি থকা দাযবদ্ধতাৰ

কথাহে সূক্ষ্ম দৃষ্টিকোণেৰে দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে। একোটা ভাষাক গুণগত ভাবে চহকী আৰু সমৃদ্ধিশালী কৰি তুলিবলৈ সৃজনীমূলক সাহিত্য ৰচনা আৰু গৱেষণামূলক কৰ্ম্মৰ প্ৰয়োজন আছে। বিশ্বৰ অন্যান্য চহকী ভাষাৰ লগত সমন্বয়ৰ সাঁকো গঢ়ি তুলিব পাৰিলেহে ভাষাই প্ৰসাৰতা লাভ কৰাত সহায়ক হয় সকলো ভাষাতে দেশী-বিদেশী ভাষাৰ কিছু-কিছু ব্যৱহাৰিক শব্দ সোমাই পৰাটো স্বাভাৱিক। তেনেদৰে অসমীয়া ভাষাতো ইংৰাজী, হিন্দী, আৰবী, পাৰ্চী, উৰ্দ্দু শব্দ কিছুপৰিমাণে সোমাই পৰিছে ; সেই বুলি অসমীয়া ভাষাই নিজস্ব মৌলিক গাঠনিক বিকৃত ৰূপত বিলাই দিয়া নাই। গতিকে অসমীয়া ভাষাক মৰ্য্যাদা সম্পন্ন জাতি এটাৰ ভাষা হিচাপে জীয়াই ৰাখিবলৈ হ'লে গ্ৰাম্য অঞ্চলৰ লগতে নগৰীয়া শিক্ষিত সমাজে অসমীয়া ভাষা প্ৰয়োগ আৰু বহুল প্ৰচলনৰ গুৰু দায়িত্ব পালন কৰি সামাজিক আৰু প্ৰশাসনিক ক্ষেত্ৰত বাস্তৱ ব্যৱস্থা লব লাগিব কিন্তু আজিৰ মুহূৰ্ত্তত এটা কথা অপ্ৰিয় হলেও সত্য যে, ইংৰাজৰ ৰাজত্ব কালত এমুঠি সচেতন অসমীয়া ভাষা প্ৰেমী সাধকে কলিকতাত থাকিযে অসমীয়া ভাষা প্ৰয়োগৰ চিন্তা-চৰ্চ্চা কৰিছিল, আনহাতে ইংৰাজ মিচনেৰীয়ে "অৰুণোদয়" কাকত উলিয়াই অসমীযা ভাষা সাহিত্যৰ প্ৰচাৰত গুৰু দাযিত্ব লোৱাৰ কথাও আমি শ্ৰদ্ধাৰে সোঁৱৰো। আজি কিন্তু সময়ৰ বিপৰীত সোঁতবোৱাহে আমি দেখিবলৈ পাইছো। এই আকস্মিক পৰিবৰ্ত্তন কিয ? আমাৰ পূৰ্ব্ব পুৰুষৰ জাতীয চেতনাবোধক সন্মান কৰিবলৈ পাহৰি গলো নেকি ? নে অসমীযা ভাষা বুলি পৰিচয দিবলৈ কিবা শঙ্কা জন্মিছে ? এই চিন্তা-চৰ্চ্চাৰো বিশ্লেষণৰ প্ৰযোজন আছে। কাৰণ কুৰি শতিকাৰ অসমীযা সমাজখনৰ উচ্চ-মধ্য আৰু নিম্নস্তৰৰ এচাম জনগোষ্ঠীযে কিন্তু আজি নিজৰ অসমীযা মাতৃ ভাষাক বাদ দি ইংৰাজী ভাষাৰ পোষকতা কৰাহে পৰিলক্ষিত হৈছে।

অকল কথাৰে নহয কামেৰেও অৰ্থাৎ নিজৰ ফুল কুমলীয়া ল'ৰা-ছোৱালী, ভাই-ভটিজাক অসমীযা মাধ্যমৰ স্কুলত শিক্ষা দিযাৰ পৰিবৰ্ত্তে ইংৰাজী মাধ্যমৰ স্কুল কলেজত শিক্ষা দিযাৰ ব্যৱস্থা কৰি পশ্চিমীযা আদৰ্শ আৰু বিধি ব্যৱস্থাৰে নিজৰ বুদ্ধিমত্তা, চিন্তা-চৰ্চ্চাক কামত লগাই, অসমীযা সমাজ ব্যৱস্থাৰ বিপৰীতে নিজক জড়িত কৰাৰ প্ৰযাস আমি দেখিবলৈ পাইছো। চৰকাৰী সাহায্য বা অনুমোদনৰ কথা তিলমাত্ৰ ভ্ৰূক্ষেপ নকৰি বেছিভাগ স্কুলেই যেন ব্যৱসায়িক দৃষ্টিকোণত অধিক গুৰুত্ব দিয়ে। শিক্ষাৰ মানদণ্ড বিশেষ ধৰণে উচ্চতৰ বুলিও কব নোৱাৰি। অতি কম দৰমহাত শিক্ষক-শিক্ষয়িত্ৰীয়ে কিন্তু নিষ্ঠাৰে নিজ কৰ্ত্তব্য পালন কৰে বুলি ইংৰাজী মাধ্যমৰ স্কুল কৰ্ত্তৃপক্ষই দাবী কৰে। নিযমানুৱৰ্তিতা আৰু শৈক্ষিক পৰিৱেশ

অসমীয়া মাধ্যমৰ স্কুলতকৈ শ্ৰেষ্ঠ বুলি স্কুল কৰ্তৃপক্ষৰ লগতে অভিভাৱক চামেও কয়। অসমীয়া স্কুলৰ শিক্ষাৰ মানদণ্ড, শৈক্ষিক পৰিৱেশ পৰিচালনাৰ ত্ৰুটিপূৰ্ণ ব্যৱস্থা নিম্নস্তৰৰ বুলি ভালেমান অভিযোগ শুনা যায়। অথচ অসমীয়া মাধ্যমৰ স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰীৰ দৰমহাও ইংৰাজী মাধ্যমতকৈ বেছি; তথাপি অসমীয়া মাধ্যমৰ স্কুলৰ শিক্ষক-শিক্ষযিত্ৰীৰ স্কুলত শিক্ষা দান কৰা কৰ্ত্তব্য নিষ্ঠাক ইংৰাজী মাধ্যমৰ শিক্ষা দানে অধিক গুৰুত্ব পোৱা বুলি দাবী কৰে। এই তুলনামূলক দৃষ্টান্তবোৰ কিয় আহিবলৈ পালে সেযেহে আত্মসমালোচনাৰ প্ৰয়োজন আছে, লগতে অসমীয়া মাধ্যমৰ স্কুলত ক্ৰমে-ক্ৰমে ছাত্ৰ-ছাত্ৰী সংখ্যানুপাতে কমি অহাত নিশ্চয় চিন্তাশীল ব্যক্তিৰ ভাবিবৰ থল আছে। সময়ৰ গতি সলনি কৰি আজি অসমীয়া বুদ্ধিজীৱী সাহিত্যিক, শিক্ষক, অধ্যাপক, ডাক্তৰ, ইঞ্জিনীযাৰ, গৱেষক, অধিবক্তা আৰু সামাজিক ব্যক্তিসকলে যদি নিজৰ ল'ৰা-ছোৱালীক অসমীয়া ভাষাত শিক্ষা দি ভাষাটোৰ উৎকৰ্ষ সাধনৰ কথা চিন্তা নকৰে তেন্তে অকল গাঁৱৰ সহজ-সৰল মানুহখিনিয়ে অসমীযা ভাষাক মূধত তুলিব পাৰিব নে ? জাতীয় সমস্যা এটাৰ কথা ভাবিলে, সমূহীয়া চিন্তাৰ প্ৰয়োজন। জনসাধাৰণৰ আত্মঘাটি মনোভাৱ প্ৰকট হৈ উঠিলে অসম সাহিত্য সভাৰ বিশাল ৰূপে অসমীয়া ভাষাটোক ৰক্ষণা-বেক্ষণ দিযা, সময়ত কঠিন হৈ পৰিব। পৃথিৱীৰ বিভিন্ন ভাষাৰ বিদগ্ধ পণ্ডিত মহলেও মত প্ৰকাশ কৰে যে, নিজ নিজ মাতৃভাষাৰ মাধ্যমত সৰুৰে পৰা শিক্ষা দিব পাৰিলে সকলো বিষযৰ জ্ঞানৰ পৰিসীমা বৃদ্ধিহে পায। ভাষা যিমানে বেচিকৈ আযত্ব কৰিব পাৰে সিমানে লাভ কিন্তু কিছুমানৰ ধাৰণা মতে ইংৰাজী ভাষাত শিক্ষা গ্ৰহণ কৰিলেহে বেছি জ্ঞানী, চোকা মেধাবী, বুদ্ধিমান, হ'ব পাৰে বুলি ভবাটো এক অবাস্তৱ ধাৰণা। অসমীযা সমাজৰ নমস্য ব্যাক্তি পণ্ডিত স্বৰ্গীয বাণীকান্ত কাকতি, স্বৰ্গীয ডঃ কৃষ্ণ কান্ত সন্দিকৈ আদিৰ উদাহৰণেই যথেষ্ট বুলি আমি ভাবো। অসমীযা সমাজৰ অসমীয়া পৰিযাল এটাত যেতিযা পুৱাৰ পৰা গধূলিলৈকে অসমীয়াৰ পৰিবৰ্ত্তে ইংৰাজী মাত-কথা চলে, সেইখন ঘৰৰ পৰিবেশ অসমীযা সমাজৰ বাবে নিশ্চয় আচহুৱা যেন লাগিব। সেইবোৰ পৰিযালৰ পৰা পশ্চিমীয়া আদৰ্শত শিক্ষালৈ ওলোৱা ল'ৰা-ছোৱালীযে ভৱিষ্যত ৰাজ্যৰ প্ৰশাসনৰ গুৰু দাযিত্ব বহন কৰিবলগীযা হ'লে "অসমীযা ভাষাৰ" অপমৃত্যু হোৱাটো স্বাভাৱিক। একেটা পৰিযালৰ ভাই ককাইৰ ল'ৰা-ছোৱালীক কোনোবাই "অসমীযা" কোনোবাই আকৌ "ইংৰাজী" গ্ৰহণ কৰাত মানসিক সংঘাত আৰম্ভ হোৱা দেখা গৈছে। চহৰ অঞ্চলৰ পৰা গ্ৰামাঞ্চললৈ ইংৰাজী মাধ্যমৰ স্কুল সম্প্ৰসাৰণ হোৱাৰ আন এটি কাৰণ হ'ল বৰ্ত্তমান

অসমৰ গাৱেঁ ভূঞে চৰকাৰী কাৰ্য্যালয়, কাছাৰী স্থাপন হোৱাত অসমীয়া অনা অসমীয়া বিষয়াই সেইবোৰ ঠাইত চাকৰি কৰাৰ দায়িত্বত নিজৰ স্বাৰ্থৰ অনুকূলে হোৱাই নোহোৱাই ইংৰাজী স্কুল স্থাপন কৰাৰ প্ৰৱণতা বাঢ়ি গৈছে। অৰ্থাৎ পশ্চিমীয়া ৰীতি-নীতি গাঁৱলৈকেও বিয়পী পৰিল। দৰিদ্ৰ সীমাৰেখাৰ তলত থকা ভাৰতবৰ্ষৰ ক্ষুদ্ৰ আভৰণ স্বৰূপে অসমত ইংৰাজী মাধ্যমৰ শিক্ষা দিয়া একো গৰাকী ছাত্ৰ-ছাত্ৰীৰ বাবদ গড়ে ২০০.০০ টকা বা ২৫০.০০ টকা মাহে খৰচ কৰে; কিন্তু অসমীয়া মাধ্যমৰ ছাত্ৰ-ছাত্ৰীৰ বেলিকা জানো কোনোবা অভিভাৱকে সেইখিনি ধন খৰচ কৰে ? ফলত কম আযৰ অভিভাৱকে দুৰ্নীতিত প্ৰশ্ৰয় দিবলগীয়া হয। এযা এক প্ৰকাৰ সামাজিক স্খলন বুলি কব পাৰি। এইকথা অসমৰ প্ৰতিগৰাকী সচেতন ব্যক্তি আৰু প্ৰতিটো পৰিয়ালে গভীৰ ভাবে উপলব্ধি কৰা উচিত। কি ভাষাত শিক্ষা দি নিজৰ ল'ৰা-ছোৱালীৰ ভৱিষ্যতক গঢ় দিব, সেয়া যদিও সম্পূৰ্ণ ব্যক্তিগত কথা; তথাপি অসমৰ জাতীয স্বাৰ্থৰ কথা বিবেচনা কৰিহে যুক্তিবোৰ দাঙি ধৰা হয।

অসমীযা ভাষা সাহিত্যৰ প্ৰতি বিৰূপ প্ৰতিক্ৰিয়া প্ৰদৰ্শন কৰি যিহেতু অসমীযা অভিভাৱকেই ইংৰাজী মাধ্যমৰ পঢাশালিক বিচাৰিবলৈ লৈছে, এনে অৱস্থাত অসম চৰকাৰৰ দাযিত্ব আৰু কৰ্ত্তব্যৰ কথা সোঁৱৰাই দিয়াৰ লগতে অসম সাহিত্য সভাৰো গুৰু দাযিত্ব আহি পৰিছে। ৰাজ্যখনৰ শিক্ষা ব্যৱস্থা নতুন ধৰণে সংস্কাৰ কৰি, অসমীযা মাধ্যমৰ স্কুলবোৰ আকৰ্ষণীয কৰি তুলিব লাগে। শিক্ষা ব্যৱস্থা উন্নত কৰি শিক্ষক-শিক্ষয়িত্ৰীৰ কৰ্ত্তব্যনিষ্ঠাৰ প্ৰতিও আস্থাভাজন কৰি তুলিব লাগিব। ছাত্ৰ-ছাত্ৰীক দিবলগীযা সা-সুবিধাৰ লগতে নিৰাপত্তাকো সুনিশ্চিত কৰি তুলিব লাগিব। স্কুলৰ সা-সজুঁলি আৰু পৰিৰেশ নিকা কৰি তুলিব লাগিব, শিক্ষা ব্যৱস্থাৰ লগত ক্ষুদ্ৰ ৰাজনীতি আহি পৰা অন্যায ব্যৱস্থাও আঁতৰ কৰিব লাগিব। ইযাৰ অবিহনে অসমীয়া ভাযা আৰু সামাজিক ব্যৱস্থাত এক অস্থিৰতাই দেখা দি ভৱিষ্যতটোক সঙ্কটাপূৰ্ণ কৰি তুলিব বুলি আমাৰ ধাৰণা হৈছে।



# ভাষা-কৃষ্টিৰ বিকাশৰ দ্বাৰাহে অসমৰ অস্তিত্ব ৰক্ষা পৰিব

যিকোনো সুসভ্য জাতিৰ ভাষা, কৃষ্টি আৰু সংস্কৃতিৰ অস্তিত্ব ৰক্ষা কৰিবলৈ হলে সমাজৰ প্ৰতিটো স্তৰৰ প্ৰতিজন ব্যক্তিয়ে স্বদেশপ্ৰেমৰ আদৰ্শৰ দ্বাৰা উদ্বুদ্ধ হৈ পোনতে নিজৰ মনটো গঢ়ি তুলিব লাগিব। সুষ্ঠ সবল এটা জাতীয় মনেহে জাতীয় চৰিত্ৰ গঠন কৰিব পাৰে। সেয়া মানসিক প্ৰস্তুতিৰ প্ৰয়োজন। খোৱা-লোৱা, পিন্ধন উৰন, কথা-বতৰা চলন-ফুৰণ আৰু আচাৰ ব্যৱহাৰ আদি সকলো ক্ষেত্ৰতে নিজৰ সুকীয়া বৈশিষ্ট্য ফুটাই তুলিব পাৰিলেহে জাতিৰো অস্তিত্ব ৰক্ষা কৰাটো সম্ভৱ। সৰ্ব্বসাধাৰণৰ মানত নিজৰ মুখৰ মাতৃভাষাটো আটাইতকৈ স্পৰ্শকাতৰ চেতনা বোধ। সেয়েহে দেশৰ অঞ্চল বিশেষে একো একোটা আঞ্চলিক ভাষাই সুকীয়াকৈ নিজৰ স্বকীয় বৈশিষ্ট্য অটুট ৰাখিবলৈ হলে সাংবিধানিক উপযুক্ত ৰক্ষা কবচৰ প্ৰযোজন। একে উদ্দেশ্যৰে যোৱা ১৯৫৬ চনতেই ভাৰত চৰকাৰে দেশৰ তিনিগৰাকী প্ৰসিদ্ধ ব্যক্তি স্বৰ্গীয ফজল আলিৰ নেতৃত্বত আনদুগৰাকী সদস্য ডঃ কে, এম পানীকৰ আৰু ডঃ হৃদযনাথ কুঞ্জৰুৰ দ্বাৰা 'ৰাজ্য পুনৰগঠন আযোগ' গঠন কৰি দি ভাষাৰ ভিত্তিত ৰাজ্যবোৰক পুনৰ গঠন কৰাৰ পৰামৰ্শ দি ভাৰতৰ ৰাজ্যবোৰক সেই সময়তে পুনৰ গঠিত কৰিলে। সেই অনুসাৰে বৰ্ত্তমান সংবিধানৰ স্বীকৃতিপ্ৰাপ্ত ১৬ টা আঞ্চলিক ভাষাৰ স্বকীয মৰ্যদা অনযাযী চৰকাৰে ৰাজ্যবোৰ গঠন কৰিলে। উক্ত নীতিৰ উদ্দেশ্য হযতো আছিল যে, কোনো সবল গোষ্ঠীযে যাতে কোনো দুৰ্ব্বল গোষ্ঠীৰ ওপৰত ভাষিক আধিপত্য বিস্তাৰ কৰিব নোৱাৰে। সুক্ষ্মদৃষ্টিৰে চালে ই অতি স্পষ্ট কথা যে, দেশৰ সকলোবোৰ আঞ্চলিক ভাষাই সমানুপাতে উন্নতি লাভ কৰাটোৱেই যেন চৰকাৰৰ মহান উদ্দেশ্য আছিল, কিন্তু ৰাজনৈতিক পাশাখেল আৰু কিছুমান গোড়া প্ৰশাসন গোষ্ঠীৰ গুপ্ত ষডযন্ত্ৰত পৰি ৰাজ্য পুনৰগঠনৰ মহান উদ্দেশ্য আজি অৰ্থহীন হৈ পৰা দেখা দিছে। ইয়াৰে অন্তৰ্নিহীত কাৰণ বহুত আছে, যিবোৰৰ বহুল বিশ্লেষণৰ প্ৰযোজন ক্ষুদ্ৰ একোটা প্ৰবন্ধৰ দ্বাৰা আটাইখিনি কথা সাঙোৰা সম্ভৱপৰ নহয। তথাপি মূলত দুই চাৰিটা দিশহে উল্লেখ কৰাৰ প্ৰযোজন বোধ কৰি সংশ্লিষ্ট আন কিছুমান দিশো বৰ্ণনা কৰা হ'ল।

দেশৰ এটা অংশৰ পৰা আন এটা অংশলৈ দেশীয নাগৰিকৰ প্ৰব্ৰজনৰ সোঁত সাংবিধানিক ভাৱে বাধা দিব নোৱাৰি, সেইবুলি ইযাৰ অৰ্থ এইটো নুবুজায় যে

অত্যাধিক গতিত এখন ৰাজ্যৰ পৰা আন এখন ৰাজ্যলৈ অর্থনৈতিক বা ঔদ্যোগীক যি কাৰণতেই নহওক কিয়, অন্যজনগোষ্ঠীৰ সোত বৃদ্ধি পাই যদি ৰাজ্যখনত স্থায়ী ভিত্তিত উক্ত জনগণে বসবাস কৰিবলৈ লয় তেন্তে সেই ৰাজ্যৰ আঞ্চলিক ভাষাই সকলো পিনৰ উন্নতিৰ পথত পদে পদে বাধাৰ সন্মুখীন হয়। এনেক্ষেত্ৰত ৰাজ্য পুনৰ গঠনৰো কোনো মূল্য নাথাকিব। কথাষাৰ অপ্রিয যদিও তেনেই সত্য যে বাহিৰালোকৰ প্ৰব্ৰজনৰ ফলত থলুৱালোক গোষ্ঠীৰ জনসংখ্যা ক্রমে ক্রমে সংখ্যালঘুত পৰিণত হবলৈ ধৰে তেতিয়াই বিভিন্ন জনগোষ্ঠীৰ মাজত ভুল বুজাবুজিৰ সৃষ্টি হ'বলৈ আৰম্ভ কৰে আৰু যুগ যুগ ধৰি চলি থকা ঐক্য আৰু সংহতিৰ ক্ষেত্ৰতো সংঘাত আহি পৰে। কোনো জাতি বা উপজাতিয়েই নিজৰ জন্মস্থান মাতৃভূমিত নিজেই সংখ্যালঘুত পৰিণত হবলৈ নিবিচাৰে বা কামনাও নকৰে। এইক্ষেত্ৰত যদিহে কোনোবাই ষড়যন্ত্রমূলক ভাৱে থলুৱা গোষ্ঠীৰ ওপৰত নিজৰ ভাষা কৃষ্টিৰ আধিপত্য বিস্তাৰ কৰিবলৈ প্ৰযাস কৰে তেতিযাই সংঘৰ্ষৰ সৃষ্টি হয়।

অসমত যোৱা ১৯৬০ চনৰ ভাষা আন্দোলন তাৰেই প্রতিফলন। তেনেদৰে ১৯৭২ চনৰ মাধ্যম আন্দোলনো আন এটি জ্বলন্ত উদাহৰণ। অসমত অসমীযা ৰাজ্যভাষা হব লাগে, অসমৰ বিশ্ববিদ্যালয সমূহৰ পাঠ্যক্রমৰ মাধ্যমো অসমীয়া হ'ব লাগে এযা নীতিগত কথা আৰু অসমবাসীৰ সম্পূর্ণ ন্যাযসঙ্গত দাবী, কিন্তু অসমীযা ভাষাক নিজৰ ৰাজ্যতে ভাৰতৰ অন্য ভাষাভাষীৰ কিছুলোকে প্ৰাপ্য সুবিধাৰ পৰা বঞ্চিত কৰাৰ গোপন ষডযন্ত্রৰ বাবেই অসমৰ স্থানীয জনগোষ্ঠীযে তীব্র প্রতিবাদৰ জোৱাৰ তোলে। জনগণৰ সৰব প্রতিবাদৰ ফল স্বৰূপে অসমৰ পৰা অসমীযা ভাষাটো অপসাৰিত হবলগীযা নহ'ল। শেষত অসমৰ ৰাজ্যভাষা অসমীযা হ'ল। এনেকি প্ৰযাত ৰাষ্ট্রপতি ফখৰুদ্দিন আলি আহমদেও কৈছিল — অসমত অসমীযা ৰাজ্যভাষা নহৈ, মহাৰাষ্ট্রত হব নেকি ? কথাষাৰ তেনেই সত্য, কিন্তু এইকথাযাৰ অইন ভাযা-ভাষীৰ লোকতকৈও নিজৰ অসমীযা মানুহখিনিযে আন্তৰিকতাৰে আৰু সুদূৰ প্ৰসাৰী মনোভাৱেৰে উপলব্ধি কৰি চৰকাৰী বে-চৰকাৰী সকলো দিশতেই নিজৰ ভাষাটোক প্ৰৱৰ্ত্তন কৰিবলৈ জোৰ দিযাহেতেন আজিৰ এইটো অৱস্থা আহি নপৰে। তাৰ বাবেও আত্মসমালোচনাৰ প্ৰযোজন আছে।

অসম চৰকাৰৰ সকলোবোৰ বিভাগৰ কার্যালয়ত ইংৰাজীৰ সলনি অসমীয়া ভাষাটো চৰকাৰী কামত ব্যৱহাৰ কৰিবলৈ সমযে সমযে চৰকাৰী নির্দেশ দিযে যদিও আমাৰ মাজৰ শ্রমিক কর্মচাৰীয়েই সাতাম পুৰুষীয়া ইংৰাজী ভাষাৰ মোহ এৰিব নোৱাৰি কাগজে পত্ৰই ইংৰাজীতেই চিঠি-পত্ৰ, নোটচিট আদিত লিখা চলাই থাকিল। কার্যালয়ৰ সহায়ক গৰাকীয়েই যেতিয়া তলৰ পৰা সকলো কাম ইংৰাজীতে

চলাই থাকিবলৈ প্ৰয়াস কৰে; তেতিয়া ওপৰৰ অনা অসমীয়া বা ইংৰাজীপ্ৰেমী বিষয়াবোৰে আপত্তি কৰাৰ সলনি পেটে পেটে ভালহে পায়। এনেকৈ বহুতো অসমীয়া উচ্চ বিষয়াই অসমীয়া ভাষাটো লিখিলে যেন নিজৰ মৰ্যদা হানি হোৱা যেন অনুভৱ কৰে। এইবোৰে আমাক বহু নিম্নস্তৰলৈ ঠেলি নিছে। চৰকাৰী বেচৰকাৰী কামৰ সুবিধাৰ বাবে ইতিমধ্যে ইংৰাজীৰ প্ৰতি শব্দবোৰৰ অসমীয়া পৰিভাষা উলিয়াইছে যদিও ব্যৱহাৰৰ অভাৱত প্ৰকৃততে প্ৰচলন নোহোৱাকৈ পৰি থকাটো দুৰ্ভাগ্যজনক। অসমীয়া টাইপ মেচিনবোৰ ব্যৱহাৰ নোহোৱাকৈ প্ৰতিটো কাৰ্যালয়তে ধূলি-মাকতি লাগি এলাগী হৈ পৰি থকাটোও পৰিতাপৰ বিষয়। সেয়েহে ১৯৬০ চনতে অসমীয়া ৰাজ্যভাষাৰ বিধান সভাৰ গৃহীত হৈছিল যদিও ২০১০ চনলৈকে ইয়াৰ বাস্তৱ ৰূপায়ন নোহোৱাটোৱে কি সুচাইছে ই নিশ্চয় আমাৰ ভাষাটোৰ প্ৰতি চুৰান্ত অৱহেলাৰহে পৰিণতি। উল্লেখযোগ্য যে, ৰাজ্য চৰকাৰৰ দুই এটা বিভাগতহে দুই-এগৰাকী উচ্চ বিষযাৰ সচেতন মনোভাৱৰ ফল স্বৰূপে অসমীযা ভাষাটো উক্ত কাৰ্যালযত সকলো স্তৰতে ব্যৱহাৰ হৈ আছে; অথচ একে ধৰণৰ বহুতো চৰকাৰী কাৰ্যালয়ৰ শ্ৰমিক কৰ্মচাৰী বিষযাৰ এই সাধাৰণ জাতীয় চেতনাবোধখিনিও নথকাৰ ফলতেই অনা অসমীযা শ্ৰমিক কৰ্মচাৰীখিনিযে অসমীযা ভাষা বিদ্বেষী মনোভাৱ পোষণ কৰিবলৈ সুবিধা পাইছে আৰু ই ক্ৰমে ঘনীভূত হৈ পৰিছে। বিশেষকৈ অবৈধভাৱে দুৰ্নীতিৰ আশ্ৰয লৈ নিযুক্তি পোৱা বিদেশী নাগৰিক সকলেই আটাইতকৈ বেচি লাভবান হৈছে। যিকোনো পুৰণি বস্তু এটাক বাদ দি, নতুনক আকোৱালি লোৱাৰ ক্ষেত্ৰত পোনতে কিছু কিছু খেলি মেলিৰ সৃষ্টি হোৱাটো স্বাভাৱিক। যিদৰে এটা সমযত ১৬ অনাত এটা টকাৰ সলনি যেতিযা ১০০ নয়া পইচাত (বৰ্ত্তমানে ১০০ পইচা) এটা টকাৰ হিচাব সৰ্ব্বসাধাৰণ ৰাইজে কৰিবলগীযা হ'ল, তেতিযাই বহু মানুহে বাকযুদ্ধ, তৰ্কযুদ্ধ আৰু খণ্ডযুদ্ধত অৱতীৰ্ণ হৈছিল, কিন্তু পিচত সকলোবোৰ সহজ সৰল হৈ পৰিল। ঠিক তেনেদৰে ইংৰাজীৰ স্থান অসমীযা ভাষাই লব লাগিছিল।

এই ক্ষেত্ৰত অসমত সাহিত্য সভাৰ ভূমিকাত উৎসাহজনক নোহোৱাৰ ফল স্বৰূপেই আজি অসমত অসমীযা ভাষাৰ আদৰ মাহীআইৰ লেখিযা হৈ পৰিছে। স্বাভাৱিকতে এইটো বৰ লাজ আৰু চিন্তাৰ বিষয। সৰ্বসাধাৰণ ৰাইজৰ মাজতো আজি বহুতেই ভাৱে চৰকাৰলৈ দৰ্খাস্ত, আবেদন পত্ৰ আদি অসমীযা ভাষাত লিখাটো কিছু নিম্নপৰ্য্যাযৰ বুলি বিবেচনা কৰি ভুল ভ্ৰান্তিৰ মাজেৰেই ইংৰাজীত আনৰ হতুৱাই লিখাই দিযা দেখা যায। এযে জানো নিজৰ লগতে অসমীযা ভাষাটোক সৰু কৰি দেখুৱাই অপমান কৰা নহয। আইন কানুনৰ ফলবতী ৰূপ ৰাজ্যখনৰ সৰ্ব্বসাধাৰণ ৰাইজে পালন কৰিলেহে তাৰ সুফল দেখা যায়। সেযেহে চৰকাৰী

বেচৰকাৰী সমূহ কাৰ্যালয়তে প্ৰতিজন নিষ্ঠাবান শ্ৰমিক কৰ্মচাৰীয়ে ৰাজ্যভাষাটোক সুষ্ঠ সবল ৰূপত প্ৰতিষ্ঠা কৰিবলৈ হ'লে সকলোবোৰ কাম-কাজ তলৰ পৰা ওপৰলৈ অসমীয়া ভাষাৰেই যোগাযোগ কৰিব লাগিব। এই ক্ষেত্ৰত কোনো বিষয়া চক্ৰই ৰাজ্যভাষা প্ৰচলনৰ বেলিকা বাধাৰ সৃষ্টি কৰিলে, সেই কাৰ্যক একতাবদ্ধভাৱে প্ৰতিৰোধ কৰিব পাৰিলেহে ভাষা কৃষ্টি সংস্কৃতিৰ প্ৰতি থকা আবেগিক সচেতনাৰ পৰিচয় পোৱা যাব।

তেনেদৰে অসমত অসমীয়া ভাষাই আজিকোপতি উপযুক্ত স্থান নোপোৱাৰ গুৰিতেই আনহাতে কব লাগিব অসমত স্বাধীনোত্তৰ কালৰ পৰা আজিলৈকে অনা অসমীয়া আৰু ইংৰাজী স্কুল স্থাপনৰ সহজ সৰল ব্যৱস্থা সমূহ। অসমৰ বাহিৰে ভাৰতৰ কোনো ৰাজ্যতে এনে অদ্ভুত ব্যৱস্থা থকাটো আমাৰ চকুত নপৰে। উত্তৰপ্ৰদেশ, বিহাৰ, উৰিষ্যা, কৰ্ণাটক, পশ্চিমবঙ্গ কেৰালা আদি ৰাজ্যত নিজ নিজ ৰাজ্য ভাষাৰ মাধ্যমৰ স্কুল-কলেজত বাহিৰে আন ভাষাৰ স্কুল-কলেজৰ প্ৰাৰ্দুভাৱ অসমৰ দৰে সমূলি নাই। উদাহৰণ স্বৰূপে উত্তৰপ্ৰদেশৰ 'বন্দোপধ্যায়' আৰু 'পাল' সম্প্ৰদায়ৰ দুটি সম্ভ্ৰান্ত পৰিয়ালৰ লোকে কাজিৰঙা পৰ্যটন নিবাসত এই লিখকৰ সন্মুখতে নিজে মাতৃভাষা বঙালীৰ পৰিবৰ্তে হিন্দীভাষাত কথা বতৰা পতা দেখি আচৰিত হৈ প্ৰশ্ন কৰাত, হাঁহি হাঁহি উত্তৰ দিলে। হিন্দী ভাষাত পঢ়া শুনা কৰাৰ বাহিৰে তেওঁলোকৰ উপায় নাই। কিন্তু অসমৰ বেলিকা ৰাজনৈতিক মুনাফা আদায়ৰ হেতু আনবোৰ ৰাজ্যৰ ভাষাই গা কৰি উঠিবলৈ সুযোগ পাইছে।

চৰকাৰেও হোৱাই নোহোৱাই আন আন ভাষাৰ স্কুলবোৰক আৰ্থিক অনুদান, সাহায্য আদি দি, অন্যপ্ৰকাৰে অসমীয়া ভাষাৰ মূৰত কুঠাৰাঘাত কৰিছে। ফলত উক্ত শ্ৰেণীৰ ল'ৰা-ছোৱালীকে আদি কৰি সমূহ জনগোষ্ঠীযেই চিৰদিনৰ বাবে অসমীয়া ভাষাটো শিকা আৰু কোৱাৰ পৰা ক্ৰমে আতৰি পৰিল। বিভিন্ন ভাষাৰ মাজত থকা অনুভূতিৰ পৰাযে এটা সমযত সংঘাত আহি পৰে। যিটো সংঘাট অসমত সময়ে সময়ে হৈ আছে। অসমৰ বেছিভাগ মানুহেই অতি উদাৰ ভাবেৰে নিজৰ মুখৰ অসমীয়া ভাষাটো বাদ দি, ভাৰতৰ অন্যপ্ৰান্তৰ মানুহৰ লগত হিন্দী, বঙালী নাইবা ইংৰাজীতেই কথা পাতি মনৰ ভাব আদান-প্ৰদান কৰা দেখা যায়। সেযেহে অসমীয়া ভাষাটো যে শিকিব লাগে সেই কথা হযতো আনবোৰে উপলব্ধি কৰাৰ প্ৰয়োজনবোধ নকৰে। এইবোৰ আমাৰ নিজৰ দুৰ্বলতাহে মাথোন। মণিপুৰবাসী এই ক্ষেত্ৰত যথেষ্ট সচেতন। যাৰ ফলত মণিপুৰত অনা-মণিপুৰীলোকে থলুৱা ভাষাটো শিকিবলৈ বাধ্য হয়। অসমীয়া ভাষাটো সকলো ক্ষেত্ৰত ব্যৱহাৰ কৰিলেহে নিজ ৰাজ্যত যোগ্যস্থান পাব।

০ ০ ০

# অৰুণাচলৰ বুকুত কিছু অনুভৱ

অৰুণাচল নামটোৰ মাজত যেন এক যাদুকৰী আকৰ্ষণ সোমাই আছে; এসময়ৰ 'নেফা' অৰ্থাৎ নৰ্থ-ইষ্ট ফ্ৰন্টিয়াৰ এজেঞ্চী আজি অৰুণাচল প্ৰদেশ হৈ পৰিল। উত্তৰ-পূৰ্বাঞ্চলৰ আটাইকেইখন ৰাজ্যৰ তুলনাত অৰুণাচল প্ৰদেশ মাটিকালিৰ আকাৰত সৰ্ববৃহৎ ৰাজ্য। আনহাতে অসমৰ পৰা কাটি নি মেঘালয, মিজোৰাম আদি সুকীযা ৰাজ্য গঠন কৰিলে। নগালেণ্ড, মণিপুৰ আৰু ত্ৰিপুৰা ৰাজ্যকেইখনেও সুকীয়া পৰিচয় লৈ ভিন ভিন দিশত উন্নয়নৰ পথত আগবাঢ়িছে। অসমক লৈ মুঠ সাতখন ৰাজ্যৰে উত্তৰ-পূৰ্বাঞ্চল এটা গোট হিচাপে ভাৰতবৰ্ষৰ মানচিত্ৰত আজি বহুলভাৱে পৰিচিত। এতিয়া শেহতীযাকৈ হিমালয়ৰ পদভূমিত গঢ লৈ উঠা মনোৰম ৰাজ্য 'ছিকিম'কো উত্তৰ-পূৰ্বাঞ্চলৰ লগত সাঙুৰি দিছে এই আঠখন ৰাজ্য। ভাৰতবৰ্ষৰ স্বাধীনতাৰ পিছত দেশৰ অন্যান্য ৰাজ্যৰ তুলনাত সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্যসমূহ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক দিশত পাছপৰি থকাটো পৰিলক্ষিত হৈছে। অথচ সাংস্কৃতিক দিশত প্ৰত্যেকখন ৰাজ্য এক সুকীযা বৈশিষ্ট্যৰে চহকী। সৌন্দৰ্যৰে মহিমামণ্ডিত প্ৰাকৃতিক সম্পদতো আটাইকেইখন ৰাজ্য যথেষ্ট চহকী যদিও কেন্দ্ৰীয চৰকাৰৰ বৈষম্যমূলক আচৰণে সমগ্ৰ অঞ্চলটোৰ জনগণক ক্ষুণ্ণ কৰি তুলিছে। বহুদিনীযা ক্ষোভ, বঞ্চনা আৰু অৱহেলাৰ দিশবোৰ সুকীযা সুকীযাকৈ বিশ্লেষণ কৰি চোৱাৰ সময আজি সমাগত। কেন্দ্ৰীয় চৰকাৰে অতি সুক্ষ্মভাৱে, আন্তৰিকতাপূৰ্ণ দৃষ্টিভংগীৰে ৰাজ্যকেইখনৰ জনসাধাৰণক আস্থা আৰু বিশ্বাসেৰে ল'ব নোৱাৰিলে সমগ্ৰ ভাৰতৰে যে ক্ষতি হ'ব এই কথা শাসকবৰ্গই জনা উচিত। এই লেখাত মাথোঁ অৰুণাচল প্ৰদেশ সম্পৰ্কে কিছু বাস্তৱ দৃষ্টিভংগীৰ উপলব্ধি, অনুভৱ আৰু অভিজ্ঞতা দাঙি ধৰিবলৈ ওলাইছো। অৰুণাচল প্ৰদেশ বহুবছৰ আগতে মোৰ চাকৰিকালতে ভ্ৰমণ কৰিছিলো। তেতিযাৰ আৰু এতিযাৰ অভিজ্ঞতা সম্পূৰ্ণ সুকীযা। অৰুণাচলৰ মানুহখিনি স্বভাৱত এতিযাও সহজ-সৰল। তেওঁলোকৰ নিজৰ অস্তিত্বৰ ক্ষেত্ৰত সদা-সচেতন অৰুণাচললৈ যাবলৈ হ'লে 'ইনাৰ লাইন পাৰ্মিট' ল'বলগীযা হৈছে। অসমতো সেই নিয়ম বলৱৎ থকাহেঁতেন আজি হয়তো বাংলাদেশীৰ অনুপ্ৰৱেশ ভযাবহ হৈ নুঠিলহেঁতেন। অৰুণাচল প্ৰদেশত জনসংখ্যা বৃদ্ধিৰ হাৰ নিযমত চলা হেতুকে থলুৱা বাসিন্দা শান্তিত বসবাস কৰিব

পাৰিছে। অসমত আমি কিন্তু পৰা নাই। অৰুণাচল প্ৰদেশত কেন্দ্ৰীয় চৰকাৰৰ আশীৰ্বাদসমূহৰ সদ্ব্যৱহাৰ কৰিবলৈ শিকিছে আৰু ল'বও জানে। এয়া অৰুণাচলবাসীৰ বাবে আশাব্যঞ্জক বাতৰি।

দৈমুখৰ পন্দৰা হাইড্ৰ' ইলেক্ট্ৰিক প্ৰজেক্ট (৯৯০ মেগাৱাট)ৰ উপৰি অৰুণাচল প্ৰদেশত নীপকোয়ে কেইবাটাও ডাঙৰ-সৰু প্ৰকল্প হাতত লৈছে। তাৰ ভিতৰত ৰঙানদী, হাইড্ৰ'ইলেকক্ট্ৰিক প্ৰজেক্ট (৪০৫ মেগাৱাট), কামেং হাইড্ৰ' ইলেট্ৰিক প্ৰজেক্ট (৬৫০ মেগাৱাটৰ), খাংটেন স্মল এইচ ই প্ৰজেক্ট (৭.৫ মেগাৱটৰ) আদিযেই প্ৰধান। ইতিমধ্যে ৰঙানদী প্ৰকল্প সম্পূৰ্ণ হৈ উঠিছে। বাকী প্ৰকল্পবোৰ সময়মতে গঢ়ি উঠিলে অৰুণাচল প্ৰদেশৰ উপৰি সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলে শক্তি উৎপাদনত গুৰুত্বপূৰ্ণ ভূমিকা ল'ব বুলি আশা কৰিব পাৰি। ইয়াৰ ফলত অৰুণাচলত অদূৰ ভৱিষ্যতে উদ্যোগ স্থাপন, যাতাযতৰ সূচল ব্যৱস্থা, বাণিজ্যিক দিশৰ প্ৰসাৰৰ লগতে শিক্ষা-দীক্ষাত আগবাঢ়ি যোৱাত নিশ্চয় সহায়ক হ'ব। অৰুণাচল ৰাজ্যখনেই যিহেতু দুৰ্গম পৰ্বতমালাৰে আৱৰা, যাতাযাত ব্যৱস্থা উন্নত কৰাটো যথেষ্ট কষ্টকৰ কাম। অৰুণাচল প্ৰদেশত বৰ্তমান ৰাজনৈতিক পট পৰিৱৰ্তন বৰ সঘনাই চলি থকা দেখা যায়। কেন্দ্ৰত যি দলৰ চৰকাৰে শাসন চলায, সেই দলতে চামিল হোৱাৰ এক প্ৰক্ৰিযা ৰাজ্য চৰকাৰখনে চলায, ফলত চৰকাৰী আঁচনিবোৰ লোৱাত সুবিধা হয। নীপকোই প্ৰতিবছৰে ২ এপ্ৰিল তাৰিখত কিছু বহল ভিত্তিত নীপকো দিৱস পালন কৰি আহিছে যোৱা ৩২ বছৰ ধৰি। এইবেলিও ৩৩ তম 'নীপকো দিৱস বিভিন্ন কাৰ্যসূচীৰে' পাৰে হাইড্ৰ' ইলেক্ট্ৰিক প্ৰজেক্টত পাতিছিল। 'পাৰে প্ৰজেক্টৰ' আন্তঃগাথনি খুব বেছি সবল হৈ উঠা নাই যদিও প্ৰযোজনৰ ভিত্তিত আগতে সাজি ৰখা আৰ চি চি আৰু অসম টাইপ ঘৰসমূহকে সুন্দৰভাৱে মেৰামতি কৰি তোলাত বিষযা-কৰ্মচাৰীসকলে এখন সুন্দৰ সমাজ গঢ়ি তুলিছে। গুদাম ঘৰ এটাকে অস্থাযী ভিত্তিত অথচ স্থাযী ৰূপ দি সাংস্কৃতিক অনুষ্ঠান পাতিব পৰাটোও গৌৰৱৰ কথা। বাট-পথ মেৰামতি, খেলপথাৰৰ উন্নযন, ধৰ্মীয় দিশত অসমীযা নামঘৰ আৰু খৃষ্টধৰ্মীয গীৰ্জাঘৰ দেখি ভাব হয, সঁচা অৰ্থত সমন্বয় গঢ়ি উঠিছে। মানুহৰ মনবোৰো ভক্তিভাৱেৰে বহল পৃথিৱীখনক চাবলৈ প্ৰয়াস কৰিছে। বিভিন্ন সম্প্ৰদায়, গোষ্ঠী, ভাষা-ভাষীৰ লোকে মিলা-প্ৰীতিৰে কাম কৰাটোৱেই বৰ্তমান সময়ৰ আহ্বান। নীপকো দিৱসৰ ভিন্নসুৰী কাৰ্যসূচীৰ ভিতৰত লৈছিল সৰু ল'ৰা-ছোৱালীৰ এক চিত্ৰাংকন প্ৰতিযোগিতা। তেনেদৰে হাস্পতাল চৌহদত মূল্যৱান গছপুলি ৰোপণৰ এক গঠনমূলক পৰিকল্পনা। এইক্ষেত্ৰত উদ্যোগী ডাঃ দি চি হালৈ, ডেপুটী চি এম

অ'ৰ কৰ্মৰ শলাগীবলগীয়া, লগতে তেওঁ শিশুৰ স্বাস্থ্য প্ৰতিযোগিতা আৰু পিতৃ-মাতৃৰ সাক্ষাৎ গ্ৰহণৰ এক অভিনৱ পন্থা হাতত লৈছিল। একেদৰে খেল-ধেমালি প্ৰতিযোগিতাৰ লগতে জি এম এইচ অ' পি মৃদুলা দাসৰ প্ৰয়াত পিতৃ ৰামপদ দাসৰ সোঁৱৰণত এখন ডাঙৰ শ্বিল্ডৰ সৈতে ভলীবল প্ৰতিযোগিতা চলাই তিনি বছৰ ধৰি এক সুকীয়া বৈশিষ্ট দাঙি ধৰিছে। নীপকোৰ কৰ্মী অৰুণাচলৰ থলুৱা বাসিন্দাৰ মাজত চলা প্ৰতিযোগিতাত তিনিবছৰ একেলগে জিকি অৰুণাচলৰ খিলঞ্জীয়া দলে শ্বিল্ডখন একেবাৰে লৈ গ'ল। সন্ধিয়া পুৰস্কাৰ বিতৰণৰ লগে লগে এক সুন্দৰ সাংস্কৃতিক অনুষ্ঠানে সকলোকে মোহিত কৰি ৰাখে, য'ত অসমীয়া বিহুনাচ, হুঁচৰি, জেং বিহু, অৰুণাচলী গীত-মাত, কোৰাছ, ৰবীন্দ্ৰ সংগীত, আপাটনী নৃত্য, হিন্দীগীত, আবৃত্তি আদিয়ে ৰাইজক প্ৰচুৰ আনন্দ দিয়ে। অনুষ্ঠানটোৰ আঁত ধৰে ৰাংঢালী মহিলা 'টানা এঞ্জেলাই'। উক্ত অনুষ্ঠানত মোকো বিশেষভাৱে নিমন্ত্ৰণ জনাই মুখ্য অতিথিৰ দায়িত্ব আগবঢ়োৱাত মই নিজেও কৃতজ্ঞতাত আপ্লুত হৈ পৰিছিলো।

অৰুণাচলৰ প্ৰাকৃতিক সৌন্দৰ্যই সকলোকে মুহিব পাৰে। যি সময়ত অসমৰ বনাঞ্চলৰ পৰ্য্যা মূল্যৱান গছ-গছনি কাটি সৌন্দৰ্যকে টকলা কৰি পেলাইছে, সেই একে সময়তে কিন্তু অৰুণাচলৰ অধিকাংশ ঠাই ডাঠ সেউজীয়া অৰণ্যই আৱৰি আছে। গাওঁ-ভূঁই বৰ পাতল, জনসংখ্যা সেৰেঙা, সৰ্বসাধাৰণ ৰাইজৰ বাবে যাতায়াত ব্যৱস্থা এতিয়াও উন্নত বুলি ক'ব নোৱাৰি। এইক্ষেত্ৰত মেঘালয় বা নগালেণ্ড কিছু উন্নত। নীপকোৱে জলবিদ্যুৎ প্ৰকল্পৰ আঁচনিবোৰ হাতত লোৱাত বাট-পথ নিৰ্মাণত গুৰুত্ব দিছে , আনহাতে সাধাৰণ ৰাইজে এৰি দিবলগীয়া মাটিৰ মূল্য হিচাপে কিছু ধন উপাৰ্জন কৰিবলৈ সক্ষম হৈছে। আমি ভাবো অৰ্থনৈতিক দিশত এচাম ব্যক্তিয়ে সকাহ পাইছে গাওঁবোৰৰ বসতি খুব পাতল, চাংবঙলা আৰ্হিৰ ঘৰত বাস কৰে বয়সীয়া লোকে, ভঙা ভঙা বা সুন্দৰকৈ অসমীয়া ক'ব পাৰে বা বুজি পায়। কিন্তু অৰুণাচলৰ নতুন প্ৰজন্মই অসমীয়া এৰি হিন্দীহে গ্ৰহণ কৰিলে। এই ক্ষেত্ৰত কেন্দ্ৰীয় প্ৰশাসন আৰু হিন্দী লবীৰ তৎপৰতাই অসম-অৰুণাচলৰ সমন্বয়ৰ ক্ষেত্ৰত কুঠাৰাঘাত কৰিছে। এইবোৰো ৰাজনৈতিক কৌশলৰ একোটা দিশ। বান্দৰদোৱা, নাহৰলগন, দৈমুখ, ইয়াজুলি, ইটানগৰ আদি ঠাইত সমভূমি যেনেই লাগে। জলবায়ুৰ উষ্ণতা সহনশীল। আধুনিক দোকান-পোহাৰ, হোটেল-ৰেঁস্তোৰা মূল ঠাইবোৰত গঢ়ি উঠিছে। সেই অনুপাতে গাড়ী আদিও বৃদ্ধি পাইছে। কিন্তু অসমৰ দৰে প্ৰদূষণৰ সমস্যা তাত দেখা নাই, ইয়াৰ মূল কাৰণ হয়তো বনাঞ্চল অক্ষত অৱস্থাত থকাটো।

ৰঙা নদী পাৱাৰ প্ৰজেক্টৰ দৃশ্যাৱলী অতি মনোৰম। ৰঙা নদী আৰু পাৰে নদী লগ কৰি 'পাৰে প্ৰজেক্ট'ৰ আঁচনি গঢ় লৈ উঠিব। ৰঙা নদী পাৱাৰ প্ৰজেক্টত বৰ্তমান তিনিটা মেচিন সমানে চলি আছে। অৰুণাচলৰ আটাইবোৰ জলবিদ্যুৎ প্ৰকল্প সম্পূৰ্ণ হৈ উঠিলে স্বাভাৱিকতে ৰাজ্যখনে বিজ্ঞান আৰু প্ৰযুক্তি বিজ্ঞানতো এখোপ আগবাঢ়িবলৈ হয়তো সক্ষম হ'ব। লগতে পাছপৰা ৰাজ্য হিচাপে ক্ষুদ্ৰ আৰু বৃহৎ উদ্যোগ স্থাপনত সহায়ক হ'ব আৰু নিবনুৱা যুৱক-যুৱতীৰ বাবে কৰ্মসংস্থাপনৰ পথ মুকলি হ'ব।

জিৰো ঠাইখন গোলাকৃতি, চাৰিওপিনে সেউজীয়া পাহাৰে আৱৰা, মাজতে ঘূৰণীয়া সমতলভূমি। তাত ধানখেতিও দেখিলো, সৰল গছো পালো। দুৰ্গম ঠাই হিচাপে জনসাধাৰণ আৰু সৈন্য বাহিনীক খাদ্য, ৰচদপাতি যোগান ধৰিবলৈ সৰুকৈ বিমানঘাটি সাজি উলিয়াইছে। মহকুমানগৰ, কিন্তু ভাল হোটেল এখনো নাই। জিৰোৰ সমীপতে এখনি প্ৰখ্যাত গাওঁ, য'ত শিক্ষা-দীক্ষাত অৰুণাচলৰ ভিতৰতে যথেষ্ট আগবঢ়া। নাম হ'ল 'হাৰী ভিলেজ' উক্ত গাওঁখনৰ পৰা ইতিমধ্যে ভালেসংখ্যক চোকা আই এ এছ, আই পি এছ বিষয়া ওলাইছে বুলি জানিব পাৰিছো। শুনি ভাল লাগিল। যিয়েই নহওঁক উত্তৰ-পূৰ্বাঞ্চলৰেই গৌৰৱ বুলি ভাবিব পাৰো। জিৰোৰ যাত্ৰাপথত পালো ভিউ পইণ্ট কাফেটেৰিযা, য'ত অসমীযা বান-বাটি, কাহৰ বাচন ব্যৱহাৰ কৰে। মনতে ভাবিলো এনেকৈয়ে সমন্বয়ে গঢ় লব।



আনন্দ ব্ৰহ্মক যিটো ভজিলন্ত স্বামী।
কি কহিবো তাহাৰ মহিমাক আমি।।

— **মাধৱদেৱ**

# সহপাঠীৰ মিলনৰ এক অভিনৱ অনুষ্ঠান

## কন্‌ভাৰজেনচ্ '৫৭

মানুহে ছাত্ৰ অৱস্থাত কেইবাটাও স্তৰত সহপাঠীক লগ পায়। প্ৰাইমাৰী স্কুলত লগ পোৱা বন্ধু-বান্ধৱীক শেষলৈ খুব কমেই লগ পোৱা যায। হাইস্কুলত পঢ়া সহপাঠীক সঘনাই মনত থাকে, কাৰণ তেতিয়া ল'ৰালি আৰু যৌৱনৰ দোমোজাত কটোৱা বযস। মেট্ৰিকৰ দেওনা পাৰ হৈ কলেজৰ সহপাঠীসকলৰ মনত আকৌ এক ৰোমাণ্টিক ভাব কল্পনাই দেখা দিযে—কাৰণ কলেজীযা জীৱনটো হ'ল পূৰ্ণ যৌৱনৰ যেন এটি 'বহাগ মাহ'। ডিগ্ৰী লৈ কোনোবাই চাকৰিত সোমায, কিছুসংখ্যকে বিশ্ববিদ্যালযত নাম লগাই জীৱনৰ গতি সলনি কৰে। সময়ৰ তাগিদাত কোনেও কাকো বিশেষভাৱে মনত নাৰাখে বা লগ পোৱাৰো সুবিধা নাথাকে। কেতিযাবা পুৰণি বন্ধু-বান্ধবীক হঠাৎ লগ পালে মনত কি যে আনন্দ লাগে ভাষাৰে বৰ্ণাৰ নোৱাৰি।

তেনে এক বিৰল আনন্দৰ মুহূৰ্ত আছিল ২০০৭ চনৰ ২৩ ডিচেম্বৰ, দেওবাৰটো। সেয়া আছিল ১৯৫৭ চনত প্ৰৱেশিকা পৰীক্ষা দিযা আমাৰ সহপাঠীসকলৰ মহামিলন পৰ্ব। ছাত্ৰ হিচাপে আমাৰ লেখত ধৰিবলগীযা 'সোণালী জযন্তী বৰ্ষ।' এই অপূৰ্ব সুন্দৰ সুযোগটো আনি দিলে—'কন্‌ভাৰজেনচ্' ৫৭-এ। এই লগ পোৱাৰ প্ৰচেষ্টা পোন প্ৰথমে হাতত লৈছিল সুযোগ্য সহপাঠী দৰ্প বৰা, দিলীপ কাকতি, যতীন চৌধুৰী, কপুৰচান্দ জৈন, মৃদুলা দাস, মিনতি শৰ্মা, প্ৰণতি কাকতি আৰু সহযোগী ভালেমান বন্ধু-বান্ধৱে। প্ৰকৃতাৰ্থত ইযাৰ বাবে ২০০১ চনৰ পৰাই সেৰেঙা ৰূপত আলাপ-আলোচনা চলিছিল। ইযেই পূৰ্ণ ৰূপ পালে ২০০৭ চনত। দৰ্পই যথেষ্ট কষ্ট কৰি কৰি 'এৰ পৰা জেদলৈ' ক্ৰমিক অনুসাৰে ঠিকনাসহ প্ৰায ১৫০ গৰাকী সহপাঠীৰ নামৰ তালিকা প্ৰস্তুত কৰিলে। অৱশ্যে তালিকাখন গুৱাহাটীক কেন্দ্ৰ কৰিযে সজালে অৰ্থাৎ কটন কলেজিয়েট স্কুল, কামৰূপ একাডেমী, ডনবস্কো হাইস্কুল, সোণাৰাম হাইস্কুল, টি চি হাইস্কুল, পাণবজাৰ ছোৱালী হাইস্কুল আদিযে প্ৰধান। আনহাতে, কলেজ হিচাপে কটন কলেজ, বি বৰুৱা কলেজ আৰু প্ৰাগজ্যোতিষ কলেজৰ ছাত্ৰ-ছাত্ৰী সহপাঠীকহে ধৰা হৈছে। কাৰণ সমগ্ৰ অসমৰ'৫৭ বৰ্ষৰ সহপাঠীক এক গোট কৰা কোনো প্ৰকাৰেই সম্ভৱ নহয। তাৰ মাজতেই সেই

দিনাৰ আনন্দমধুৰ সমাৰেশ অনুষ্ঠিত হৈছিল গুৱাহাটীৰ মাজমজিয়াৰ প্ৰখ্যাত 'ইণ্ডিয়া ক্লাব'ৰ বাকৰিত। পৰিয়ালসহ প্ৰায় এশ সতীৰ্থ উপস্থিত হ'ল—'৬৫ ৰ পৰা '৭০ ৰ দেওনাত ভৰি দিয়া বৃদ্ধ হৈয়ো যৌৱন সুলভ একোটা মন লৈ। আমাৰ এই আঁচনিত যোগ দিবলৈ দৌৰি আহিছিল সুদূৰ আমেৰিকাৰ পৰা ডঃ অতুল শৰ্মা, দিল্লীৰ পৰা কেন্দ্ৰীয় চৰকাৰৰ অৱসৰপ্ৰাপ্ত উচ্চতম প্ৰশাসনীয় বিষয়া মদন বেজবৰুৱা, পুণেৰ পৰা আহিছিল আমাৰ সময়ৰ মেট্ৰিকত প্ৰথম হোৱা অতি মেধাৱী সহপাঠী ধীৰেন বুঢ়াগোহাঁই পৰিবাৰৰ সৈতে, কলকাতাৰ পৰা কবি-অৰ্থনীতিবিদ গৌতম প্ৰসাদ বৰুৱা আৰু বহুতো। ১৯৫৭ চনৰ সহপাঠীসকলৰ এক বিশেষত্ব আছিল এয়েই যে ইয়াৰে বেছিভাগেই নিজ নিজ গুণত বিশেষ ধৰণে পাৰদৰ্শিতা দেখুওৱা ব্যক্তি। ডাক্তৰ, ইঞ্জিনীযাৰ, অধ্যাপক, অধিবক্তা, প্ৰশাসক, শিক্ষক, ক্ৰীডাবিদ, শিল্পী-সাহিত্যিক, অভিনেতা, ব্যৱসায়ী, গীতিকাৰ, শ্ৰমিক নেতা, ৰাজনৈতিক নেতা যেন একোৰে অভাৱ নাই।

সেয়েহে গোটেই অনুষ্ঠানটিক নান্দনিক দৃষ্টিকোণেৰে নিয়াৰিকৈ আঁত ধৰিবলৈ দায়িত্ব দিয়া হৈছিল বিশিষ্ট ঘোষক অনাতাঁৰ শিল্পী অসীম কুমাৰ কাজিক। তেওঁ মাইক্ৰোফোন হাতত লৈয়ে অকপটে মাৰ্জিত ভাষাৰে ঘোষণা কৰিছিল—'আজিৰ অনুষ্ঠানত উপস্থিত থকা কেইবাগৰাকী বিশিষ্ট ব্যক্তি মোৰ পূজনীয় শিক্ষাগুৰু। তদুপৰি '৫৭ চনৰ শিক্ষাৰ্থীৰ তুলনাত মই দুটা প্ৰজন্মৰ পিছতহে মেট্ৰিকৰ দেওনা পাৰ হৈছিলো, গতিকে ক্ষমা প্ৰাৰ্থনাৰে মই দাযিত্ব পালন কৰিম—দোষ যেন নধৰে।' অতি সুন্দৰ মন্তব্য। ১৯৫৭ চনত গুৱাহাটী বিশ্ববিদ্যালযৰ পৰা মেট্ৰিকত উত্তীৰ্ণ শিক্ষাৰ্থীৰ সোঁণালী জয়ন্তী সন্মিলনৰ কাৰ্যসূচীত ৰখা হৈছিল—মঙ্গলাচৰণ, আদৰণী ভাষণ, গুৰু বন্দনা, সম্বৰ্দ্ধনা, বন্তি প্ৰজ্বলন, শ্ৰদ্ধাঞ্জলি, পৰিচয পৰ্ব, স্মৃতিকথা, অন্তৰংগ আলাপ, গ্ৰন্থ উন্মোচন, আহাৰ গ্ৰহণ আৰু সংগীত কবিতাৰে ৰসাল কৰি তুলিছিল 'কন্‌ভাৰজেনছ্'৫৭।

আমাৰ সময়ৰ কটন কলেজৰ তিনিগৰাকী গুণী শ্ৰদ্ধাভাজন শিক্ষাগুৰু মহেশ ভূঞা, ধীৰেন বেজবৰুৱা আৰু অনিল গোস্বামীয়ে সন্মানীয় বিশিষ্ট অতিথিৰ আসন গ্ৰহণ কৰি আমাৰ সকলোকে অপাৰ আনন্দ দিয়ে। তেওঁলোকক ভক্তি আৰু শ্ৰদ্ধাৰে গুৰু সম্বৰ্দ্ধনা যঁচা হ'ল।

গুৰু আৰু শিষ্যৰ পঞ্চাশ বছৰ পিছতো আৱেগত চকুলো সৰি পৰিল। তেওঁলোকৰ আশীৰ্বাদস্বৰূপে অধ্যাপক মহেশ ভূঞাই ক'লে, 'মোৰ অধ্যাপক জীৱনৰ সৰ্বশ্ৰেষ্ঠ পৰম তৃপ্তি আজিহে পালো।' আনগৰাকী শিক্ষাগুৰু ধীৰেন বেজবৰুৱাই চলচলীয়া চকুৰে আমাক ক'লৈ—'তোমালোক আটাইবোৰে এতিয়া

অৱসৰ ল'লা, পাৰিলে সামাজিক মূল্যবোধক পুনৰ ঘূৰাই আনা, মই আশাবাদী।'
বাকীগৰাকী শিক্ষাগুৰু ডঃ অনিল গোস্বামীয়ে মুক্তমনে কৈ পেলালে—'৫৭ চনৰ ছাত্ৰৰ গোটটো আছিল মোৰ মনত অসাধাৰণ প্ৰতিভাসম্পন্ন গোট। উদাহৰণ দি তেওঁ ক'লে—যেনেদৰে ১৮৫৭ চনত ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰ পাতনি, আনহাতে, ১৭৫৭ চনটোও ভাৰতবৰ্ষত ঔপনিৱেশ শাসনৰ আৰম্ভণি, গতিকে প্ৰতিটো শতিকাৰ '৫৭ চনৰ বিশেষত্ব আছে।' কথাটো শুনি আমাৰ অন্তৰ উজলি উঠিল। এনে এটা শুভ মুহূৰ্তত আমাৰ মাজৰ পৰা ইতিমধ্যে হেৰুওৱা প্ৰয়াত সহপাঠীসকলৰ মাজৰ পৰা ইতিমধ্যে হেৰুওৱা প্ৰয়াত সহপাঠীসকলৰ কথা মনত পৰাত অন্তৰত দুখ লগা স্বাভাৱিক; সেইসকল আছিল মইদুল, আফটাৰ, বিলাল, প্ৰদীপ মহন্ত, ৰেবা, মহম্মদ তাহেৰ, ৰোহিণী, জগদীশ, চিত্তৰঞ্জন, পৰশুৰাম, জিত, কৰুণা, ইন্দ্ৰেশ্বৰ, খগেন ভূএগ, সত্যেন, যতীন গোস্বামী, অৰৱিন্দ, ভৱেন শৰ্মা, আখটাৰ হুছেইন, আনন্দ কুমাৰ দ্বিপ, নাৰায়ণ ডেকা, ৰামলাল, অমৰ হাজৰিকা, ঈশ্বান বৰুৱা, বিষ্ণু, বিজয চৌধুৰী, ডাঃ অমিয হাজৰিকা, বিৰেশ গোস্বামী আৰু হযতো কোনোবা আছে , এতিযা মনত পৰা নাই। আটাইবোৰ স্বৰ্গবাসী হওক তাকেই কামনা কৰিছো।

অনাতাঁৰ শিল্পী আমাৰ সহপাঠী মৃদুলা দাসৰ সহযোগী দলৰ দুটি গীতে সমাৱেশত আনন্দৰ লহৰ তোলে। উক্ত গীত দুটিৰ এটা আছিল ডঃ ভূপেন হাজৰিকাৰ প্ৰখ্যাত গীত 'মানুহে মানুহৰ বাবে, যদিহে অকণো নাভাবে' আৰু আনটো হ'ল—'এ মালিক তেৰে বন্দে হে হম'। গীতৰ সুৰ আৰু ধ্বনিয়ে সভাঘৰ ৰজনজনাই গৈছিল। আহাৰ গ্ৰহণৰ আগতেই সোণালী জয়ন্তীৰ স্মৃতিক যুগমীয়া কৰি ৰাখিবলৈ মাত্ৰ দহ দিনৰ ভিতৰতে তথ্যসমৃদ্ধ এখনি দুশ পৃষ্ঠাৰ গ্ৰন্থ খনীন্দ্ৰ চন্দ্ৰ দাস আৰু দিলীপ কুমাৰ কাকতিৰ সম্পাদনাত যুগুতাই উলিওৱা হ'ল। ভালেমান আপুৰুগীয়া ছবি আৰু সহপাঠীৰ ইংৰাজী, অসমীয়া ভাষাৰ ৪৫ টা লিখনীৰে গ্ৰন্থ ছপা হৈ ওলাল। বেটুপাতৰ শিল্পী আমাৰে মৰমৰ সহপাঠী প্ৰখ্যাত শিল্পী বেণু মিশ্ৰ। গ্ৰন্থখন তিনিগৰাকী ছাৰে উন্মোচন কৰিলে। এই গ্ৰন্থখনৰ জৰিযতে কনভাৰজেনচ্-'৫৭ যুগমীয়া হৈ ৰ'ল।

আটাইতকৈ মনোৰম অনুষ্ঠানটি আছিল অন্তৰংগ আলাপ। অতীতক উভতি চোৱাৰ এক হেঁপাহ। এইক্ষেত্ৰত কোনো এগৰাকী সহপাঠীয়ে পদমৰ্যাদা বা কোনো ক্ষেত্ৰতে হীনমন্যতা অনুভৱ কৰা নাছিল। মুক্তমনে ৰাজহুৱাকৈ কথাবোৰ ব্যক্ত কৰা হৈছিল—হাঁহি, ধেমালি, কৌতুক, আবৃত্তি, গীত-মাত-নৃত্য ভংগীমাৰে।

অসীম কাজিৰ সুচতুৰ প্ৰশ্নৰাজিত যেন কোনেও সাৰি যাব পৰা নাই। কিবা নহয কিবা ক'বলগীযা হৈছিল। ধীৰেন বুঢ়াগোহাঁই কোনো আপত্তি নকৰাকৈয়ে

পঞ্চাশ বছৰ আগৰ অভ্যাসতে নিজৰ 'মাউথ অৰ্গেন' বজাই দুটা গীত পৰিৱেশন কৰি সকলোৰে বাঃ বাঃ লয়। গৌতম বৰুৱাই স্বৰচিত কবিতা পাঠ কৰি শুনায়। একেদৰে সাহিত্যিক গগণ অধিকাৰীয়ে কবিতা আবৃত্তি কৰি সাহিত্য সাধনাৰ পৰিচয় দিয়ে। দুই-একে হিন্দী গীত আৰু চাযেৰী পৰিৱেশন কৰি খন্তেকলৈ সংগীতত যেন মচগুল হৈ পৰে। ক্রীড়াবিদ উমেশ শৰ্মাই নাচি নাচি বিহুগীত গাই দৰ্প বৰাৰ পৰিবাৰক কঁকাল ভাঙি নচুৱাব পৰাটোও আছিল বিশেষ আকৰ্ষণ। উমেশৰ কণ্ঠত বিহুগীত আমি কোনোদিনেই শুনা নাছিলো। তদুপৰি ফকৰা-যোজনা আৰু বুদ্ধিদীপ্ত গাজাই সকলোকে মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। সকলোৰে পৰিচিত কুইজ মাষ্টৰ দিলীপ বৰুৱাক অসীম কাজিয়ে অকস্মাতে সুধিলে—আপুনি সাজি থকা ঘৰটোৰ স্কোৱেৰফিট কিমান? সঠিক উত্তৰ দিব নোৱাৰি হাৰ মানিলে, পুৰস্কাৰৰ পৰা বঞ্চিত হ'ল। কেন্দ্ৰীয় চৰকাৰৰ পৰ্যটন বিভাগৰ প্ৰাক্তন সচিব মদন বেজবৰুৱাক সোধা হৈছিল—১৯৫৭ চনৰ পৰিৱেশত দেশৰ টুৰিজিম সম্পৰ্কে এটা ধাৰণা দিযক।'৫৭ চনৰ পূৰ্বে গুৱাহাটীলৈকে অহা নাছিল। গতিকে টুৰিজিমৰ ধাৰণা ক'ৰ পৰা জন্মিব? একেবাৰে সঁচা কথা কৈ দিলে মদনে। সেইদিনা আমাৰ সহপাঠী প্ৰত্যেকৰে পৰা বহুতো আমোদজনক কথা ওলাই পৰিছিল। মনতে ভাব হৈছিল শাৰীৰিক দুৰ্বলতা থকা সত্ত্বেও মানসিকভাৱে যৌৱন ঘূৰাই পাছিলো যেন লাগে।

সকলোৰে মনৰ খবৰ ল'বলৈকে অনুষ্ঠিত হৈছিল ব্যতিক্ৰমধৰ্মী অন্তৰংগ আলাপ। বৰ্তমান আমেৰিকা নিবাসী আন্তৰ্জাতিক খ্যাতিসম্পন্ন বিজ্ঞানী তথা সাহিত্যিক আমাৰ সহপাঠী ডঃ অতুল শৰ্মাই চমু ভাষণেৰে বহু কথা ব্যক্তি কৰিছিল। লগতে তেওঁৰ ৰচিত গ্ৰন্থ 'বোঁৱতী খবৰ'ৰ ৪০ কপি কনভাৰজেনচ্' ৫৭ ক দান দিলে। উক্ত গ্ৰন্থখন ৰেহাই মূল্যত সোণালী জয়ন্তীৰ লগত সংগতি ৰাখি সহপাঠীৰ মাজত বিক্ৰী কৰি পোৱা ধন দুই হেজাৰ টকা আমাৰ পুঁজিত জমা হ'ল। আৰু এটা আমোদজনক কথা ঘটিল। কুইজত কোনেও পুৰস্কাৰ লাভ নকৰা ৯০ টকা মূল্যৰ কলমটো অসীমে নীলামত দিয়া হ'ব বুলি ঘোষণা কৰিলে। অতি সুন্দৰ পৰিকল্পনা। ২০০ টকাৰ পৰা বীট আৰম্ভ কৰি সৰ্বোচ্চ মূল্য ৭৫০ টকাত ডঃ অতুল শৰ্মাই কলমটো লাভ কৰিলে। টকাখিনি পুনৰ আমাৰ পুঁজিত জমা হ'ল। ২৩ ডিচেম্বৰৰ '০৭ আবেলিৰ প্ৰতিটো ক্ষণক যুগমীযা আৰু স্মৰণীয কৰি ৰাখিবলৈ আমি একেলগে ফটো উঠিলো, চিডি কৰালো—যাতে আমি নাথাকিলেও ভৱিষ্যতলৈ জীৱন্ত সাক্ষী হৈ ৰয কনভাৰজেনচ্ '৫৭ ৰ পাতে পাতে সেই আশাৰে।

○ ○ ○

# আস্থা আৰু বিশ্বাসৰ দোমোজাত অসম

সমগ্ৰ দেশৰ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক জীৱনধাৰাৰ এক আমূল পৰিৱৰ্তন খুব কমদিনৰ ভিতৰতে আহি পৰিছে। এয়া হয়তো বিশ্বায়নৰ প্ৰভাৱ। পৰিৱৰ্তনবোৰে যেন ক'ব নোৱাৰাকৈয়ে গতি কৰিছে, তেনে ধাৰণা মনলৈ আহি পৰে। চকুৰ পচাৰতে পৃথিৱীখন চাব পৰা শক্তি আজি মানুহৰ হাতৰ মুঠিত বান্ধ খাই আছে। সহজ-সৰল সামাজিক জীৱনত আটাইবোৰ দিশ ভাল নে বেয়া, সেই ধাৰণাটোও নিশ্চিত বিতৰ্কৰ বিষয়। সুক্ষ্মভাৱে চালি-জাৰি চাই দেশ তথা ৰাজ্যৰ সামাজিক বান্ধোনৰ প্ৰতি লক্ষ্য ৰাখি পৰ্যবেক্ষণ কৰাৰ প্ৰয়োজনো নিশ্চয থাকে। কাৰণ পৰিবৰ্তনৰ নামত যিকোনো কাম বা ক্ষেত্ৰতে অত্যধিক উৎসাহ, অপ্ৰয়োজনীয আতিশয্য ভালৰ লক্ষণ নহয। জ্যেষ্ঠ সকলে কব খোজে সময়ৰ পৰিবৰ্তনৰ লগে লগে সমগ্ৰ বিশ্বৰ দৰে আমাৰ অসমৰ দৈনন্দিন সামাজিক ব্যৱস্থাতো মূল্যবোধৰ অৱক্ষয দ্ৰুত গতিৰে আহি পৰিছে। মানসিক স্খলন ঘটাৰ ফলত, নৈতিকতাৰ বিনাশ হোৱা দেখা গৈছে। শ্ৰদ্ধা ভক্তি-প্ৰেম, মৰম চেনেহ আগৰ তুলনাত অভাৱনীযভাৱে সমাজত কমি আহিছে। সামাজিক দাযবদ্ধতা ক্ৰমে নাইকিয়া হৈ পৰিছে। বেয়া কৰ্মত সৰহ সংখ্যকেই উৎসাহিত হৈ পৰিলে, মানুহৰ জীৱনত সৎ চিন্তা, সুপৰিকল্পনা, সদভাৱ সম্ভৱপৰ হৈ নুঠে। এযা চিৰাচৰিত নিয়ম। শুদ্ধপথৰ সন্ধান মানুহেই দিব লাগিব। মানুহেই গঢ়িব লাগিব মানুহৰ প্ৰকৃত সমাজখন, হিংসাৰ পৰিৱৰ্তে আনিব লাগিব শান্তি।

এতিযা আহো আমাৰ সহজ সৰল অসমীযা সমাজ ব্যৱস্থাৰ পৰিৱৰ্তনৰ দিশটোলৈ। আজিৰ পৰা চাৰে পাঁচ শ বছৰ পূৰ্বে মহাপুৰুষ শঙ্কৰদেৱৰ আশিস লৈযে অসমীয়া সমাজখনে গঢ লৈ উঠিছিল। মহাপুৰুষজনাৰ কল্পনাৰ সমাজ ব্যৱস্থাত জাতি-ভেদ প্ৰথাৰ কোনো সুৰুঙা ৰখা নাছিল। গীত-নাট-বাদ্য-সাহিত্য সংস্কৃতি, কৃষ্টিৰে বৰ আটোমটোকাৰিকৈ ভক্তি মাৰ্গৰ ৰস পান কৰি নান্দনিক দৃষ্টিৰে অসমীযা সমাজখনে বিশ্ব দৰবাৰলৈ আগবাঢিছিল মহাপুৰুষৰ 'এক শৰণ ধৰ্মৰ' ভক্তিমাৰ্গত আপ্লুত হৈ অসমৰ পৰ্বত-ভৈযামৰ সকলো শ্ৰেণী আৰু সম্প্ৰদায়ৰ ভকতবৃন্দক লৈযে সমাজৰ গাঁথনি সৃষ্টি হৈছিল। অসমৰ চুকে-কোনে সত্ৰীযা সংস্কৃতি গঢ লৈ উঠিছিল। প্ৰকৃতাৰ্থত আজিৰ আধুনিক পঞ্চাযতৰাজৰ ব্যৱস্থা সত্ৰ-নামঘৰতে

এসময়ত আৰম্ভ হৈছিল। তেতিয়া আক্ষৰীক দৃষ্টিকোণেৰে শিক্ষিত লোকৰ সংখ্যা নাছিলেই কিন্তু জ্ঞানীলোক সমাজত ভৰি আছিল বাবেই সমাজখন সুস্থিৰভাৱে বৰ্তি আছিল। মানুহক বৌদ্ধিক চিন্তা আৰু জ্ঞানেৰে আকৰ্ষিত কৰাত আন আন মহাপুৰুষসকলৰ ভিতৰত আছিল মাধৱদেৱ, দামোদৰ দেৱ, হৰিদেৱ, ভট্টদেৱ আদিৰ লেখিযা মহাপুৰুষ পণ্ডিত সমাজ। তদুপৰি অসমীয়া ভাষা-সাহিত্যত বৰঙণি যোগোৱাসকলৰ অন্যতম প্ৰবাদ পুৰুষ চুকাফা, আজানপীৰক বাৰু কোনে পাহৰিব। তেনেদৰে পৰ্যাযক্ৰমে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা আদি কৰি ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ অৱদানক কোনো অসমীযাই নুই কৰিব নোৱাৰে। এনেদৰেই স্তৰে-স্তৰে নানা দুৰ্যোগ আৰু সঙ্কটৰ মাজেৰেই অসমীযা ভাষা কৃষ্টি আৰু সমাজ জীৱনে মানুহৰ হৃদয়ত স্থান লৈ আজিৰ পৰ্যায়ত উপনীত হৈছেহি। কিন্তু সময়ৰ গতিত কুটিল ৰাজনীতিৰ পাকচক্ৰত পৰি মানুহৰ অন্তৰত বাহ ল'বলৈ ধৰিলে ভেদভাৱৰ যন্ত্ৰণা। বিশ্বাস-অবিশ্বাসৰ দোমোজাত অসমৰ সমাজ জীৱন আজি দোদুল্যমান অৱস্থাত। অতি পৰিতাপৰ বিষয় যে মানুহে মানুহক কৰা ঘৃণা, অৱহেলা আৰু জাত্যাভিমানে গোটেই সমাজ জীৱন কলুষিত কৰি তুলিছে। শিক্ষাৰ লগে লগে সেই দিশবোৰ স্পৰ্শকাতৰ ৰূপত উদ্ভাসিত হৈ দেখা দিছে। আবেগিক ধ্যান ধাৰণাক অধিক গুৰুত্ব দি মানুহৰ অন্তৰত আঘাত দিযা কথা বতৰাই এইধৰণৰ সমস্যাবোৰ সৃষ্টি কৰিছে। গণতান্ত্ৰিক শাসন ব্যৱস্থাত পৰিকল্পিতভাবে ৰাজনৈতিক ষডযন্ত্ৰ যে অতি গোপনে চলি আছে সেইকথা প্ৰতিগৰাকী সচেতন ব্যক্তিযে জানে আৰু বুজি পায। বিভাজন নীতিৰে চৰকাৰেই প্ৰশ্ন তুলিছে—অসমীযা কোন ? খিলঞ্জীযা কোন? ভূমিপুত্ৰ বুলি কোনে দাবী কৰিব। এক শ এবুৰি প্ৰশ্ন। এইবোৰ প্ৰশ্নৰ উত্তৰ অসমৰ প্ৰাচীন ইতিহাসেইচোন ক'ব পাৰে। মিছাকৈ বিতৰ্কৰ অৱতাৰণা কৰি কাজিযাৰ সূত্ৰপাত কিয কৰিব লাগে। ইযাৰ অন্তৰ্নিহিত কাৰণ নথকা নহয। মানুহৰ অন্তৰখন ভাগ-ভাগ কৰিব পাৰিলেই সহজ ৰাজনীতি কৰাত উজু হয। বিনা কষ্টৰে জীৱন নিৰ্বাহ কৰিববলৈ ক'লাধন আহৰণ কৰাটোও অন্য এক কাৰণ। জীৱনত দেখ-দেখকৈ সোঁৱে-বাৱেঁ দূৰ্নীতিক প্ৰশ্ৰয দিয়াটেও আমাৰ নৈতিক পৰাজয বুলিব পাৰি। এইবোৰ এটা অৰ্থত সামাজিক ব্যাধি। কৰ্মসংস্কৃতি নাথাকিলে সমাজত মূল্যবোধৰ আধাৰ কমি যায়। প্ৰযুক্তি বিদ্যাৰ সুফল যেনেদৰে আছে, কুফলো নোহোৱা নহয়। সেইবোৰ দিশৰ সমাজত প্ৰতিফলন ঘটে। আজি সমগ্ৰ বিশ্বত বিজ্ঞানৰ প্ৰগতিৰ জোৱাৰ উঠিছে। টি ভি ইণ্টাৰনেট, মোবাইল ফোন, চি ডি কেচেট, কেবল্ আৰু বহু ধৰণৰ নতুন নতুন আৱিষ্কাৰ ওলাই আছে। ভাষা কৃষ্টি সংস্কৃতিত এইবোৰৰ আওপকীযা

প্ৰভাৱ কেনেদৰে পৰিছে সুক্ষ্ম বিশ্লেষণ কৰিলেই প্ৰমাণ পোৱা যায়। পশ্চিমীয়া সংস্কৃতি আৰু ভাৰতীয় সংস্কৃতিৰ মাজত পূৰ্বৰ পৰাই আদৰ্শগত এক সুকীয়া ব্যৱধান চলি আহিছিল। এতিয়া একাকাৰ হৈ পৰাত সামাজিক অৱক্ষয়ৰ মাত্ৰা অভাৱনীয় ৰূপত বৃদ্ধি পাইছে। অসমৰ বিভিন্ন সম্প্ৰদায় আৰু জনগোষ্ঠীৰ নিজস্ব ঐতিহ্য অটুত ৰাখিয়ো বহল অৰ্থত আজি শ শ বছৰে অসমীযা ভাষাক উমৈহতীয়া ভাষা ৰূপে গ্ৰহণ কৰি নিজকে অসমীয়া বুলি পৰিচয় দাঙি ধৰিছিল এয়া কাৰো ওপৰত জোৰ-জুলুমকৈ জাপি দিয়া হোৱা নাছিল। কিন্তু হঠাতে আজি সেইসকলেই নিজকে অসমীয়া নহয় বুলি ক'ব ধৰিলে। অথচ অসমীয়া ভাষাটো ব্যৱহাৰ কৰিয়ে দৈনন্দিন জীৱন আজিও অতিবাহিত কৰি আছে। তেন্তে ভাষাটোৰ প্ৰতি ইমান ঘৃণা কিয় উপজিল? নে অন্তৰৰ অভিমান? সেই কথা বুজিব লাগিব। এইয়া ৰাজনৈতিক ক্ষমতা আহৰণৰ সুবিধাবাদী আচৰণ নহয়তো। তথাপি ক'ব লাগিব, বড়ো, কাৰ্বি, মিছিং, ৰাভা, দেউৰী, চুটিযা, লালুং, মটক সম্প্ৰদায়ৰ সৰ্বতো প্ৰকাৰৰ উন্নয়নেহে অসমীয়া ভাষাৰ উন্নযন সাধিব বুলি অকাতৰে স্বীকাৰ কৰিব লাগিব। কাৰণ অভিযোগ মতে এনে দুই এটা সম্প্ৰদায়ত আজিও ডাক্তৰ, ইঞ্জিনীযাৰ এগৰাকীও নথকাটো নিশ্চয় দুৰ্ভাগ্যজনক কথা। এনেবোৰ বৈষম্য কিয হ'বলৈ পায। আনহাতে সীতানাথ ব্ৰহ্ম চৌধুৰী, মঙ্গলসিং হাজোৱাৰী, ৰংবং তেৰাং, ভৃগুমণি কাগযুং, ৰাজেন ৰাভা, লুম্বেৰদাই, টাবুটাইড, বিষ্ণুপ্ৰসাদ ৰাভা, শোভা ব্ৰহ্ম, গণেশ পেগু, বিনেশ্বৰ ব্ৰহ্ম, মধু বড়ো, উপেন্দ্ৰ চন্দ্ৰ হাকাচাম আদিৰ লেখিয়া বিশিষ্ট শিল্পী সাহিত্যিকসকলে কিহক আধাৰ কৰি লৈছিল—নিজকে ভূমিপুত্ৰ বুলি কৈয়ো অসমীযা ভাষাটোক গ্ৰহণ কৰা নাই জানো? এওঁলোকৰ উদাৰতাই অসমীয়া ভাষা সাহিত্যিক আজি মহান কৰিছে। তেওঁলোকৰ দেশপ্ৰেমক অসমীযাবাসীযে শ্ৰদ্ধা কৰে। ভুল সকলোৱে কৰিছে, এতিযা প্ৰাযশ্চিত্তৰ সময। আমি কিয় সৰু সুৰা কথাবোৰত লাগি থাকি নিজকে আনৰ চকুত হাঁহিযাতৰ পাত্ৰ হৈ পৰিছো। আমি সৰুসুৰা সকলো গোষ্ঠী, সম্প্ৰদায, ভাষা সাহিত্য কৃষ্টিক প্ৰকৃত শ্ৰদ্ধা দেখুৱাই নিজে মৰম শ্ৰদ্ধা আদায় কৰিবৰ সময় আহি পৰিছে। 'মই বৰ' ভাব পৰিহাৰ কৰিব লাগিব। অসম সাহিত্য সভা, বিভিন্ন ছাত্ৰ সংগঠন অন্যান্য ভিন ভিন স্তৰৰ জাতীয সংগঠনৰ বাবে অতি গধুৰ স্পৰ্শকাতৰ দাযিত্ব আহি পৰিছে। সকলো শ্ৰেণী লোকৰ মাজত বিশ্বাস আৰু আস্থা পুনৰ ঘূৰাই আনি আমি যাতে অসমত এটা বৃহৎ পৰিয়াল হৈ থাকিব পাৰো সেই আশা আমি নকৰো কিয় ?



# চুপ্ৰিম ক'ৰ্টৰ ৰায় আৰু কৰ্মচাৰীৰ ধৰ্মঘট

ভাৰতবৰ্ষৰ চৰকাৰী শ্ৰমিক-কৰ্মচাৰীসকলে গণতান্ত্ৰিক পদ্ধতিৰে আন্দোলন কৰাৰ পিছত নিজৰ প্ৰাপ্য আদায়ৰ ক্ষেত্ৰত শেষ অস্ত্ৰ হিচাপে অহিংস ৰূপত ধৰ্মঘট কৰাৰ অধিকাৰ নাই বুলি শেহতীয়াভাৱে উচ্চতম ন্যায়ালয়ৰ দুজনীয়া খণ্ড আদালতে দিয়া ৰায়ৰ বিৰুদ্ধে দেশৰ চুকে-কোণে আজি তীব্ৰ প্ৰতিবাদৰ জোৱাৰ উঠিছে। এনেকি ৰাজ্যসভা আৰু লোকসভাৰ মজিয়াতো বিৰোধী পক্ষই উক্ত ৰায়ৰ বিৰুদ্ধে সজোৰ আপত্তি দৰ্শাইছে। ন্যায়াধীশ এম বি শ্বাহ আৰু ন্যায়াধীশ এ লক্ষ্মণৰ দ্বাৰা গঠিত খণ্ড আদালতৰ ৰায়টোৰ সন্দৰ্ভত পূৰ্ণ আদালতৰ ওচৰত পুনৰ আপীল কৰাৰ অধিকাৰ আছে নাগৰিক হিচাপে শ্ৰমিক-কৰ্মচাৰীৰো। দেশ স্বাধীন হোৱাৰ ৫৬ বছৰ পূৰ হোৱাৰ পিছতো উচ্চতম ন্যায়ালয়ে কিয় এনে এটা সিদ্ধান্ত ল'ব পৰা নাছিল সেই কথাটোত সন্দেহৰ অৱকাশ আছে; কাৰণ কৰ্মচাৰীৰ ধৰ্মঘট কৰাৰ অধিকাৰ নাই বুলি দেশৰ সংবিধানেও কোৱা নাই আৰু উচ্চতম ন্যায়ালয়ৰ দৰে আইনৰ সৰ্বোচ্চ মঞ্চখনেও কোনো কালে কোৱা নাছিল। আনহাতে এই কথাও জনাজাত যে কোনো যুক্তিসঙ্গত কাৰণত আৰু আইনগতভাৱে নিৰ্দিষ্ট বিধি-বিধান মানি ট্ৰেড ইউনিয়নবোৰৰ ধৰ্মঘট কৰাৰ অধিকাৰ থকাৰ কথাটো বিশ্বজুৰি সকলো দেশেই স্বীকৃতি দিছে। সেইদৰে ভাৰতবৰ্ষ ব্যতিগক্ৰম হ'ব নোৱাৰে। কৰ্মচাৰীৰ ট্ৰেড ইউনিয়নসমূহো এই নীতিৰ অংশীদাৰ। শ্ৰম-নীতি আদিতো এই কথা বিধিসন্মতভাৱে মানি লৈ স্বীকৃতি দিয়া কথা আজিও চলি আছে। সেয়েহে কৰ্মচাৰীৰ ধৰ্মঘট নিষিদ্ধকৰণ ৰায়টোক লৈ তীব্ৰ প্ৰতিক্ৰিয়া অব্যাহত থকা অৱস্থাতে ভাৰতৰ এৰ্টনী জেনেৰেল ছলি ছোৰাবজীয়ে বাতৰিত প্ৰকাশ পোৱাৰ দৰে উচ্চতম ন্যায়ালয়ে দিয়া ৰায়ক কঠোৰ সমালোচনা কৰি উক্ত ৰায় অনাকাংক্ষিত আৰু প্ৰত্যাশিত নহয় বুলি মত প্ৰকাশ কৰিছে। লগতে তেওঁ কৈছে যে সমূহীয়া বুজাবুজিৰ অধিকাৰ আৰু ধৰ্মঘট কৰাৰ আনুষংগিক অধিকাৰ কৰ্মচাৰীসকলৰ এক গুৰুত্বপূৰ্ণ অধিকাৰ। কাৰণ শতিকাজোৰা অক্লান্ত শ্ৰম আৰু অহৰহ প্ৰচেষ্টাৰ ফলতহে এনে অধিকাৰ কৰ্মচাৰীয়ে পাবলৈ সক্ষম হৈছে। কিন্তু সেই বুলি সামান্য কাৰণত এই কঠোৰ সিদ্ধান্ত লোৱা উচিত নহয় বুলিও কৰ্মচাৰীক ছোৰাবজীয়ে সঁকীয়াই দিয়ে।

বৰ্তমানৰ এন ডি এৰ অংশীদাৰ গোট, ভাৰতীয় জনতা পাৰ্টী আৰু কংগ্ৰেছ দলৰ ভালেসংখ্যক ট্ৰেড ইউনিয়নৰ নেতাই শাসকীয় বা বিৰোধী দলৰ হৈ ৰাইজৰ প্ৰতিনিধি হিচাপে দেশ শাসনৰ দায়িত্ব লৈ আছে যদিও, এই ক্ষেত্ৰত তেওঁলোকে কোনো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰাত আমি আচৰিত হৈছো। বাওঁপন্থী ট্ৰেড ইউনিয়নৰ সকলো গোট যেনে চিটু, এ আই টি ইউ চি আদি সংগঠনে প্ৰবল প্ৰতিবাদৰ ধাৰা গঢ় দি তুলিছে। তেনেদৰে আই এন টি ইউ চি আদিয়েও এই ৰায়ৰ বিৰুদ্ধে মাত মাতিছে। ভাৰতীয় মজদুৰ সংঘই ঐক্যবদ্ধভাৱে ভাৰতৰ ৰাষ্ট্ৰপতিৰ ওচৰত উক্ত ৰায়ৰ সম্পৰ্কত পুনৰ বিবেচনা কৰিবলৈ দাবী জনাইছে। অসমত সদৌ অসম কেন্দ্ৰীয় অৰ্দ্ধ কেন্দ্ৰীয় কৰ্মচাৰী পৰিষদৰ তৰফৰ পৰাও কোৱা হৈছে যে উক্ত বিতৰ্কিত ৰায়ৰ দ্বাৰা কৰ্মচাৰীৰ সাংবিধানিক অধিকাৰ খৰ্ব কৰা হ'ব আৰু গণতন্ত্ৰত আঘাত হনা হ'ব। কৰ্মচাৰীৰ বাবে উচ্চতম ন্যাযালয়ৰ ৰাযটোক আক্ৰোশমূলক বুলি আখ্যা দিব পাৰি। ন্যাযালযৰ যিকোনো ৰায় নিৰপেক্ষ হোৱা উচিত। নিৰপেক্ষ নহ'লেই দেশত অশান্তি বৃদ্ধি পোৱাৰ কাৰণ হ'ব পাৰে। কৰ্মচাৰীৰ ধৰ্মঘট কৰা অধিকাৰ কি কাৰণত নিষিদ্ধ কৰিব বিচৰা হৈছে সাধাৰণ অৰ্থত বুজিব নোৱাৰি, কাৰণ আইনে ইতিমধ্যে ব্যৱস্থা কৰি থৈছে — কাম নকৰিলে দৰমহা নাপায়। অৰ্থাৎ "নো ৱাৰ্ক নো পে।" গতিকে ধৰ্মঘট কৰা সময়ছোৱাত যদি দৰমহা কৰ্তন কৰা হয়, সেইটো শাস্তি নহয় জানো ? এটা দোষত দুটা শাস্তি কেনেদৰে হ'ব পাৰে ? লোকসভাৰ মজিয়াত যদিও বৰ্তমান কেন্দ্ৰীয় চৰকাৰে কৰ্মচাৰীৰ ধৰ্মঘট নিষিদ্ধ কৰাৰ কোনো ধৰণৰ আঁচনি নাই বুলি মৌখিক আশ্বাস দিছে, তথাপি চৰকাৰে উচ্চতম ন্যায়ালয়ৰ ৰাযৰ বাস্তৱ ক্ষেত্ৰত প্ৰয়োগৰ ব্যৱস্থাটো বাতিলকৰণৰ ন্যায়িক ব্যৱস্থা লোৱা উচিত বুলি উচ্চতম ন্যাযালযৰ উকীল সন্থাৰ প্ৰাক্তন সভাপতি এচ চি জৈনে কৰা গুৰুত্বপূৰ্ণ মন্তব্যক আমি আদৰণি জনাইছো।

তামিলনাডুৰ ৰাজ্যিক চৰকাৰী কৰ্মচাৰীসকলৰ ধৰ্মঘটৰ পৰিপ্ৰেক্ষিতত দিয়া উচ্চতম ন্যাযালযৰ এনে ৰাযে গণতান্ত্ৰিক অধিকাৰক ধূলিসাৎ কৰি দেশ আৰু ৰাজ্যবোৰত একনাযকত্ববাদী শাসন ব্যৱস্থাকহে সুৰক্ষিত কৰি তুলিব। চৰকাৰ আৰু প্ৰশাসনে অন্যায কাৰ্যত লিপ্ত হৈ পৰিলেও বাধা দিওঁতা কোনো নাথাকিব। ভাৰতবৰ্ষ যিহেতু গণতান্ত্ৰিক দেশ সেযেহে দেশৰ প্ৰতি গৰাকী নাগৰিকৰ মৌলিক অধিকাৰ আৰু নৈতিক অধিকাৰত হস্তক্ষেপ কৰা কাৰ্য হ'ব, দেশৰ সংবিধানক অপমান কৰা লেখিযা কাৰ্য। সেযেহে দেশৰ উভয সদনত বিষযটো গুৰুত্ব সহকাৰে আলোচনা-বিলোচনা কৰি বিতৰ্কৰ পৰিসমাপ্তি ঘটাবলৈ আমি দেশৰ নেতৃবৃন্দলৈ আহ্বান জনাইছো। লগতে দেশৰ মঙ্গল কামনা কৰা সকলো ৰাজনৈতিক-অৰাজনৈতিক দল সংগঠনেও সক্ৰিয় সহায-সহযোগ আগবঢ়াই অশান্তিৰ ওৰ পেলাব পাৰে বুলি আমি আশাবাদী। ✪

# এক দীঘলীয়া সান্নিধ্যৰ মধুৰ স্মৃতি

চৰকাৰৰ এগৰাকী সুযোগ্য প্ৰশাসকেই নাছিল অতুল চন্দ্ৰ বৰুৱাদেৱ, তেখেত আছিল অসমৰ সাহিত্য জগতৰ এগৰাকী অতি সহজ সৰল নীৰব সাধক, কলা সংস্কৃতিৰ একান্ত গৱেষক—লগতে সংগঠক ৰূপেও সমাজৰ এগৰাকী পুৰোধা ব্যক্তি। অসমৰ বাবে ৰহনীয়া কলা-কৃষ্টিৰ অন্য এক সুকীয়া ধাৰা বহন কৰি অহা দৰঙীয়া কলা কৃষ্টিক বৈজ্ঞানিক ভিত্তিৰে পোহৰলৈ অনা ব্যক্তি সকলৰ মাজত বৰুৱাদেৱ আছিল বাটকটীয়া স্বৰূপ। অতুল চন্দ্ৰ বৰুৱাৰ ৰচনাৱলী সমূহেই অসমীয়া সাহিত্য ভড়ালৰ বাবে অমূল্য সম্পদ য'ত অসম বিভিন্ন প্ৰান্তৰ পৰা জাকত জিলিকাকৈ বুটলি অনা সাহিত্য, সংস্কৃতি আৰু কৃষ্টিৰ সোণ-ৰূপ মুকুতা সদৃশ সমলৰাজিক সন্নিবিষ্ট কৰা আছে। তেখেতৰ ভিন্নসুৰী ৰচনা পুথি 'সাহিত্যৰ ৰূপৰেখা', 'সমালোচনা সাহিত্য', 'সাহিত্য দৃষ্টি', 'সাহিত্য জীৱন', 'অসমীযা লোক সাহিত্য,' 'অসমীযা কাব্যত প্ৰেমৰ বৌৰতী সুঁতি', 'মনসা-কাব্য আৰু ওজাপালি', 'অসমীযা অভিধান আৰু ভাষা'ক বৰুৱাদেৱৰ ১০০৫ পৃষ্ঠাৰ প্ৰথম খণ্ডত যুগুতাইছে। তেনেদৰে এঘাৰখন গ্ৰন্থৰে ১১৯৮ পৃষ্ঠাৰ দ্বিতীয খণ্ড, একৈশখন গ্ৰন্থৰে ১২৩৮ পৃষ্ঠাৰ বৃহৎ তৃতীয খণ্ডটি বৰুৱাদেৱৰ সাহিত্য কৰ্মৰ এক উৎকৃষ্ট নিদৰ্শন বুলি একে আষাৰে ক'ব পাৰি। তেখেত আছিল সমাজ সচেতন, কঠোৰ পৰিশ্ৰমী আৰু অতি নিষ্ঠাবান সাহিত্যিক। জন কল্যাণ তেখেতৰ সাহিত্যৰাজিৰ আন এটি উল্লেখনীয দিশ। সৰ্বসাধাৰণ ৰাইজে বুজিব পৰাকৈ সহজ সৰল ভাষাত ৰচনা কৰা সাহিত্যইহে জনপ্ৰিয় হোৱা দেখা যায। এই ক্ষেত্ৰত অতুল বৰুৱা অগ্ৰণী।

বৰুৱাদেৱৰ সাংগঠনিক দক্ষতা অতুলনীয। ছাত্ৰ অৱস্থাৰ পৰা সংগঠনৰ কামত লাগি-লাগি বহুতো সংগঠনৰ জন্ম দি, গঠনমূলক কামৰ আৰ্হি দেখুৱাই গৈছে। সাহিত্য-সংস্কৃতি আৰু কলা-কৃষ্টিৰ পৱিত্ৰ কৰ্মত গঠন কৰা অনুষ্ঠান বা সংগঠনেহে প্ৰকৃততে সমাজক সু-আদৰ্শেৰে পৰিচালতি কৰিব পাৰে বুলি বৰুৱাদেৱে মনে-প্ৰাণে বিশ্বাস কৰিছিল। সেযেহে চাকৰি অৱস্থাত থকাৰ পৰাই অৱসৰ পোৱাৰ মুহূৰ্তলৈকে বহুতো সৰু-বৰ অনুষ্ঠানৰ লগত বৰ নিবিড় ভাবে জড়িতহৈ নীৰবে কাম কৰি গৈছিল। তাৰ প্ৰত্যক্ষ উদাহৰণ আমি পাও শ্বিলং মুকুল সংঘ, গুৱাহাটী আলোচনা চক্ৰ আৰু দৰঙী কলা-কৃষ্টি উন্নয়ন সংঘৰ জৰিযতে বৰুৱাৰ কৰ্মক্ষেত্ৰৰ

পৰিচয়। অসম চৰকাৰে শেহতীয়াভাবে প্ৰকাশ কৰিবলৈ বিচৰা 'চলন্ত অভিধান'ৰ সহকাৰী সম্পাদকৰ গুৰু দায়িত্ব বহন কৰিছিল বৰুৱাই ড° মহেশ্বৰ নেওগৰ সহায়কাৰী হিচাবে। কিন্তু অভিধান প্ৰকাশ পালে বৰুৱাহে জীয়াই নাথাকিল ; ঠিক ড° মহেশ্বৰ নেওগৰ দৰেই আমাৰ পৰা বিদায় ল'লে।

বৰুৱাদেৱৰ লগত মোৰ ব্যক্তিগত সান্নিধ্য ঘটিছিল আজিৰ পৰা প্ৰায় চল্লিচ বছৰ পূৰ্বে অৰ্থাৎ ষাঠিৰ দশকত ; সেই সময়ৰ অসমৰ ৰাজধানী মনোৰম শ্বিলং চহৰত। প্ৰাকৃতিক সৌন্দৰ্যৰে ভৰপুৰ শ্বিলঙত দুটা প্ৰখ্যাত সাহিত্য অনুষ্ঠান "শ্বিলং মুকুল সংঘ" আৰু "শ্বিলং সাহিত্য কানন" আছিল সাহিত্যানুৰাগী সকলৰ অতি আদৰৰ অনুষ্ঠান। উক্ত দুয়োটা অনুষ্ঠানৰ লগত অসমৰ ভালেমান বিশিষ্ট সাহিত্যক সংযোগ ঘটাৰ উপৰিও, খাছি, নেপালী, মণিপুৰী, বড়ো, জয়ন্তীয়া, হিন্দী, মাৰাঠী, বঙালী সাহিত্যিকৰো সমাবেশ ঘটিছিল। অতুল চন্দ্ৰ বৰুৱা আছিল দুয়ো অনুষ্ঠানৰ শুভাকাংখী সদস্য। আমাৰ মিলনৰ সেতু সেইখিনিতেই আৰম্ভ হৈছিল। তেতিয়াৰ পৰাই অতুল চন্দ্ৰ বৰুৱাৰ লগত আমাৰ আন্তৰিক আৰু মানসিক সম্পৰ্ক অতি ঘনিষ্ঠভাবে গঢ়ি উঠিছিল। সেই সূত্ৰে মই তেখেতক জ্যেষ্ঠজন হিচাবে "দাদা" সম্বোধন কৰি আৰু বেছি আপোন হৈ পৰিছিলো। তেখেতও মোক অনুজ ভ্ৰাতৃৰূপে জ্ঞান কৰি মৰম আৰু আশীৰ্বাদৰ পৰা কোনোদিনে বঞ্চিত কৰা নাছিল। শ্বিলঙৰ দৰে গুৱাহাটীতো সাহিত্য-সংস্কৃতিৰ এটা পৰিৱেশ আমি পাইছো গুৱাহাটী আলোচনা চক্ৰ, গুৱাহাটী সাহিত্য কাননৰ মজিয়াত। দুয়োটা অনুষ্ঠানে অসম সাহিত্য সভাৰ বান্ধোনত নোসোমোৱকৈয়ে মুক্তভাৱে সাহিত্য চৰ্চা কৰাত উদগনি দি ভালে সংখ্যক ন-পুৰণি সাহিত্যিক, কবি, প্ৰবন্ধকাৰ সৃষ্টি কৰাত সফল হ'ব পাৰিছে।

"গুৱাহাটী আলোচনা চক্ৰ"খনি লালন পালন কৰি গুৰিবঠা ধৰাত অতুল চন্দ্ৰ বৰুৱাদেৱৰ চেষ্টাৰ কোনো সীমা নাছিল। তেনেদৰে গুৱাহাটী সাহিত্য কাননৰ সভাবোৰতো নিজৰ শাৰীৰিক দুৰ্বলতাকো নেওচি উপস্থিত থকাত আমি বৰ সন্তোষ পাইছিলো। দুটা সুকীয়া অনুষ্ঠানৰ সমূহ সদস্যই একেখন ঘৰৰ পৰিয়ালৰ দৰে এটি মধুৰ স্মৰণীয় পৰিবেশৰ মাজত মাজে-মাজে বৰুৱা দাদাক লগ পোৱা মুহূৰ্তবোৰ আমাৰ বাবে আজি মচিব নোৱাৰা স্মৃতি হৈ ৰ'ল। তেখেত সদায় আশাবাদী মনৰ গৰাকী আছিল। যিকোনো সৎকাম, গঠনমুলক কৰ্মৰাজি, সমাজ সংগঠন আদিৰ মঙ্গলজনক কথাত বৰুৱা দাদাই উৎসাহ-উদ্দীপনা যোগাই ভাল পাইছিল। কম কথা কৈছিল যদিও ৰসাল ব্যক্তিত্বৰে সভা সমিতিৰ গাম্ভীৰ্যতা অটুত ৰাখিছিল। প্ৰচাৰ বিমুখ, অথচ হাতে-কামে শৃঙ্খলাবোধ গুণৰ বাবেই সংগঠক হিচাবে এক

সুকীয়া আসন লব পাৰিছিল বৰুৱা দাদাই। অসম আন্দোলনৰ আৰম্ভণি অৰ্থাৎ ১৯৭৯ চনতে শুৱালকুছি অধিবেশনত অসম সাহিত্য সভাৰ সভাপতিৰ দায়িত্ব লৈ জাতীয় সমস্যাটোৰ ক্ষেত্ৰত তেখেতে দক্ষতাৰে সভাৰ নেতৃত্ব দি জনতাৰ পক্ষত থাকি কাম কৰি গৈছিল। আন্দোলনৰ স্বাৰ্থত তেখেতৰ লগত মোৰো বেচ ঘনিষ্ঠ সহযোগ ঘটিছিল। তেখেতৰ মতে অসমৰ ন্যায সঙ্গত সমস্যা দেখিলে সাহিত্য সভাই চকু মুদি থাকিব নোৱাৰে আৰু মনে-মনে থকা উচিতো নহয় আৰু সেযেহে গণ আন্দোলনটোৰ আছু আৰু গণ সংগ্ৰাম পৰিষদৰ যৌথ নেতৃত্বৰ অংশীদাৰ গোট হিচাবে অসম সাহিত্য সভায়ো গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। আমাৰ কৰ্মচাৰী পৰিষদ সমূহৰ সমন্বয়ৰক্ষী সমিতিয়ো সহযোগী হিচাবেহে অসম আন্দোলনৰ সমৰ্থন আগবঢাইছিল। বৰুৱা দাদাৰ ঘনিষ্ঠ সান্নিধ্য তেতিয়াও পাইছিলো এগৰাকী সচেতন অসমীযা ব্যক্তি হিচাবে। কিন্তু আন্দোলনটোৰ ফলশ্ৰুতিত তেখেতৰ মন যে ভাগি পৰিছিল সেই কথা মোক ব্যক্তি কৰিছিল। নৰগিৰি অঞ্চলৰ বাসিন্দা ড° প্ৰমোদ চন্দ্ৰ ভট্ট ছাৰক কিবা কাৰণত লগ পাবলৈ গলেই অতুল বৰুৱাদেৱৰ খবৰ এটা কৰি অহা মোৰ কৰ্তব্যৰ দৰে হৈ পৰিছিল। আমাৰ মাজৰ কথোপকথনবোৰ সাধাৰণতে আছিল দেশ, ৰাজ্য, সমাজ, সাহিত্য, সংস্কৃতিক কেন্দ্ৰ কৰি, লগতে দুই এটা ঘৰুৱা কথা। মোৰ বিভিন্ন ধৰণৰ সামাজিক কৰ্মৰাজিয়ে তেখেতৰ মনতো আনন্দ দিয়া কথা মই অনুভৱ আৰু উপলব্ধি কৰিছিলোঁ, যেতিয়া তেখেতে বৰ উৎসাহেৰে ব্যক্ত কৰিছিল —

"আপুনি বৰ ভাল কাম কৰি আছে, কৰি যাওক। আমাৰ বযস হৈছে সহায কৰিব নোৱাৰো, কিন্তু শুভেচ্ছা সদায থাকিব।" সেয়া আছিল মোৰ বাবে আশীৰ্বাদ স্বৰূপ। জ্যেষ্ঠজনৰ পৰা লাভ কৰা অফুৰন্ত প্ৰেৰণা। 'দৈনিক অসম'ৰ সম্পাদকীযত প্ৰকাশ কৰাৰ দৰে—"মস্তিস্ক আৰু হৃদযত অতুল বৈভৱ থকা স্বত্বেও আজীৱন নীৰবে কৰ্ম কৰি যোৱা এই গৰাকী প্ৰচাৰ বিমুখ সাহিত্য সাধক, সেৱকক নিশ্চিতভাৱে চিৰদিন মানুহে স্মৰণ কৰিব।"



> কাৰ কি জাতি ভগবানে খবৰ নকৰে,
> কোনে কি কৰে তাকহে খবৰ কৰে।
>
> — **গুৰু নানক**

# সোণালী জয়ন্তী বৰ্ষত গুৱাহাটী আলোচনা-চক্ৰ

গুৱাহাটী আলোচনা-চক্ৰই অসমৰ সাহিত্য জগতত এক সুকীয়া মৰ্যাদাৰে সাহিত্যপ্ৰেমী, চক্ৰধাৰী শুভাকাংক্ষী ৰাইজৰ হৃদয়ত স্থান লৈ সোণালী জয়ন্তী বৰ্ষ উদ্‌যাপন কৰিবলৈ লোৱাত আমি আন্তৰিক অভিনন্দন জনাইছো। ১৯৫৫ চনৰ ২৭ ফেব্ৰুৱাৰীৰ আবেলি গুৱাহাটীৰ নৰগিৰি অঞ্চলত প্ৰখ্যাত সাহিত্যিক অতুল চন্দ্ৰ বৰুৱাৰ আহ্বানত তেওঁৰ বাসগৃহতেই "গুৱাহাটী আলোচনা-চক্ৰ"ই জন্ম লাভ কৰে। জন্মলগ্নৰ সভাখনৰ সভাপতি আছিল তেতিয়াৰ কটন কলেজৰ ইংৰাজীৰ অধ্যাপক চন্দ্ৰনাথ কলিতা বৰা। সভাখনত উপস্থিত থকা বৰেণ্য সদস্যসকল আছিল অতুল বৰুৱা, ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, দিবাকৰ শৰ্মা, শুচিব্ৰতা ৰায়চৌধুৰী, নৰকান্ত বৰুৱা, ডঃ কালীনাথ শৰ্মা আৰু দুই-চাৰিগৰাকী। কাইলৈ ৭০০ তম্ বৈঠক অনুষ্ঠিত হ'ব। চক্ৰৰ উদ্দেশ্য আছিল পোনপটীয়া অৰ্থাৎ আত্মতৃপ্তি বা আত্মপ্ৰসাদ। চক্ৰৰ প্ৰতিষ্ঠাপক সম্পাদক প্ৰয়াত অতুল চন্দ্ৰ বৰুৱা আছিল অসম চৰকাৰৰ এগৰাকী সুদক্ষ প্ৰশাসক, আনহাতে সুনিপুণ সামাজিক সংগঠক। চক্ৰৰ উদ্দেশ্য ব্যাখ্যাত তেওঁ ব্যক্ত কৰিছিল, "আলোচনা-চক্ৰ কাৰো ব্যক্তিগত সম্পত্তি নহয়। যিয়ে ইয়াক আপোন বুলি ভাবে তাৰে ই সম্পত্তি, তেৱেঁই ইয়াৰ সভ্য। ধ্বংসমূলক অথবা পৰৰ হিংসামূলক অহিতকৰ আলোচনাত বাহিৰে ইয়াত সকলো প্ৰকাৰৰ সুস্থ আলোচনা হ'ব। বক্তা, শ্ৰোতা, পাঠক, ৰচোঁতা, সকলোৰে ইযাত সমান অধিকাৰ থাকিব। আদৰক ই কেতিয়াও নেওচা নিদিয়ে , নিমন্ত্ৰণ উপেক্ষা নকৰে। এয়ে হ'ব ইযাৰ নীতি, লিখিত নীতি নহয, চিৰাচৰিত ৰীতিহে। সেইদৰে ইযাৰ সম্প্ৰতি স্থাযী সভাপতি নাই, পুঁজি, বৰঙণি নাই, নিৰ্দিষ্ট স্থান নাই আৰু নিৰ্দিষ্ট সভ্য সংখ্যা নাই। নাইৰ এই চাৰিটা খুঁটাৰ ওপৰতে ইযাৰ স্থিতি।"

গুৱাহাটী আলোচনা-চক্ৰৰ এনেধৰণৰ পৰম্পৰাই অসমৰ ভালেমান ঠাইত চুকে-কোণে সাহিত্য-সংস্কৃতিৰ সৰু সৰু অনুষ্ঠানৰ গঢ দিযাত, মানুহৰ মনত উৎসাহ-উদগনি দিযাত সফল হৈছে। ঘৰে ঘৰে পতা আলোচনা, সভাবোৰে এটা সুস্থ পৰিৱেশ গঢ়াত সহায়ক হৈছে। সাম্প্ৰতিক কালৰ সৰহ সংখ্যক কবি, গল্পকাৰ, প্ৰবন্ধকাৰ, সাহিত্যিকৰ সৃষ্টি হৈছে গুৱাহাটী আলোচনা-চক্ৰত গঠনমূলক কাম বহুতো হৈছে। বিভিন্ন ভাষা-ভাষীৰ সাহিত্যৰাজিৰ ওপৰতো আলোচনা-বিলোচনা হোৱা আমি দেখিছো। নিযমিত সদস্যৰ ৰচিত গ্ৰন্থসমূহ চক্ৰৰ বৈঠকত উন্মোচন

কৰি নিজৰ লগতে আনবোৰকো যথেষ্ট উৎসাহিত কৰে। গুণী-জ্ঞানী ব্যক্তিক সময়ে সময়ে সম্বৰ্দ্ধনা জনোৱা কাৰ্যসূচী চলাই থাকে।

বিগত কালছোৱাত আলোচনাচক্ৰৰ জৰিয়তে নিজাববীয়াকৈ কেবাখনিও মূল্যৱান গ্ৰন্থ সম্পাদিত কৰি এক আদৰ্শ দাঙি ধৰিছে। উদাহৰণস্বৰূপে চক্ৰ চযন, চক্ৰৰ ৰূপৰেখা, চক্ৰ সুৰভি, চক্ৰৰেণু, প্ৰচ্ছদপট, গল্প সংকলন আদি বিশেষভাৱে উল্লেখনীয় দিশ। বৈঠকবোৰৰ ক্ষেত্ৰত স্থায়ী সভাপতি নাই যদিও আলোচনা-চক্ৰটোৰ পৰিচালনাৰ দায়িত্বত এইসকল নমস্য ব্যক্তি আছিল আৰু বৰ্তমান থকাসকলৰ কথাও উল্লেখ কৰিব লাগিব। সভাপতি ৰূপে প্ৰথমগৰাকী হ'ল বিশিষ্ট সাহিত্যিক, সমালোচক প্ৰয়াত অতুল চন্দ্ৰ বৰুৱা, দ্বিতীয়গৰাকী লোক সংস্কৃতিৰ গৱেষক পণ্ডিত প্ৰযাত ডঃ প্ৰফুল্ল দত্ত গোস্বামী, তৃতীয়গৰাকী শিক্ষাবিদ প্ৰয়াত ডঃ কালীনাথ শৰ্মা আৰু বৰ্তমান গুৰুদায়িত্ব বহন কৰি থকা নমস্য ব্যক্তিগৰাকী হ'ল লোক সাহিত্যৰ গৱেষক পণ্ডিত, ভাষাবিদ, সাহিত্যিক ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য। সম্পাদক ৰূপে দাযিত্ব পালন কৰি আহিছিল কবি, সমালোচক অৱনীচন্দ্ৰ বৰা, হাস্য-ব্যংগ কবি বৰেন্দ্ৰ বৰকটকী, সাহিত্যিক প্ৰমোদ কাকতি, উমেশ শৰ্মা আদি আৰু বৰ্তমান সম্পাদকৰ দায়িত্ব পালন কৰি আছে গল্পকাৰ দিনেশ শৰ্মাই আৰু যুটীয়া সম্পাদক ৰূপে প্ৰমোদ কাকতিয়ে। সহকাৰী সম্পাদক হিচাপে আছে দিলীপ বৰুৱা। ১৯৯৭-৯৮ চনত গুৱাহাটী আলোচনা-চক্ৰটিক অসম চৰকাৰৰ পঞ্জীয়নভুক্ত কৰি লয়। শতবৰ্ষলৈ আগতীয়াকৈ আমাৰ ওলগ আৰু আন্তৰিক অভিনন্দন যাচিলো।

গুৱাহাটী আলোচনা-চক্ৰৰ স্মৃতি ৰোমন্থন কৰোতে অনুষ্ঠানটিৰ লগত প্ৰাসংগিকতা থকা দুই-এটা কথা নক'লে যেন নিৱন্ধটি আধৰুৱা হৈ ৰ'ব। অসমৰ ৰাজধানী শ্বিলং যেতিয়া আছিল, সেই সমযতে ১৯৫৫ চনত একে ধৰণৰ অনুষ্ঠান "শ্বিলং মুকুল সংঘ"ৰ জন্ম হয। একেদৰে শ্বিলং সাহিত্য কাননৰ জন্ম হয ১৯৫৮ চনৰ ১৫ ছেপ্টেম্বৰত। ১৯৭২ চনত শ্বিলঙৰ পৰা ৰাজধানী গুৱাহাটীলৈ নামি অহাত ৯০ শতাংশ অসমীযা কৰ্মচাৰী-বিষয়া গুৱাহাটীলৈ চাকৰিৰ দায়িত্বত গুচি আহিল। কিন্তু সাহিত্যৰ পৰম্পৰা একেদৰে চলাই নিযাৰ সংকল্প ল'লো। ১৯৭৪ চনত সেয়েহে গুৱাহাটী সাহিত্য কাননৰ জন্ম হয। সভাপতি ৰূপে দাযিত্ব লৈছিল প্ৰখ্যাত শিল্পী, সাহিত্যিক যুগল দাসে। দ্বিতীয়গৰাকী সভাপতি সাহিত্যিক, সমালোচক, সাংবাদিক মুনীন বৰকটকী আৰু তৃতীযগৰাকী সভাপতি আছিল গল্পকাৰ, ঔপন্যাসিক, ৰাজেন্দ্ৰ নাথ হাজৰিকা। এতিয়া আমি দাযিত্ব ল'লো। সমূহীযাভাৱে লগত আছে ডঃ নগেন চৌধুৰী, বিমল কুমাৰ হাজৰিকা আৰু চমছেৰ আলীৰ দৰে সাহিত্যিকসকল। গুৱাহাটী সাহিত্য কাননে ভগ্নী সংগঠন হিচাপে গুৱাহাটী আলোচনা-চক্ৰৰ লগত যৌথভাৱে বহু কাম কৰাত অংগীকাৰবদ্ধ—যিহেতু বহু সদস্য দুয়োটা সংগঠনৰ লগত সক্ৰিযভাৱে জড়িত আৰু উদ্দেশ্য আমাৰ একেটা—সমন্বয গঢ়ি তোলা। ●

# National Culture Through Weaving and Handicrafts

Our rich cultural tradition provides many interesting features of life of the people of this vast country i.e India reflected through diverse languages and cultural heritage which brings before our eyes the various avocation of our people in different trades and industries This vast field of avocations covering cottage industry, weaving, handloom, Ivory and Terra-Cotta industry are still pronouncing the history of air old Indian civilisation The skilled artisans of different states of our country through their ever enthusiastic inspirations have been able to bring their skill at per with fast changing modern world After our country attained freedom, the government has come forward with various schemes for expansion of handicrafts, weaving and handloom industry although success of such developmental schemes largely depend upon the peoples co-operation and eagerness The Government of India in co-operation with different State governments has taken bold steps for development of handicraft, weaving and handloom by forming development corporations The artisans of Assam and the north-east are proverbially the most neglected lot and economically most unsound in the whole country Formation of such corporations could be of real benefit if such neglected tol of artisans of Assam and North-East are given sufficinent encouragement through adequate financial assistance which will undoubtedly help the success of various schemes of the government The Handicrafts, Weaving and Handloom Corporations through planned schemes can contribute immensely to the advancement of our country The Indian Handicrafts, weaving and handloom products have already enterned into the International market thereby earning for the country the most valuable foreign exchange

The handicrafts, handloom and weaving products of Assam Arunachal, Nagaland, Manipur, Mizoram and Tripura have already attracted the attention of the people of other states The Silk, Muga, Endi, Minjim Dakhana of Assam as well as the shawls of Nagaland, Manipur and Mizoram have became increasingly popular to-day with its field extending beyond the state boundaries The Assam and other parts of the North-East has a special significance in the weaving industry The small industrial town of Sualkuchi in Assam

is an example in point Even Bapuji the father of the nation while visiting Sualkuchi was greatly enthralled at the skill of the Assamese weavers, because Bapuji saw in it the success of his programme of self-reliance and boycott of foreign cloths Thus Assam has always taken the lead in the weaving industry. From ages past, the weaving has became a part of the life style of Assamese society A great responsibility has now devolved upon the corporation to take steps for modernisation of the weaving industry of Assam and the North-East and help the weavers through a planned scheme of assistance and arrangement for marketing of their products in different parts of the country and the world Along with the weaving industry, attention has to be given to the handicrafts industry which is fast stepping towards modernisation The various products of household requirements, decorations and exhibitions of this industry based on wood, bamboo and cane have already received wide popularity in different parts of the country and already stepped into the world market Through a well formulated scheme of development of this industry, the corporation could provide scope for quick economic advancement of the people of this part of the country where the woods, bamboos and canes are in aboundance On the other hand, the most precious items of handicrafts i e Ivory industry of Barpeta and Bell Metal industry of Sartheban and Hajo in Assam practically at a dying stage Immediate attention of the corporation is needed to revitalise these two precious industries to restore not only the economic condition of the artisans and their family but also restore the past glory of the country.

It is seen that an amount of rupees two crores have been provided in the corporation's budget for development of handicrafts and weaving industries in the North-eastern region This amount is manifestly quite inadequate if considered with the vastness of the region comprising seven states with population of diverse races and cultural heritages who are still economically most backward The budget needs to be increased at least to five crores if an overall advancement is to be ensured for the region The establishment of training centres for imparting training in improved design and provision of facilities for marketing and exhibition in the main cities of the country could go a long way for development of the industries and bringing speedy economic growth of this region The last but not the least is the fulfilment of the need for establishment of a Zonal office of the corporation at Guwahati and steps for providing employment facility to the local indigenous population ○

# First 5 years of AGP rule

## 'Govt misled by opportunist coterie'

**Law and Order** Law and order has deteriorated all over India, not in Assam alone. Although the people of Assam expected the strengthening of the law and order system under AGP rule, it's deterioration under the rule of youth force is really unfortunate This in spite of the mass mandate and public co-operation that the government has received There is a lack of co-ordination between the Chief Minister and the Home Minister on vital policy matters which has also contributed to the failure of the government on the law and order front

The political immaturity, lack of farsightedness and determination of the State administration have been very much manifest in the dealing with the agitations by Bodos, Karbis and others Quite a good number of innocent public, government employees and even the police officers have became the victims of attack by extremists The law and order machinery of the government has failed to provide protection That the government has been misled by a coterie of certain opportunist and clever high officers taking advantage of it's administrative inexperience could be well perceived by the conscious section of public The resultant unpopularity of the government has had it's impact upon the idea of regionalism itself that got it's root in the state after 40 years of Independence, which, the people of Assam did not expect at all Allegations of interference and undue pressure upon police are frequently heard of and such actions undoubtedly lend encouragement to a section of the youth to become unruly This will have it's repercussion in future social life, the experience says Five years is not a small period in political life The regional government should have been much more cautious in this respect

**Accord implementation** The Assam Accord that was reached between the Government of India and the movement leaders and signed on the night of August 14, 1985 has today, actually turned into a farce No such steps could be seen towards expulsion of foreign infiltrators which was the main issue of Assam movement The detection and deletion of the names from the voters list of those foreigners who entered Assam from January 1, 1966 till before March 24, 1971 as per the Accord did not materialize Rather foreigners entering Assam after March 24, 1971 have been included in the voters list Five years have passed since the demand for

scrapping of IMDT Act, 1983. The AGP government has failed to prepare a correct voters list in spite of clear instructions from the Election Commission. The tardy pace in construction of border roads and erection of barbed wire fencing will not be taken lightly by the people What is the use of the expulsion of Bangladeshi foreigners if the expelled are not accepted by the Bangladesh Government ? The Central government should have made a provision in the accord in this regard, but this was not done

In spite of having 22 lakh unemployed people including two thousand graduate engineers, the facility of six years' age relaxation provided in the Accord as per clause 14 thereof has expired on September 30 last without being useful to the unemployed youth, because the provision was not followed by most of the Central government departments in Assam On the other hand the State government banned recruitment for four years which has made the provision of age relaxation meaningless Thus, there is lack of interest on the part of both the Central Government and the State government in the implementation of the Accord

**Development works** The AGP government made a commitment to carry out development work for the state keeping in view the overall regional interest It also committed to clean the administration from all vices of corruption Certain good works of public interest have no doubt been done, but the expenditure incurred from public exchequer by far exceeds the quantum of such developmental works In this regard a study of the reports of the Accountant General and the Comptroller and Auditor General will reveal the position

Among the development works done, are the re-construction of thousands of Lower Primary Schools, exemption of land revenue upon agricultural lands, facilities of pension provided to artists, literary persons and old persons Medical facilities have been expanded by constructing several 30-bedded hospitals, though such hospitals are yet to be equipped fully There are some more such examples The government has last the balance of economic stability, because for want of sound economic policy and planning, development works have come to a standstill

Prevalance of corruption from top to bottom has created a sense of frustration in the minds of the people It is seen that when the central government provides grants of lakhs of rupees to a particular development scheme, the State government also provides funds to the same development project This cannot be considered proper As a result, some have been doubly benefited while others have been completely deprived Crores of rupees for development

schemes having not been spent are lying as call deposit, Civil Revenue deposit for years together. Taking advantage of this system, certain individuals have been deriving benefits by resorting to corrupt devices. Instead of facing punishment, corrupt officials have received promotions. The economic condition of the Government has become so bad that an unprecedented chapter was created in the annals of Assam administration by stopping the disbursement of salaries to the employees Nepotism has reached its peak in the district-wise distribution of government grants. The announcement for a permanent capital of the State has been made a controversial issue which has undermined the people's faith After all, the government has shown a bad example by not arranging monitoring system in implementing the development schemes

**Ethnic unrest** The unity among different ethnic groups of Assam seen during Assam Movement has now been eroded This is a bad sign for the state Every ethnic group is alert about the social, cultural and economic differences The greater Assamese sub-nationallity has to be protected only through the existence of different ethnic groups No ethnic group can benefit through the vivisection of the State An analysis of some of the ethnic agitations reveals their origins owing to personality clashes rather than welfare of masses The government has failed to make timely efforts to solve the problems through the co-operation of democratic forces and self-introspection We are still hopeful of an early solution

**Political culture** The colourful cultural base of the Assamese society founded by the great saints mahapurusa Sankardev and Madhabdev has now been sought to be given a wrong shape The foundation of integration laid by Lakhinath Bezbarua, Jyotiprasad, Bishnu Rava, Ajan Fakir has now been eroded The mutual love, affection, peace and non-violence that was prevalent among the simple and gullible masses have now been poisoned by different political cultures The selflessness which was seen to a great extent in early politics has now been completely transformed into a culture of luxury and greed The ideals of democracy cherished by Gandhiji and the general masses has died an ignoble death Violence, distrust, desrespect and indiscipline have opened the doorway to moral degradation for our future generations Politics of guns and bombs have gagged the voices of the people It is the masses which have to bring back stability to the society through a determined effort if necessary, by amending the constitution itself The people of Assam, after 40 years of Independence, expected a social and revolutionary change, but that was not fulfilled which is a misfortune for the people Yet we shall not give up hope ⭘

# Employees and Workers' Participation in the Historic Assam Movement 1979 to 1985

The indigenous people of Assam have been facing crisis in social, economic, culture and even political fields for a very long period If the same crisis is allowed to continue, the people of Assam will lose their identity and existence in our own state like Tripura The indigenous people of all ethnic groups of Assam have been feeling unsecured about the demographic structure in the state due to unabated influx of thousands and thousands foreign nationals from the then East Pakistan now, Bangladesh After independence the Govt of India did not take any proper step to handle this serious matter to save Assam The General election were also held regularly with efective electoral rolls but the Govt did not care for it In the mean time, a bye election of Mangaldoi Parliamentary constituency in Assam was due in March 1979, in wake of sudden death of Hiralal Patowary After scrutiny of electoral rolls, it was found that a large number of foreigners names were (about five thousands) also enlisted into the voter list This caused widespread resentment amongst the people of Assam leading to a mass movement demanding detection of illegal migrants deletion of their names from the voters list and their deportation from Assam When the mid term poll to the Loksabha was announced, the All Assam Students Union started the mass movement from 8th June 1979 on foreigners issue according to their charter of demands The employees, all over the state of Assam, looked at with interest and viewed the movement with full sympathy and support From 6th November 1979 the movement took an all embracing turn by the formation of All Assam Gana Sangram Parishad (AAGSP) The movement was historic and the biggest popular movement in Assam since independence in the sense that no other movement under students leadership in the world history was so spontaneous, disciplined, secular and democratic The entire people of the State of Assam, irrespective of cast, creed religion and various culture, participated spontaneously in the Assam movement to safeguard the integrity and sovereignty of our vast country from the silent invasion of foreign infiltrators As a result the economy of the state,

academic atmosphere and soial, political envioronment were also badly affected During the movement period the people suffered a lot and the students had to lose their valuable academic years and the employees has to suffer with harassment for their participation in the movement for their participation in the movement. Altogether 855 persons had become martyrs during the 6 years of movement. The state and central Government machinery let loose a reign of terror by resorting to mental and physical torture, indiscriminate arrest, lathi charge, police lock up and jailed without trial, suspension, dismisal from services etc were also common thing Apart from that, to crush the movement the state Govt imposed all draconian laws like NSA, ASMA, Distrurbed Areas Act, Armed forces special powers Act etc Thousands of people in the state have became physically handicapped for life due to police atrocities, the old persons & young boys and girls suffered and the women were subjective to molestation at the hands of Army and Para-military forces The anti Assamese and anti movement forces were also opposing this movement and tried to malign the fact as anti muslim, anti Bengalies and anti-Indians which was completely a propaganda and false arguments in respect of such nonviolent agitation on the lines of Gandhian ideology The entire movement was spotaneous There was mass participation of unprecedanted dimensions spearheaded All Assam Students Union and All Assam Gana Sangram Parishad which was non political in character It may also be stated that the role of employees workers and women of Assam were also remarkable one For the greater interest of the Assam movement, to help and co-ordinate the activities of the different groups/ sections of employees and workers Six number of Employees Parishad were also formed in Assam without hampering their activities of own Unions/ Associations of the respective departments etc As such, the Sadau Asom Karmachari Parishad (State) was formed in 6th November, 1979 at Tezpur, the All Assam Central Semi Central Employees Parishad was formed in 25th January 1980 at Guwahati, the Assam Bidyut Karmi Kalyan Parishad was also formed in 10th January 1980, Sadau Asom Bank Karmachari Parishad in June 1980, Sadou Asom Sarkari Nigam Aru Pratisthan Karmi Federation and Sadau Asom Be-Sarkari Karmachari Parishad were also formed respectively. Altogether 9 lakhs employees workers, teachers and officers were involved in the mass movement A Co-ordination committee was formed on 6th April 1980 under the banner of Six Karmachari Parishads, the

main objective was to support and implement the different phases of the Movement  Karmachari Parishads were not the direct partner of AASU and AAGSP Parishad took up the role as associated member of the movement being the non political organisation for which each and every employee has got the punishment like pay cut, break in services transfer, dismisal from services suspension arrest warrant etc  But they thought that at present "their service is no longer greater than the mother land." With this idea 68 number of employees from Central, State, Nigam and Bank sector fell victim to mass movement out of 855 martyrs in the state  Their lives were sacrificed for a patriotic cause and they are now regarded as "National Swahids", in the history of Assam Agitation

Regarding participation of the employees in the Assam Movement, it has come to the notice that the leftist minded trade Unions who are guided by left political parties of the Nation were dead against the Assam agitation though it has got genuine ground to defend the interest of the country  For such reason, it was necessary and bounding duty to from Karmachari Parishad in Regional basis to save Assam and to save India  Apart from that, the vital role of All Assam Central Semi Central Employees Parishad was very remarkable as because the most of the Department like OIL INDIA, ONGC, FCI, Railways, P & T, Telecommunication, AIR, DOORDARSAN AG, LIC Census, SISI, Brahmaputra Board etc are noted under essential service etc Oil blocked was the major phase of the entire agitational period Few illustrative examples of employees workers participation in the historic Assam Movement are given below

1 On 10th April, employees are workers participated in an unpresendanted mass Satyagraha
2 Oil blocked started from 8th January 1980
3 Central Semi Central and State employees organised the anti-victimisation day on 14th May 1980
4 Mass rallies were organised throughout the State on 24th July 1980 against the Essential Service Maintenance (Assam) Act 1980 at the call of the Co-ordination Committee of Karmachari Parishad
5 Non-corporation movement was started by 9 lakhs employees throughtout the State against the holding of "Election in 1983"  The call was given by the Coordination Committee of Karmachari Parishads supported by ASSU and AAGSP

6 Complete Block out (Kola Dibash) for one day in North Eastern Region by ASEB employee the call was given by Co-ordination Committee
7. Bank employees organised a protest week during 14th to 20th May 1980. Many other programmes were also taken up in support of the Assam Movement
8. Oil employees took a courageous stand an 19th April 1980, when 5 lakhs of people came out spontaneously and peacefully breaking the curfew at Guwahati. The curfew at Narengi pumping station lasted from 19th April to 17th August 1980.

The Assam Movement was started by non-violent methods like. Gana Satyagraha, Peaceful Procession, Rally, Gana-Samabesh, Anashan, Postering, Sandhya Ain, Jail bhoro, Non co-operation, Picketing, Assam Bandh etc Side by side discussion were held with the Central Govt and AASU, AAGSP The spirit of the Assam movement was widely circulated being non violent in character through out the whole world by Internationally famous journalists like Mr Kuldeep Nayar Arun Souree, M V Kamath, Indarjit, Verghese, Khanna, Neeraja Choudhary, Rajmohan Gandhi, Kirtinath Hazarika etc BBC and other TV channels were also broadcasting the news items regularly through their popular media The role of News papers like Dainik Assam, Assam Tribune and Dainik Janambhumi was significant during the entire period of 6 years of Assam Movement

Ultimately the Government of India was compelled to sign "Assam Accord" in 15th August 1985 with the Assam Movement leaders where Karmachari Parishads were also copartner The leaders of the Assam Movement had formed a political Party in Golaghat town on 14th October 1985 under the name of "Asom Gana Parishad" a regional political party who took over the power of Government in Dispur from 1985 to 1990 and 1996 to 2001 But they failed to implement the clauses of the "Assam Accord" though they were in power All kinds of victimisation of state Government employees have been withdrawn as per Assam Accord but the victimisation of Central Semi Central and Bank employees was not withdrawn till 1990 The AGP Govt did not come to the rescue of the victimised Central Govt employees However after repeated efforts taken by the Co-ordination Committee with the help of AASU, the Janata Government had withdrawn all the victimisation in 1990 This was also possible because of the dynamic role played by the employees of Assam in the historic Assam Movement ○